# ভল্‌গাৰ পৰা গংগা

খৃষ্টপূৰ্ব ছহেজাৰৰপৰা ১৯৪২ চন পৰ্যন্ত মানৱ-সমাজৰ
ঐতিহাসিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক
ক্ৰমবিকাশৰ একুৰি কাহিনীৰে
ৰূপায়িত কৰা এটি
পূৰ্ণাঙ্গ চিত্ৰ

প্ৰথম খণ্ড

মহাপণ্ডিত ৰাহুল সাংকৃত্যায়ণৰ মূল গ্ৰন্থ
"বোল্‌গাচে গঙ্গা"ৰ
অসমীয়া অনুবাদ

অনুবাদক
শ্ৰীশক্তিনাথ বৰুৱা

পুথিঘৰ
গড়আলি, যোৰহাট ( অসম )

প্ৰকাশক :
শ্ৰীৰাজেশ্বৰ শইকীয়া
"পুথিঘৰ"
যোৰহাট

স্বত্ব সংৰক্ষিত
ডঃ কমলা সাংকৃত্যায়ণ
এম্ এ, পি এইচ্ ডি, সাহিত্যৰত্ন

বেটুপাত শিল্পী :
শ্ৰীতৰুণ দুৱৰা
গুৱাহাটী

ছপা :
শ্ৰীহৰিপদ সামন্ত
কে. বি প্ৰিণ্টাৰ্চ
১।১এ, গোৱাবাগান ষ্ট্ৰীট
কলিকতা-৬

প্ৰথম প্ৰকাশ :
জুলাই, ১৯৬৮ চন

মূল্য পাঁচ টকা

## মহাপণ্ডিত ৰাহুল সাংকৃত্যায়ণ

( পৰিচয় )

উত্তৰ প্ৰদেশৰ আজমগড় জিলাৰ এটি ব্ৰাহ্মণ পৰিয়ালত জন্মগ্ৰহণ কৰা কেদাৰনাথ পাণ্ডেই আঠ বছৰ বয়সতেই কাশীত গৈ সংস্কৃত, আৰবী, আৰু ফাৰ্চী ভাষা অধ্যয়ন কৰিবলৈ লয়। সেই সময়ৰেপৰা তেওঁ আৰ্যসমাজৰ লগত বিশেষভাৱে জড়িত হৈ পৰি সেই সমাজৰ এজন আচাৰ্য হয়। কিছুদিনৰ পিছত তেওঁ সিংহললৈ যায় আৰু বৌদ্ধধৰ্মৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হৈ বৌদ্ধ ভিক্ষুত্ব গ্ৰহণ কৰে আৰু তেতিয়াই তেওঁৰ নতুন নামাকৰণ হয়—ৰাহুল সাংকৃত্যায়ণ।

সিংহলৰপৰা ৰাহুলজী ব্ৰহ্মদেশ, শ্যাম, জাপান, চীন আৰু ইউৰোপৰ বহুতো দেশ বিস্তৃতভাৱে ভ্ৰমণ কৰে। তেওঁৰ এই ভ্ৰমণবোৰ অধ্যয়নমূলক। তিব্বতলৈ তেওঁ তিনিবাৰ যায়। প্ৰতিবাৰতে কেইবামাহকৈ তিব্বতত থাকি তিব্বতীয় আৰু তাত পোৱা সংস্কৃত আৰু পালী ভাষাৰ নানা গ্ৰন্থ তেওঁ অধ্যয়ন কৰে। তৃতীয়বাৰ তিব্বতৰপৰা ভাৰতলৈ উভতি আহোঁতে ৰাহুলজীয়ে দুশ গাধৰ পিঠিত বোজাই কৰি বহুতো মূল্যবান তিব্বতীয় আৰু পালী ভাষাৰ হাতে লিখা পুথি লৈ আহে। বৰ্তমান সেই পুথিবিলাক পাটনাৰ যাদুঘৰত সংৰক্ষণ কৰা হৈছে। তেওঁৰ এই অগাধ পাণ্ডিত্যৰ প্ৰতি সমাদৰ জনাই "মহাপণ্ডিত" উপাধিও দান কৰা হয়।

"মাৰ্ক্সবাদ"ৰ প্ৰতি বিশেষভাৱে অনুৰাগ জন্মিয়েই ৰাহুলজী ৰাজনীতিত সোমাই পৰে। ভাৰতৰ স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰি ৰাহুলজী কেইবাবাৰো কাৰাৰুদ্ধ হব-লগীয়া হয়। শেষত গৈ তেওঁ ভাৰতীয় সাম্যবাদী দলত ( ভাৰতীয় কমিউনিষ্ট পাৰ্টিত ) যোগদান দিয়ে। সেই আপাহতে তেওঁ ৰুচিয়ালৈও যায়। ধৰ্ম এৰি ৰাজনীতিত সোমাই তেওঁ ৰুচিয়ালৈ গৈছিল যদিও তেওঁৰ পাণ্ডিত্যৰ কাৰণেই লেলিনগ্ৰেড বিশ্ববিদ্যালয়ত ৰাহুলজীক সংস্কৃত বিভাগৰ গুৰিয়াল পদত অধিষ্ঠিত কৰা হয়।

১৯৪৭ চনত ৰাহুলজী ভাৰতলৈ ঘূৰি আহে আৰু আহিয়েই হিন্দী সাহিত্য সন্মিলনৰ সভাপতি পদ গ্ৰহণ কৰে। হিন্দী ভাষাৰ উন্নতি আৰু প্ৰচাৰৰ অৰ্থে তেওঁ যথেষ্ট বৰঙণি আগবঢ়ায়—সেয়েহে ৰাহুল সাংকৃত্যায়ণৰ মৃত্যুৰ বাতৰি পাই সেই সময়ৰ ভাৰতৰ ৰাষ্ট্ৰপতি ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণে কৈছিল—'হিন্দী ভাষা সাহিত্যৰ এখেতৰ মৃত্যুত অপূৰণীয় ক্ষতি হ'ল। ৰাহুল সাংকৃত্যায়ণ বৌদ্ধধৰ্মৰ অগাধ পণ্ডিত।'

কিন্তু এইবাৰ ভাৰতত থকা সময়ত ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ আৰু হিন্দু মহাসভাৰ নেতাসকলৰ লগত বিশেষভাৱে হলিগলি কৰি সাম্প্ৰদায়িক মত পোষণ কৰা বুলি

অভিযোগ আনি ৰাহুলজীক সাম্যবাদী দলৰপৰা বহিষ্কাৰ কৰা হয়। তেতিয়াৰেপৰাই ৰাহুলজীয়ে আকৌ ধৰ্মবিষয়ক কামত মনোনিৱেশ কৰে।

পণ্ডিত ৰাহুল সাংকৃত্যায়ণে হিন্দী, পালী, তিব্বতী, প্ৰাকৃত, ভোজপুৰী আদি বিভিন্ন ভাষাত প্ৰায় দুশখনৰো ওপৰ কিতাপ ৰচনা কৰে। এই কিতাপবিলাকৰ কিছুমান তেওঁ কুচিয়াত থাকোঁতে লিখা। এই 'ভলগাচে গঙ্গা' হাজাৰিবাগ জেলত থকা সময়ত—১৯৪১ চনত লিখা।

ৰাহুলজীয়ে উপন্যাস, কাহিনী, অনুবাদ, শব্দকোষ, ব্যাকৰণ, জীৱনী, দৰ্শন, ধৰ্ম, নাটক, ভ্ৰমণ কাহিনী, ৰাজনীতি, বিজ্ঞান, সাহিত্য, ইতিহাস আদি সকলো বিষয়ৰ গ্ৰন্থকে ৰচনা কৰিছিল। সংস্কৃত ভাষাৰ কেইবাখনো গ্ৰন্থৰ তেওঁ টীকা লিখিছিল। তেওঁৰ 'শাসন শব্দকোষ'খন বিশেষকৈ প্ৰশাসনীয় নথি-পত্ৰ আৰু পৰিভাষাত ব্যৱহাৰৰ উপযোগীকৈ যুগুত কৰা। তেওঁৰ 'হিন্দী শব্দকোষ'খন হিন্দী ভাষাৰ এখন অতি মূল্যৱান অভিধান।

ৰাহুলজীৰ লিখনিৰ দৃষ্টিভঙ্গী আছিল প্ৰধানকৈ মানৱ সভ্যতাৰ সামাজিক, অৰ্থনৈতিক, আৰু ৰাজনৈতিক বিৱৰ্তনৰ স্বৰূপ উদ্ঘাটন কৰা। ৰাহুলজী সঁচাকৈয়ে এজন বিচক্ষণ বুৰঞ্জীবিদ্ আছিল।

"মধ্য এচিয়াকো ইতিহাস" নামৰ দুই খণ্ডত লিখা গ্ৰন্থখনৰ বাবে ৰাহুলজীক ১৯৫৮ চনত সাহিত্য একাডেমিৰ পুৰস্কাৰেৰে সন্মানিত কৰা হয়। বৌদ্ধধৰ্ম আৰু দৰ্শন বিষয়ক তেওঁ কেইবাখনো গ্ৰন্থ ৰচনা কৰিছিল। বৌদ্ধধৰ্মৰ তেওঁ এজন খ্যাতি-সম্পন্ন পণ্ডিত। সেয়েহে বৰ পলমকৈ হ'লেও কলম্বো বিশ্ববিদ্যালয়ত বৌদ্ধ দৰ্শন বিভাগৰ গুৰিয়াল আৰু আচাৰ্য পদত ৰাহুজীক নিয়োগ কৰা হৈছিল।

ৰাহুল সাংকৃত্যায়ণ এজন অক্লান্ত পৰিব্ৰাজক। দাৰ্জিলিঙত 'ৰাহুল-নিবাসত' অতি উচ্চ আদৰ্শ আগত ৰাখি নিচেই সাধাৰণভাৱে তেওঁ জীৱন নিৰ্বাহ কৰিছিল। শেষত কিছুদিন অসুখ ভুগি দিল্লীত থাকোঁতে ৰাহুলজীৰ শুভাকাঙ্ক্ষী আৰু গুণগ্ৰাহী এদল লোকে তেওঁক চিকিৎসাৰ বাবে মস্কোলৈ নিয়ে। কিন্তু মৃত্যুৰ আকৌ এপষমান আগতে তেওঁক তেওঁৰ মৰমৰ ৰাহুল নিবাসলৈ অনা হয়। তাতে ১৯৬৩ চনৰ ১৪ এপ্ৰিল তাৰিখে দুপৰীয়া ১১-৪৫ মিনিট যোৱাত মহাপণ্ডিত ৰাহুল সাংকৃত্যায়ণে শেষ নিঃশ্বাস ত্যাগ কৰে। ৰাহুলজীৰ জন্ম হৈছিল ১৮৯৩ চনত।

ৰাহুলজীৰ সহধৰ্মিণী শ্ৰীমতী কমলা সাংকৃত্যায়ণ এম. এ., পি. এইচ. ডি. এগৰাকী বিদুষী আৰু মেধাবিনী তিৰোতা। এওঁকো ভাৰত চৰকাৰে সাহিত্যৰত্ন উপাধিৰে বিভূষিত কৰে। ৰাহুলজীৰ জীৱনসঙ্গিনী কমলা সাংকৃত্যায়ণ বৰ্তমান ৰাহুলজীৰ গ্ৰন্থৰাজিৰ স্বত্বাধিকাৰিণী।

## *কাহিনী পৰিচয়*

মহাপণ্ডিত ৰাহুল সাংকৃত্যায়ণৰ 'বোল্‌গাচে গঙ্গা' নামৰ গ্ৰন্থখন খৃষ্টপূৰ্ব ৬,০০০ বছৰৰ আগৰপৰা বৰ্তমান সময়লৈকে মানৱ-সমাজৰ ক্ৰমবিকাশৰ এটি চিত্ৰ মাত্ৰ। ভাৰতৰ আদি মানৱ-সমাজ আৰু সভ্যতাৰ আঁত বিচাৰি গৈ গৈ আদি মানৱৰ আবাসভূমি ভল্‌গাৰ পাৰৰ বৰফে আবৃৰা পৰ্বত-পাহাৰৰ মাজৰ আচহুৱা গুহাবাসী মানৱ-জীৱনৰ ৰহস্য, প্ৰেম-প্ৰীতি, ভালপোৱাৰ পটভূমি এখন লৈয়েই এই পুথিৰ পাতনি মেলা হৈছে।

পুথিৰ বিষয়বস্তু সহজে বুজিব পৰা আৰু আকৰ্ষণীয় কৰি তুলিবলৈ লিখকে পুথিখন কাহিনীৰ ঠাচত লিখিছে। প্ৰতিটো কাহিনীতে মানৱ-সমাজৰ ইতিহাসৰ একোটা নিৰ্দিষ্ট সময়ৰ সমাজ-গাঁথনি আৰু ইয়াৰ বিকাশ, সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকৰ মাজৰ সম্পৰ্ক আৰু মানুহৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, আদৰ্শ, বিশ্বাস আদিৰ বিৱৰণে পুথিখন পঢ়ি আমনি নলগা চিৰ নতুন কৰিছে।

উজনি ভল্‌গাৰ পাৰত বসতি কৰা সেই লোকসকলৰ সতি-সন্ততিসকল বৃদ্ধি হোৱাত তেওঁলোকে ন ন ঠাই বিচাৰি গৈ গৈ মধ্য ভল্‌গা পালে—এওঁলোকেই ইণ্ডো-শ্লাভ গোষ্ঠীৰ লোক। তাৰপিছত এই গোষ্ঠীৰ লোকসকলৰ কোনো কোনো মধ্য-এচিয়া—পামিৰ পালেহি। এই ইণ্ডো-ইৰাণী গোষ্ঠীৰ লোকসকলৰ বহুতো আহি স্বাত—তাজিকিস্থান আৰু অক্সাচ উপত্যকাইদি গান্ধাৰত ( বৰ্তমান পঞ্জাব আৰু দাঁতি-কাষৰীয় ঠাই ) সোমাল। ইয়াৰ পিছত এই লোকসকলৰ বহুতে সিন্ধু উপত্যকা অতিক্ৰম কৰি পূতসলিলা গঙ্গা উপত্যকাত আৰ্য-সভ্যতাৰ ধ্বজা উৰুৱালেহি।—ভল্‌গা আৰু গঙ্গাৰ যোগসূত্ৰ স্থাপন হ'ল—সেয়েহে এই পুথিৰ নাম ৰখা হৈছে 'ভল্‌গাৰ পৰা গঙ্গা'।

'ভল্‌গাৰ পৰা গঙ্গাৰ' প্ৰথম চাৰিটা কাহিনীৰ নাম—নিশা, দিবা, অমৃতাশ্ব আৰু পুৰুহূত। এই কাহিনীকেইটাত মানৱ-সমাজৰ অতি আদিম অৱস্থাৰ—খৃষ্টপূৰ্ব ছয় হেজাৰৰপৰা খৃষ্টপূৰ্ব আঢ়ৈ হেজাৰলৈকে—বৰ্ণনা কৰা হৈছে। ই প্ৰাগৈতিহাসিক যুগৰ কাহিনী। সেইবাবেই এই কাহিনীকেইটা প্ৰধানতঃ কল্পনাপ্ৰসূত। কল্পনাপ্ৰসূত হ'লেও সমাজ-বিকাশৰ বিভিন্ন বিষয়লৈ লক্ষ্য ৰাখি ধাৰাবাহিকৰূপে কাহিনীত বৰ্ণনা দিয়া হৈছে। এই কাহিনীকেইটাৰ বিষয়বস্তু লুই মৰ্গানৰ 'আদিম সমাজ' ( Ancient Society ), এঙ্গল্‌ছৰ 'পৰিয়াল, ব্যক্তিগত সম্পত্তি আৰু ৰাষ্ট্ৰৰ উৎপত্তি'

( *The origin* of the family, private property and the state ), ৰবাৰ্ট ব্ৰিফল্ৰ—'আই' ( The mothers' ) আদি গ্ৰন্থসমূহৰ সমাজ-বিজ্ঞান সম্পৰ্কীয় তত্ত্ব আৰু তথ্যৰ ওপৰত ভিত্তি কৰি লোৱা হৈছে। কিন্তু ৰাহুলজীৰ নিজা চিন্তাধাৰা আৰু ঐতিহাসিক তথ্যৰ অধ্যয়নপ্ৰসূত বিশ্লেষণৰ দ্বাৰা তেখেতে কোনো কোনো ক্ষেত্ৰত একেবাৰে স্বকীয়া নিজস্ব মতামত দাঙি ধৰি প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে।

ইয়াৰ পিছৰ চাৰিটা কাহিনী হ'ল—পুৰুধান, অঙ্গিৰা, সুদাস আৰু প্ৰবাহণ। এইকেইটা প্ৰাচীন ঐতিহাসিক যুগৰ কাহিনী। বেদ, ব্ৰাহ্মণ, পুৰাণ, মহাভাৰত আৰু বৌদ্ধগ্ৰন্থ 'অটঠ কথা'ৰ আলম লৈ এই কাহিনীকেইটা লিখাত ইয়াত সাহিত্যৰ কালৰপৰা প্ৰমাণ আছে। 'সুদাস' কাহিনীৰ সম্বল আনা হৈছে ঋগ্বেদৰপৰা। প্ৰবাহণৰ আধাৰ হ'ল ছান্দোগ্য আৰু বৃহদাৰণ্যক উপনিষদ আৰু 'অটঠ কথা'। এই কাহিনীকেইটা খৃষ্টপূৰ্ব দুই হেজাৰৰপৰা খৃষ্টপূৰ্ব সাত-শলৈ অৰ্থাৎ তেৰ-শ বছৰৰ বৰ্ণনা।

'বন্ধুলমল্ল' কাহিনীৰ সময় খৃষ্টপূৰ্ব ৪৯০। এই কাহিনীৰ আলম বৌদ্ধগ্ৰন্থসমূহ। এই বিষয়ে তেওঁৰ হাতত অনেক তথ্য-পাতি আছে। সেইবিলাকৰ সহায়ত ৰাহুলজীয়ে 'সিংহ সেনাপতি' ( The Lion Hearted Commander ) নামৰ এমন স্বকীয়া উপন্যাস ৰচনা কৰিছে।

দশম কাহিনী 'নাগদত্ত' কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ', গ্ৰীক-পৰিব্ৰাজকসকলৰ ভ্ৰমণ বৃত্তান্ত, জয়সৱালজীৰ 'হিন্দু-পলিটী' নামৰ গ্ৰন্থ আৰু অন্যান্য ইতিহাসৰ ওপৰত ভেটি কৰি লিখা। সময় ৩৩৫ খৃঃ পূঃ।

'প্ৰভা' কাহিনীটো অতি সুন্দৰভাৱে ৰূপায়িত কৰা হৈছে। এই কাহিনী অশ্বঘোষৰ 'বুদ্ধ চৰিত' আৰু 'সৌন্দৰানন্দ' কাব্য দুখন, অনেক সংস্কৃত নাটক, উইণ্টাৰনিট্‌জৰ 'ভাৰতীয় সাহিত্যৰ ইতিহাস', ৰীজ ডেভিডৰ 'বৌদ্ধ ভাৰত' আদি গ্ৰন্থৰ সহায়ত লিখা। ইয়াৰ সময় খৃষ্টপূৰ্ব ৫০।

'সুপৰ্ণ যৌধেয়' গুপ্ত যুগৰ বিভিন্ন গ্ৰন্থসমূহ বিশেষকৈ আমাৰ পৰিচিত 'ৰঘুবংশ', 'কুমাৰ সম্ভৱ', 'অভিজ্ঞান শকুন্তলম্' আদি কাব্য আৰু চীন পৰিব্ৰাজক ফাহিয়ানৰ ভ্ৰমণ কাহিনীৰ সহায়ত লিখা। ৰাহুলজীয়ে 'জয়যৌধেয়' নামে এখন উপন্যাসো লিখিছে।

'দুৰ্মুখ', 'হৰ্ষচৰিত', 'কাদম্বৰী' আদি গ্ৰন্থ, হিউৱেন চাং আৰু ইংচিং আদি চীন পৰিব্ৰাজকৰ বিৱৰণৰ সহায়ত লিখা। 'চক্ৰপাণি'ৰ সময় ১১০০ খৃষ্টাব্দ। ঐতিহাসিক প্ৰমাণৰ উপৰিও নৈষধ, খণ্ডন খণ্ড খাদ্য কাব্য আৰু নানা শিলালিপিৰ তথ্যৰ আশ্ৰয় লৈ এই কাহিনী ৰচিত হৈছে।



ইয়াৰ পিছৰ কাহিনী 'বাবা নুৰদীন'ৰপৰা শেষৰ কাহিনী 'সুমেৰ' পৰ্যন্ত এই ছটা কাহিনীৰ কাল ত্ৰয়োদশ খৃষ্টাব্দৰপৰা বিংশ শতাব্দীৰ মাজভাগলৈকে, গতিকে এই সময়ছোৱাৰ এই কাহিনীকেইটা ঐতিহাসিক তথ্য-পাতিৰ সহায়ত লিখা।

এই পুথিৰ কাহিনীকেইটাৰ প্ৰতিটো চৰিত্ৰই কাহিনীত উল্লেখিত সময়ৰ একোটি প্ৰতীক। ঐতিহাসিক দৃষ্টিৰে ৰূপায়িত কৰিব খোজা এই পুথিখনত মানৱ-ইতিহাসৰ ক্ৰমবৰ্ধমান তথা বিৱৰ্তমান সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বৰূপটো ইটোৰ পিছত সিটো কাহিনী যোগে প্ৰকাশ কৰিবলৈকে ৰাহুলজীৰ প্ৰচেষ্টা। এই প্ৰচেষ্টাত তেওঁ সম্পূৰ্ণই সফল হৈছে—লগতে ৰাহুলজীয়ে প্ৰতি ক্ষেত্ৰত তেওঁৰ নিজস্ব মতামত দাঙি ধৰি পাঠকসমাজক মানসিক চিন্তাধাৰাৰ সম্বল যোগাইছে। ৰাহুলজীৰ নিজা মতবাদে সকলোৰে স্বীকৃতি নেপালেও তেওঁৰ লিখনি বিপ্লৱবাদী দৃষ্টিভঙ্গীৰ—ইয়েহে এই পুথিৰ বিশেষ মন কৰিবলগীয়া কথা আৰু এইবাবেই এই পুথিৰ ইমান সমাদৰ।

## অনুবাদকৰ কবলগীয়া

১৯৪৯ চনৰে কথা? তেতিয়াতে 'From Volga to Ganga' গ্ৰন্থখন পঢ়ি অসমীয়ালৈ অনুবাদ কৰিবৰ হেপাহ জন্মিল। অধ্যক্ষ শ্ৰীযুত হেম বৰুৱা ( বৰ্তমান এম. পি. )দেৱে এই কথাত উদগনি দিলে। সেয়েহে "ৰামধেনু"ৰ প্ৰথম বছৰৰ প্ৰথম আৰু দ্বিতীয় সংখ্যাত "দিৱা" কাহিনিটো প্ৰকাশ কৰা হৈছিল আৰু ভাবিছিলোঁ কিতাপখন সোনকালেই প্ৰকাশ কৰাওঁ। কিন্তু হৈ নুঠিল প্ৰকাশকৰ অভাৱত। অসম প্ৰকাশন পৰিষদে কিতাপখন প্ৰকাশৰ বাবে অনুদান দিবৰ উপযোগী বুলি বিবেচনা কৰে যদিহে পুথিখনত থকা ৰাজনৈতিক মতামত আৰু সমালোচনাবিলাক কাটি দিয়া হয়। অনুবাদ সাহিত্যত মূল গ্ৰন্থকাৰৰ লিখনিত হাত দিয়া আমাৰ বোধেৰে অনুচিত হব আৰু গ্ৰন্থকাৰেও এই কথাত আপত্তি দৰ্শালে। সেইবাবেই পৰিষদৰ অনুদান লব পৰা নহ'ল।

অ'ত দিনে কিতাপখন প্ৰকাশ কৰিব নোৱাৰিলোঁ যদিও এতিয়া যোৰহাটৰ 'পুথিঘৰ'ৰ স্বত্বাধিকাৰীসকলে কিতাপখনৰ প্ৰকাশৰ ভাৰ লোৱাত তেখেতসকললৈ মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ, লগতে প্ৰকাশকক যাৱতীয় দিহা-পৰামৰ্শ দি সহায় কৰাত ডঃ প্ৰভাসচন্দ্ৰ গোস্বামী, শ্ৰীপদ্মধৰ শইকীয়া আৰু শ্ৰীনিৰঞ্জন সাহাৰ শলাগ লৈছোঁ।

অনুবাদ কৰা এনেয়ে এটা দুৰূহ কাম তাতে ইতিমধ্যে তেৰ-চৈধ্যটা ভাষালৈ অনূদিত হোৱা বিখ্যাত আৰু গধুৰ পুথিখনৰ অনুবাদও নিভাঁজ আৰু নিখুত হোৱা একান্ত বাঞ্ছনীয়। তাকে কৰিবলৈ বিশেষ যত্ন লোৱা হৈছে—সফল হৈছোঁ নে নাই তাৰ বিচাৰৰ ভাৰ সহৃদয় পঢ়ুৱৈ সমাজৰ ওপৰতহে।

হাতে লিখা অৱস্থাত কিতাপখন পঢ়ি ভাঙনি আৰু ভাষা সম্পৰ্কীয় নানান পৰামৰ্শ দি ছপা কৰিবলৈও নিজে চেষ্টা কৰাত শ্ৰীদধিচন্দ্ৰ মহন্তদেৱ মোৰ কৃতজ্ঞতাৰ পাত্ৰ।

মহাপণ্ডিত ৰাহুল সাংকৃত্যায়ণে ১৯৫৭ চনৰ ভিতৰত কিতাপখন প্ৰকাশ কৰিবই লাগিব বুলিছিল। কিন্তু সময়ত কিতাপ ছপা কৰিব নোৱাৰিলোঁ যদিও এই গ্ৰন্থৰ স্বত্বাধিকাৰিণী ৰাহুলজীৰ সহধৰ্মিণী ডঃ শ্ৰীযুতা কমলা সাংকৃত্যায়ণে মোক পুনৰ অনুবাদ আৰু ছপা কৰি কিতাপ প্ৰকাশৰ অনুমতি দিয়াত তেখেতলৈ মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

কিতাপৰ বেটুপাতৰ ছবিখনৰ চানেকী আঁকি দিয়া শিল্পী শ্ৰীতৰুণ দুৱৰালৈ ধন্যবাদ আগবঢ়াইছোঁ। মোৰ কাষত বহি শ্ৰীব্ৰজগোপাল ভট্টাচাৰ্য, শ্ৰীবিপুল গোস্বামী আৰু শ্ৰীঅনিল বৰুৱাই ছাপাখানাৰ উপযোগীকৈ পুথিখন নকল কৰি দিয়াত তেওঁলোকলৈ মোৰ মৰম জনাইছোঁ।

শ্ৰীশক্তিনাথ বৰুৱা

শ্ৰীপঞ্চমী, ২০ মাঘ : ১৮৮৯ শক
নিউ ৰোড : যোৰহাট

## *প্ৰকাশকৰ নিবেদন*

'ভল্গাৰ পৰা গঙ্গা'ৰ দৰে এখন মনোৰম অনুবাদ পুথিৰ জৰিয়তে অসমীয়া পঢ়ুৱৈ সমাজৰ লগত চিনাকি হোৱাৰ সুযোগ পোৱা আমাৰ বাবে সৌভাগ্যৰ কথা। পুথিখনৰ অনুবাদক শ্ৰীযুত শক্তিনাথ বৰুৱা আৰু স্বত্ব-সংৰক্ষক ডঃ কমলা সাংকৃত্যায়ণলৈ আমাৰ কৃতজ্ঞতা জনাইছোঁ, আমাক প্ৰকাশৰ দায়িত্ব দিয়াৰ বাবে। অনুবাদ সাহিত্য অসমীয়া সাহিত্য-ভঁৰালত খুব বেছি নাই। ইয়াৰ আৱশ্যকতা নোদোহাৰিলেও হব। কম-সংখ্যক সাহিত্যিকে আমাৰ পঢ়ুৱৈ-সমাজক অন্য সাহিত্যৰ সোৱাদ আমাৰ ভাষাৰ জৰিয়তে দিছে। তেখেতসকল আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। মূলক বিকৃত নকৰাকৈ, মূলৰ সম্পূৰ্ণ সোৱাদ ৰাখি অনুবাদ কৰা কিমান কঠিন সাহিত্যানুৰাগী মাত্ৰেই বুজে। আমাৰ আশা এই পুথিখনৰ জৰিয়তে শ্ৰীযুত শক্তিনাথ বৰুৱাই অনুবাদক স্বৰূপে ৰাইজৰ মৰম পাব।

পুথিখনি প্ৰকাশ কৰাৰ বাবে দিহা-পৰামৰ্শ দি সহায় কৰাৰ বাবে ডঃ প্ৰভাসচন্দ্ৰ গোস্বামী, শ্ৰীযুত নিৰঞ্জন সাহা, শ্ৰীযুত পদ্মধৰ শইকীয়া, শ্ৰীযুত গিৰিশচন্দ্ৰ মিশ্ৰ, শ্ৰীযুত অজিত কুমাৰ বৰালৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। শ্ৰীযুত বিমল নাথ, শ্ৰীযুত গুৰুপ্ৰসাদ শৰ্মা, শ্ৰীযুত খনিন নাথ আৰু কেইজনমান শুভাকাঙ্ক্ষীৰ সহায়-সহযোগিতা নোহোৱা হ'লে পুথিখনি ছপাশালৰপৰা উলিয়াই অনা আমাৰ পক্ষে কঠিন হ'লহেতেন। তেখেতসকলৰ মৰম পৰিশোধ কৰা সম্ভৱ নহয়।

সকলোৰে সুবিধাৰ বাবে খৃষ্টপূৰ্ব আৰু খৃষ্টাব্দৰ কাহিনীসমূহক দুটি সুকীয়া খণ্ডত প্ৰকাশ কৰা হ'ল। শেষত পঢ়ুৱৈ-সমাজলৈ পুথিখন শ্ৰদ্ধাৰে নিবেদন কৰিলোঁ।

সূচী



# ভল্‌গাৰ পৰা গঙ্গা

## প্ৰথম অধ্যায়

## নিশা

অঞ্চল—উজনী ভল্‌গাৰ কাষ।

জাতি—ইন্দো-ইউৰোপীয়।

সময়—৬০০০ খৃঃ পূঃ।

[ এই কাহিনীটিয়ে আমাক মানৱ জীৱনৰ ৩৬০ পুৰুষৰ আগৰ অৱস্থালৈ লৈ যায়। সেইকালত ভাৰত, পাৰস্য, ইউৰোপৰ জাতিসমূহ একেটা গোষ্ঠীৰে আছিল। ইয়েই মানৱ জাতিৰ আদি অৱস্থা। ]

[ ১ ]

সময় বিয়লি বেলা। আজি কিমান দিনৰ মূৰত ব'দালীয়ে আকৌ দেখা দিছেহি। দিনৰ বেলাটো পাঁচ ঘণ্টাৰ বাবেহে যদিও সেই ব'দচেৰেঙাৰ তাপত চোক নাই—ইফালে আকৌ আকাশত ডাৱৰ, বৰফ, কুঁৱলী একোৱেই নাই, ধুমুহাও মৰা নাই। সেই বাবেই চাৰিওফালে সিচৰতি হৈ পৰা সূৰ্যৰ কিৰণে চকুত চমক লগাইছে। সেই তাপৰ পৰশে মানুহৰ অন্তৰত অপাৰ আনন্দৰ হেন্দোলনি তুলিছে।…চাৰিওফালেনো বাৰু এইবোৰ কি দেখিছোঁহক? সুনীল আকাশৰ তলত পৃথিৱীখন কাফুৰ যেন লগা বৰফে ঢকা। যোৱা চৌবিশ ঘণ্টাৰ ভিতৰত নতুন বৰফ পৰা নাই বাবে মাটিত পৰি থকা চক্‌চকীয়া বৰফবোৰ পাথৰৰ দৰে গোট মাৰিছে। কিন্তু এই বৰফে পৃথিৱীখন ছেগা-চোৰোকাকৈহে ঢাকি ৰাখিছে—ই দেখাত উত্তৰা-দক্ষিণাকৈ কেবামাইলো জুৰি একাবেঁকাভাৱে পৰি থকা এডাল ৰূপোৱালী ৰেখা যেনহে লাগে। ইয়াৰ দুয়োকাষে সোঁ পৰ্বতশাৰীত লানি নিছিগা ক'লা হাবিখন।…এই হাবিৰ নিচেই কাষলৈ এবাৰ গৈ চাওঁহকচোন। হাবিখন সাধাৰণতে দুজাতি গছেৰে ভৰা—এবিধ বগা ছালৰ ভূৰ্জপত্ৰ গছ—বৰ্তমান এইবোৰৰ পাত-চোত নাই, ডাল-ডলীয়া। আনজাতি সৰল গছ—এইজাতি গছ কাঁড় যেন পোন আৰু ওখ, আগলৈকে গা-গছৰ সৈতে সমকোণৰ ভাঁজ কৰি ডাল-ফেৰেঙণি মেলা, পাতবোৰ ছিৰলী ছিৰলী, সেউজীয়া বৰণৰ। ডাল-পাত, গা-গছ য'তে বৰফ পৰি চেকুৰা বান্ধিছে ত'তেই ক'লা-বগাৰ মিহলি হৈ দেখাত অতি ধুৱনি হৈ পৰিছে।

এইবোৰৰ বাহিৰেনো আৰু কি দেখা যায়? গোটেই ঠাই যেন নিজান, কাঁহ পৰি জীন যোৱা গহীন, তেনেই নিমাওমাও। এই নীৰৱতা ভাঙিবলৈ জিলিৰ ঝি-ঝিয়নি নাই, পশু-পক্ষীৰ গুৱলা গীত নাই, আনকি কোনো প্ৰাণীৰে শব্দ এটিও নাই।

পৰ্বতটোৰ ওপৰৰ সৰল গছজোপাৰ ওপৰত উঠি এবাৰ চাৰিওকাষে চাওঁহকচোন আহা। বোধকৰোঁ পৃথিৱী, সৰল গছ আৰু বৰফৰ বাহিৰে আন কিবাও দেখিবলৈ পাম হবলা। এই ডাঙৰ ডাঙৰ গছবোৰৰ বাহিৰে ইয়াত আন একো নগজে নেকি? এই ঠাইখনত সৰু-সুৰা ঘাঁহ-বন, গছ-গছনি নাই নেকি?—আমি একো অনুমান কৰিব নোৱাৰোঁ। শীতকালৰ দুভাগ পাৰ হৈ গৈছে মাত্ৰ, এতিয়া তৃতীয় ভাগ আৰু ইয়েই শেষ।—এই গছবোৰৰ কিমানখিনি যে বৰফে ঢাকি থৈছে, উমানকে ধৰিব নোৱাৰি আৰু জুখিবলৈও উপায় নাই। বোধকৰোঁ আঠ হাতমান ঢাক খাই আছে, হয়তো বেছিও হব পাৰে। এই বছৰ বৰফ অতিপাতকৈ পৰিছে আৰু সকলো প্ৰাণীয়েই বৰ কষ্ট ভোগ কৰিব লগা হৈছে।

এই সৰল গছজোপাৰ ওপৰৰপৰা কি দেখি বাৰু? সেই একে বৰফ, একে হাবি, সেই একে ওখ-চাপৰ পৰ্বতবোৰ। অ'-অ'-অ' পৰ্বতটোৰ সিকাষে এঠাইৰপৰা ধোঁৱা ওলাইছে। এই নিজান জনপ্ৰাণীহীন হাবিৰ মাজত ধোঁৱাৰ কুণ্ডলীনো আকৌ ক'ৰপৰা ওলাল! ব'লা, অলপ আগবাঢ়ি গৈ চাই মনৰ খুদুৱনি মাৰোঁহক।

কৰকাল ডাৱৰ নথকা বতৰ বাবে ধোঁৱা নিচেই ওচৰতে ওলোৱা যেন লাগে, কিন্তু দৰাচলতে ই বহুত নিলগত। এতিয়া আমি ধোঁৱা ওলোৱা ঠাইৰ নিচেই কাষ পালোঁহি। ওচৰ পোৱাৰ লগে লগে জুইত মঙহ আৰু চৰ্বী পোৰা গোন্ধ আমাৰ নাকত সোমাইছেহি, আৰু কিবা শব্দও শুনিবলৈ পাইছোঁ! ই সৰু ল'ৰা-ছোৱালীৰ মাতৰেই শব্দ। আমি হাতত সাৱে ভৰিত সাৱে আগবাঢ়িব লাগিব—ভৰিৰ শব্দ আনকি নিশ্বাস-প্ৰশ্বাসো যাতে আনে নুশুনে তেনে ধৰণে···নহলে এই প্ৰাণীবোৰে আমি অহা গম পাব আৰু সিহঁত বা সিহঁতৰ লগৰীয়া কুকুৰবোৰে আমাক কেনেভাৱে অভ্যৰ্থনা জনায় কোনে জানে?

ঠিকেই, এটা ঘৰত প্ৰকৃততে সৰু ল'ৰা-ছোৱালী ছটা আমি দেখা পালোঁগৈ—আটাইতকৈ ডাঙৰটোৰ বয়স আঠ বছৰৰ বেছি নহব আৰু আটাইতকৈ সৰুটো এবছৰীয়া হব। প্ৰকৃতপক্ষে 'ঘৰ'-টো স্বাভাৱিকতে গঢ় লোৱা এটা পৰ্বতীয়া গুহাহে। ই দাঁতিয়েদি কিমানলৈ আছে বা পাছফালে কিমান পাইছেগৈ আমি দেখা পোৱা নাই, কাৰণ গোটেইখন আন্ধাৰ আৰু আমি ভিতৰলৈ চাবলৈ নোযোৱাই ভাল হব। বয়সীয়া মানুহ বুলিবলৈ ঘৰটোত আছিল এগৰাকী বুঢ়ী, তেওঁৰ চুলিকোছা ধোঁৱা



বৰণীয়া বগা, জঁটবন্ধা—আউল-বাউল হৈ গোটেই মুখখনকে ঢাকি পেলাইছে। কিন্তু এইমাত্ৰ তেওঁ পাতলীয়া চুলিকোছা পাছলৈ ছাটিমাৰি লৈছে। তেওঁৰ মুখখনৰ শোটোৰা-শোটোৰ ছালৰ থোপাবোৰ গাৰ ভিতৰৰপৰাহে যেন ওলাই আহিছে। ধোঁৱা আৰু জুইৰ তাপ গোটেই গুহাটোতে বিয়পি পৰিছে, বিশেষকৈ আমাৰ বুঢ়ীআই আৰু ল'ৰা-ছোৱালীকেইটা থকা ঠাইডোখৰ পোহৰ হৈ আছে। বুঢ়ীৰ গাত কোনো কাপোৰ-কানি নাই, উদং শৰীৰটো, হাড়-ছাল ওলোৱা হাত দুখন ভৰিৰ ওচৰত মাটিত পেলাই থৈছে,—চকু কোটৰত সোমোৱা, নিস্তেজ মণিকেইটাৰ দীপ্তি নিচেই ক্ষীণ যদিও তিৰ্‌বিৰাই থকাত তাৰ জ্যোতি যে ম্লান হৈ যোৱা নাই বুজিব পাৰি। তেওঁৰ কাণ দুখন কিন্তু বেছ সজাগ বুলি অনুমান কৰিব পাৰি। ল'ৰা-ছোৱালীকেইটাৰ চিঞৰ-বাখৰ তেওঁ কাণ পাতি শুনিছে। এনেতে এটা ল'ৰাই কান্দিবলৈ ধৰিলে। তেওঁ সেইপিনে চকু ঘূৰাই চালে। তাত ল'ৰা-ছোৱালী এহাল আছে—এবছৰীয়া-ডেৰবছৰীয়া হব, অলপ বেছিও হব পাৰে; দেখাত দুয়োটা প্ৰায় একে সনানেই, বুঢ়ীৰ দৰে সিহঁতো শেঁতা, চুলি হালধীয়া ৰঙৰ কিন্তু বুঢ়ীতকৈ আটিল আৰু বেছ সজীৱ। সিহঁত হৃষ্ট-পুষ্ট—ভালদৰে লালিত-পালিত, গাৰ বৰণ হালধীয়া, চকু ডাঙৰ—সোমোৱা আৰু নীলা। ল'ৰাটোৱে হুলস্থুল কৰি কান্দিছে, ছোৱালীজনীয়ে থিয় হৈ হাড় এডোখৰ চুপি চুপি মুখৰ ভিতৰলৈ সুমাই দিছে। কঁপা মাতেৰে বুঢ়ীআয়ে মাতিবলৈ লাগিল—

"অগিন! আহ, ইয়ালৈ আহ। অগিন, আই ইয়াতে আছে—আহ অ—"

অগিনে কিন্তু লৰচৰকে নকৰিলে। য'তে আছিল ত'তে ৰ'ল। এনেতে আঠ বছৰীয়ামান এটা ল'ৰাই অগিনক দাঙি নি বুঢ়ীৰ ওচৰত থলেহি। ইয়াৰ চুলিবোৰ সৰুটোতকৈ বেছি সোণোৱালী ৰঙৰ কিন্তু দীঘলীয়া আৰু বেছি জঁট বন্ধা। তাৰ মূৰৰ-পৰা ভৰিলৈকে উদং গাটো মুগা বৰণীয়া, শকত-আৱত নহয়, গাত অ'ত ত'ত ক'লা মলিৰে চামনি বন্ধা। বুঢ়ীমাকৰ ওচৰত ল'ৰাটো থৈ ডাঙৰ ল'ৰাটোৱে ক'লে—

"আই, বোচ্‌নাই হাড়টুকুৰা কাঢ়ি নিলে, অগিনে কান্দিছে।"

তাকে কৈ সি গুচি গ'ল। কান্দোনত অগিনৰ চকু-পানী বৈ গৈ মলিৰে কৰাল মাৰি থকা তাৰ গাল দুখন ধুই নিয়াত দ সাঁচ বহি গৈছে। বুঢ়ীয়ে অগিনক দাঙি লৈ সেই নিশকতীয়া হাতখনিৰে মৰমেৰে গালে-মুখে হাত ফুৰাই—চুমা খাই এইবুলি নিচুকাবলৈ ধৰিলে—"অগিন! নাকান্দিবা, মই বোচ্‌নাক মাৰি দিম।" এইদৰে কৈ বুঢ়ীয়ে বহুকাল শেলাই বন্ধ গৈ থকা সুদা মাটিখনতে ঢকা মাৰি দিলে। অগিনৰ ফেকুৰণি তেতিয়াও মাৰ নগ'ল—চকু পানী বৈয়েই থাকিল। তাৰ গালে-মুখে বৈ অহা চকু পানীবোৰ বুঢ়ীয়ে মলিয়ন হাতখনেৰে মচি দিলে। চকুলো শুকাই ল'ৰাৰ

মুখখন অলপ পৰিষ্কাৰ হ'লত তাৰ মুগাবৰণীয়া মুখখন ওলাই পৰি গোমোঠা ৰূপ এটা দেখা গ'ল। তাক নিচুকাবৰ বাবে বুঢ়ীয়ে পুৰঠ নোহোৱা শুকান লাউ এটাৰ দৰে শোটোৰা-শোটোৰ ছালৰ মাজেদি ওলাই থকা কামি-হাড়ৰ ওপৰত ওলমি পৰা পিয়াহটো তাৰ মুখত গুজি দিলে। পিয়াহ এটা মুখত লৈ অগিন মনে মনে থাকিল। এনেতে বাহিৰত কাৰোবাৰ ভৰিৰ শব্দ আৰু লাহে লাহে মানুহৰ মাতো শুনা গ'ল। অগিনে সেইফালে জুমি চাবলৈ ধৰাত শুকান পিয়াহটোৰপৰা আজোৰ খাই মুখখন এৰাই আহিল। অলপ পিছতে অতি মিহি মাতেৰে "অগিন! অ' অগিন!"—বুলি মতা শুনা গ'ল।

অগিনে আকৌ কান্দিবলৈ ধৰিলে। দুজনী তিৰোতা সোমাই আহিল। সিহঁতে মূৰত লৈ অহা কাঠৰ বোজাকেইটা গুহাটোৰ এচুকত ধুমুচ্ কৰে পেলাই থলে। তাৰে এজনী বোচ্নাৰ ওচৰ চাপিল, আনজনীয়ে অগিনক দাঙি ল'লেহি। অগিনে—"মা—মা-ম-অ-আ" বুলি আগতকৈ ডাঙৰকৈ হুৰাওবাৰে কান্দিবলৈ লাগিল। তাৰ মাকে সোঁহাতখন আহৰি কৰিলে, আৰু সোঁফালৰ বুকুৰ ওপৰৰপৰা তেওঁ পিন্ধি থকা কেটেলা পহুৰ কাঁইটেৰে পিং মাৰি গোঁঠা গৰু-ছালৰ নোমাল সাজটো সোলোকাই পেলালে। তেওঁ গাভৰু তিৰোতা—কিন্তু খোৱা বস্তুৰ অভাৱত শুকাই-খীণাই গৈছে—তথাপি দেখাত তাই অতিকৈ লনি—গাল দুখনৰ আভা অতি উজ্জ্বল—বৰণ ল'ৰাটোৰ দৰে, মুগাবৰণীয়া চুলিকোছা লহপহীয়া সোণালী ৰঙৰ—জ'ট নাই, আউল-বাউল হৈ কপালত পৰি আছে। উদং উঠন বুকুখন জিলিকি পৰিছে—কঁকালটো চিক্কণ—তপিনাকেইটা নিপোটল—ঘূৰণীয়া কলাফুল দুটা ভাৰতীয় নাঙলটোৰ দৰে বৈ পৰা। মানুহজনীৰ শাৰীৰিক গঠন আটিল, কঠোৰ পৰিশ্ৰমী যেন লাগে। এই ওঠৰ বছৰীয়া গাভৰুজনীয়ে অগিনক তুলি লৈ গালে-মুখে চুমা খাবলৈ ধৰিলে। অগিনৰ ৰঙা ওঁঠ দুটাৰ মাজেদি বগা সৰু দাঁতকেইটা জিলিকি উঠিল; চকু কেইটা যেন আধা মুদা, গালত কেইটামান খোৰ। গাভৰু তিৰোতাজনীয়ে সোলোকাই থোৱা ছালখনত বহি অগিনক পিয়াহ দিবলৈ ধৰিলে, আৰু অগিনেও কোমল পিয়াহ দুটাত আঙুলি পুতি ধৰি পিয়াহ চুপিবলৈ লাগিল। এনেসময়তে সিজনী গাভৰু তিৰোতায়ো বোচ্নাক কোলাত লৈ এইৰ ওচৰতে বহিলহি। তাইৰ গাটোও উদং। তিৰোতা দুজনীৰ চেহেৰা-পাতি আৰু মুখৰ গঢ়লৈ চালে সিহঁত দুয়োজনী বাই-ভনী যেন লাগে।



[ ২ ]

তেওঁলোকক এইদৰে নিৰলে কথা-বতৰা পাতিবলৈ দি আমি গুহাটোৰ বাহিৰে কেউফালে চকু ফুৰাই চাবলৈ ধৰিলোঁ। এনেকৈ চাই ফুৰোঁতে এফালে বৰফৰ ওপৰত জন্তুৰ ছাল বন্ধা ভৰিৰ এলানি খোজৰ চিন আমাৰ চকুত পৰিল। ততালিকে আমি এই খোজৰ পাছ লওঁহক আহা! এই খোজৰ চিন একা-বেঁকা হৈ গৈ সিফালৰ পৰ্বতীয়া হাবিখনলৈকে দেখা যায়। খৰ-ধৰকৈ আমি খোজৰ চিনে চিনে আগবাঢ়িছোঁ হয়, কিন্তু খোজৰ অন্তই নপৰে দেখোন। ঠায়ে ঠায়ে বৰফৰ দ'ম। কোনো ঠাইত পৰ্বতৰ দাঁতিৰ গছ-গছনি, কোনো ঠাইত নকৈ গজা গছ। এসময়ত গছ-গছনি, ঘাঁহ-বনৰ ওপৰেদি গৈ গৈ আমি আকৌ নতুন বৰফৰ পথাৰ আৰু পৰ্বতৰ কাষত নতুনকৈ গজা গছেৰে ঢকা ঠাইত উঠিলোঁ। শেহত তলৰপৰা ওপৰলৈ উঠাৰ লগে লগে এশাৰী পৰ্বতৰ আকাশলঙ্ঘা ওখ গছ-গছনি নথকা টিংবোৰ দেখা পালোঁ। ধক্‌ধক্ কৰে বগা বৰফে ঢকা, এই পৰ্বত শাৰী নীলা নভোমণ্ডলত যেন মিলি গৈছে। এই বৰফৰ জল্‌মলনিত পৰ্বটোৰ সিপাৰে ছাঁৰ দৰে আমাৰ চকুত পৰা মানুহকিজনৰ আকৃতিও যেন অস্পষ্ট হৈ পৰিছে। আকাশখন ফৰকাল হৈ নথকা হলে আমি সেই মানুহখিনি মানুহ নে কি চিনকে ধৰিব নোৱাৰিলোঁহেতেন। তেওঁলোকৰ গাত পেলাই লৈ অহা গৰু-ছালকিখনো বৰফৰ দৰেই বগা আৰু হাতৰ অস্ত্ৰকিখনেও সেই একে বৰণকে লৈছে। বিশাল বৰফৰ পথাৰখনৰ মাজত সিহঁতৰ গঢ় নো কেনে জনা সহজ নহয়।

গৈ গৈ আমি মানুহজাকৰ কাষ চাপিলোঁ। জাকটোৰ আগতে এজনী তিৰোতা—বয়সত তেওঁ চল্লিশৰ দেওনা পাৰ হোৱা যেন লাগে, কিন্তু পঞ্চাশত ভৰি দিয়া নাই—তেওঁৰ শৰীৰৰ গঠন বৰ আটিল—পাহোৱাল তিৰোতা। তেওঁৰ উদং সোঁহাতখনেই সবলতাৰ পৰিচায়ক। তেওঁৰ চুলি, চকু-মুখ, হাত-ভৰিৰ ঠগ গুহাটোত দেখি অহা তিৰোতা দুজনীৰ গঢ়ৰেই। কিন্তু সিহঁত দুজনীতকৈ এওঁ অলপ ডাঙৰ-দীঘল। তেওঁৰ বাঁওহাতত তিনি-চাৰি হাতমান দীঘল চোকা জোঙা ভূৰ্জপত্ৰ গছৰ এডাল যাঠী। সোঁহাতত ঘঁহি-পিহি চোকা কৰা শিলৰ এখন কুঠাৰ; নাল-ডাল কাঠৰ, চামৰাৰে আঁটি বন্ধা। তেওঁৰ পাছে পাছে গৈছে চাৰিটা মতা মানুহ আৰু দুজনী তিৰোতা। মতা মানুহকেইজনৰ এজন আগত যোৱা তিৰোতা-জনীতকৈ অলপ বয়সীয়া, বাকীকেইজনৰ ভিতৰত ছাবিশ বছৰীয়া ডেকাৰপৰা

চৈধ্য বছৰীয়া ল'ৰাও আছে। ডাঙৰ মানুহজনৰ চুলিকোছা দীঘল, খেৰ বৰণীয়া—আৰু তেনে বৰণেৰে দীঘল ডাঠ ডাড়ি-গোঁফেৰে মুখখন ঢকা। তেওঁৰ গাৰ অৱয়বটো তিৰোতাজনীৰ দৰেই গাঁঠলু আৰু তেওঁৰ দৰে তেওঁৰো দুয়োখন হাতত আছে সজোৰে ধৰি লৈ যোৱা দুপাট অস্ত্ৰ। বাকী তিনিজনৰ দুজনৰ ডাড়ি-গোঁফো ডাঙৰ-জনৰ দৰেই, মাত্ৰ বয়সৰ তাৰতম্য। তিৰোতাকেইগৰাকীৰ এগৰাকীৰ বয়স বাইশ আৰু আনজনীৰ বয়স ষোল কি ষোলৰ ওচৰ চাপিছে। আমি আগতে গুহাত দেখি অহা বুঢ়ীআই, সেই ল'ৰা-ছোৱালী, তিৰোতাকেইজনী আৰু এই মানুহজাকক ৰিজাই চালে বুঢ়ীআইৰ গঢ়েৰেই যে এই সকলোখিনি মতা-তিৰোতাই গঢ় লৈছে—তাক নিসন্দেহে কব পাৰি। তেওঁলোকৰ হাতত লৈ যোৱা কাঠ, শিল আৰু হাড়ৰ আহিলা-পাতি আৰু তেওঁলোকৰ গতি-বিধিলৈ লক্ষ্য কৰিলে এই মানুহ-জাকেনো কি উদ্দেশ্য লৈ ফুৰিছে সহজেই বুজিব পাৰি।

মানুহজাকৰ আগে আগে যোৱা তিৰোতাগৰাকীক আমি 'আই' বুলিয়েই মাতিব পাৰোঁ। পৰ্বতৰপৰা নামি আই বাঁওফালে ঘূৰিল আৰু বাকীকেইজনেও নিসাৰ-সাৰে আইৰ পাছ লবলৈ ধৰিলে। বৰফৰ ওপৰত খোজ কাঢ়োঁতে চামৰা মেৰাই থোৱা তেওঁলোকৰ ভৰিৰ অকণো শব্দ হোৱা নাই। তেওঁলোকৰ আগত ওলমি পৰা যেন এটা প্ৰকাণ্ড শিল আৰু দাঁতিয়ে-কাষৰে সৰু-ডাঙৰ বহুতো শিলৰ টুকুৰা সিচৰতি হৈ পৰি আছে। চিকাৰীহঁত বৰ সাৱধানে লাহে লাহে আগ-বাঢ়িছে। তেওঁলোকে দীঘলকৈ বেঙা মেলি এচটা শিলৰ ওপৰত ভৰি দি খোপনি পুতি লৈ আৰু শিল একোচটাত হাতেৰে খামুচি ধৰিহে ইটো ভৰি দাঙে। আয়েই প্ৰথমে গুহাটোৰ মুখ পালেগৈ। তেওঁ ভালদৰে গুহাটোৰ মুখখন চাই ল'লে—তাত পৰি থকা বৰফৰ ওপৰত ক'তো একো চিন-মকাম নাই। আই হাতত সাৰে ভৰিত সাৰে গুহাটোৰ ভিতৰলৈ অকলশৰে সোমাই গ'ল। গুহাটোৰ মুখখন পাৰ হৈয়ে আই কিছুসময় ৰ'ল আৰু আন্ধাৰৰ অন্ধলা আঁতৰ হ'লত কিছুদূৰ আগবাঢ়ি গ'ল। গুহাটোৰ ভিতৰত আয়ে তিনিটা ভালুক (এটা ভালুক, এজনী ভালুকী আৰু এটা পোৱালি) দেখা পালে। জন্তুকেইটাই মাটিত মূৰ গুজি এনেভাৱে সাৰ-সিৰিকটি নোহোৱাকৈ শুই আছিল যে সিহঁত জীয়া নে মৰা উমানকে ধৰিব নোৱাৰি।

আই মনে মনে আকৌ লগৰীয়াহঁতৰ ওচৰলৈ উলটি আহিল। চিকাৰ যে মিলিল আইৰ প্ৰফুল্লিত মুখখন দেখিয়েই বুজিব পাৰি। চিকাৰনো কেইটা তাক আয়ে কেঞা আঙুলিটো বুঢ়া আঙুলিৰে হেঁচি ধৰি বাকীকেইটা আঙুলি মেলি ঠাৰেৰে বুজাই দিলে। ততালিকে মানুহ দুটা হাথিয়াৰ ভালদৰে লৈ আইৰ পাছে পাছে



গুহাৰ ভিতৰ সোমাল। বাকীকেইজন বৰ উগুল-থুগুল মনেৰে বাহিৰতে ৰ'ল। গুহাটোৰ ভিতৰ সোমাইয়েই আই ভালুকটোৰ কাষ চাপিল আৰু বাকী দুজনৰ এটা ভালুকীজনীৰ আৰু আনটো পোৱালিটোৰ ওচৰলৈ গৈ সাজু হৈ ৰ'ল। তাৰ-পিছতেই তিনিও একে সময়তে একেলগেই নিজৰ নিজৰ যাঠীকেইডালেৰে ভালুক-কেইটাক শালি হেঁচি ধৰিলে—সিহঁতৰ কলিজা ভেদি গ'ল। জন্তুকেইটাই লৰচৰকে কৰিব নোৱাৰিলে। জাৰকালি ছমহীয়াকৈ শোৱা সিহঁতৰ শয়নৰ এমাহৰো অধিক বাকীয়েই থাকিল। আইহঁতে কিন্তু ভালুককেইটা যে মৰিল, গমকে ধৰিব পৰা নাই। সিহঁতেতো নিজকে চম্ভালি ফুৰিব লাগিব। সেইবাবে ভালুককেইটাৰ বুকুৰে-পেটে আৰু তিনি-চাৰিবাৰমান খুচি থকা-সৰকা কৰি বগৰাই পেলালে। মৰা বুলি জানি ভয় আঁতৰিলত ভালুককেইটাৰ আগ-ঠেঙত ধৰি চোঁচোৰাই আনি তেওঁলোকে গুহাৰ মুখ পোৱালেহি। চিকাৰ মিলিলত গোটেইজাকে আনন্দত কিৰীলি পাৰি চিঞৰিবলৈ ধৰিলে।

প্ৰথমতে ডাঙৰ ভালুকটো মাটিত পেলাই লৈ আয়ে নিজৰ সাজৰ তলৰপৰা এখন ছুৰী-কটাৰী উলিয়াই যাঠীৰে ঘা লগোৱা ঠাইৰপৰা ধৰি ভালুকটোৰ পেটৰ ছালখন বখলিয়াই পেলালে। এখন শিলৰ ছুৰীৰে এনে নিয়াৰিকৈ ছাল বখলিওৱাটো নিপুণ আৰু বলী লোকৰ কাম। ভালুকটোৰ কোমল কলিজাটোৰপৰা এটুকুৰা কাটি আনি আয়ে নিজৰ মুখত সুমুৱালে, আৰু এডোখৰ চৈধ্য বছৰীয়া ল'ৰাটোৰ মুখত গুজি দিলে। জাকটোৰ সকলোৱে ভালুকটোৰ চাৰিওকাষে লেপেটা কাঢ়ি বহিল আৰু আয়ে জন্তুটোৰ কলিজাখন কাটি কাটি আটাইকে ভগাই দিবলৈ ধৰিলে। এইদৰে গোটেই কলিজাটোকে খাই অটাই আয়ে আন এটা ভালুকত হাত দিছে। এনেতে ষোল বছৰীয়া ছোৱালীজনী আঁতৰি গৈ বৰফৰ টুকুৰা এটা মুখত ল'লে। তাকে দেখি আদহীয়া মানুহটোৱে আঁতৰি গৈ বৰফৰ টুকুৰা এগাল মুখত ভৰাই ছোৱালীজনীৰ হাতত ধৰিলে। তাই প্ৰথমে হাতত ধৰাত আপত্তি কৰিছিল কিন্তু পিছত মান্তি হ'ল। মানুহটোৱে তাইক আঁকোৱালি ধৰি এফালেদি আঁতৰাই নিলে।

অলপ সময়ৰ পিছত হাতত একো খামোচা বৰফ লৈ সিহঁত ভালুক থকা ঠাইলৈ উভতি আহোঁতে সিহঁতৰ গাল-মুখ আৰু চকুত এক অপূৰ্ব আভা বিৰিঙি উঠিছিল। আহিয়েই মানুহটোৱে আইক ক'লে—

"আই, তোমাৰ ভাগৰ লাগিছে। এতিয়া ময়ে কাটোচোন দিয়া।"

আয়ে তেওঁৰ হাতত ছুৰীখন দি চৌবিশ বছৰীয়া ডেকাজনৰ গালে-মুখে হাত ফুৰাই হাতত ধৰি সেই ঠাইৰপৰা আঁতৰি গ'ল। তিনিওটা ভালুকৰ কলিজাকেইটা

খাই তেওঁলোকে শেষ কৰিলে। চাৰি মাহ নেখাই-নবৈ শুই থকা ভালুককেইটা—শুকাই-খীণাই হাড়-ছালহে হৈছিলগৈ। কিন্তু পোৱালিটোৰ মঙহ বৰ কোমল আৰু তৃপ্তিদায়ক। মানুহকেইজনে তাৰে পেট ভৰাই খাই ইটোৰ গাতে সিটো লগা-লগিকৈ জিৰণি লবলৈ ধৰিলে।

কিন্তু সিহঁততো ঘৰলৈ উলটিব লাগিব। অলপ পিছতে মানুহ দুটাই তেওঁলোকৰ হাতত থকা ছালৰ ৰচীৰে ডাঙৰ ভালুক দুটাৰ ভৰিবিলাক যুতি বান্ধি ভাৰ কৰি ল'লে। পোৱালিটো ছোৱালী এজনীয়ে পিঠিত পেলাই ল'লে। আয়ে আগৰ দৰেই শিলৰ কুঠাৰখন দাঙি লৈ জুমটোৰ আগ হৈ ঘৰলৈ উভতিল।

এই বনৰীয়া মানুহবিলাকৰ ঘড়ী-ঘণ্টাৰ কোনো হিচাপ নাই। সিহঁতে মাত্ৰ ইমানকে জানে—সেই ৰাতি জোন ওলাব। সিহঁত অলপহে আগবাঢ়িছে এনেতে দিগন্তত বেলি ডুব যাওঁ যাওঁ যেন হ'ল—প্ৰকৃততে বেলি মাৰ গ'লেই; মাত্ৰ কাণি-মুনি হৈ বহুত সময় আছিল আৰু সিও নাইকিয়া হোৱাত আকাশৰ জোনৰ পোহৰ গোটেই বিশ্বজুৰি বিয়পি পৰিল।

মানুহজাক সেই গুহাৰ ঘৰটোৰপৰা তেতিয়াও বহুত আঁতৰত। এনেতে কিবা শব্দ এটা শুনি আয়ে মুকলি ঠাই এডোখৰত কাণ থিয় কৰি কিহৰ শব্দনো গম লৈছে। কিছুপৰ সকলো নিমাত। ষোল বছৰীয়া ছোৱালীজনীয়ে ছাবিশ বছৰীয়া ডেকাজনৰ কাষ চাপি গৈ ফুচ্ ফুচাই ক'লে—"গোৰ গো-ৰ-ৰ বুক্—বুক্—বুক্ (অৰ্থাৎ কুকুৰনেচীয়া বাঘ)। তাইৰ কথাত মূৰ দুপিয়াই আয়েও "হয়, গোৰ, গোৰ, গোৰ—বুক্ বুক্" এইবুলি কৈয়েই বৰ আতুৰত নিধাতু খাই কোৱাদি ক'লে—"সাজু হ'হক"।

চিকাৰৰ বস্তুকেইটা মাটিত থৈ তেওঁলোকৰ প্ৰত্যেকেই নিজৰ নিজৰ যাঠী-জোং কেইপাট আঁটি ধৰি পিঠিয়া-পিঠিকৈ চাৰিওফালে চকু দি খোপনি পুতি ৰ'ল। হঠাৎ সাত-আঠটামান কুকুৰনেচীয়া বাঘ জিভা মেলি মেলি তেওঁলোকৰ ফালে জাঁপ মাৰি খেদি আহিল আৰু ওচৰ চাপি গেঙেৰি দি মানুহজাকক বেঢ়ি ধৰিলে। কিন্তু চিকাৰীহঁতৰ হাতৰ যাঠী-জোং আৰু কুঠাৰবোৰ দেখি সিহঁতে অলপ দৰক লৈছে—ইতিমধ্যে দলটোৰ মাজত থিয় দি থকা ল'ৰাটোৱে তাৰ লাখুটিডালত বান্ধি থোৱা কাঠৰ মাৰি এডোখৰ খুলিলে আৰু কঁকালৰ টঙালিৰপৰা চামৰাৰ টান ৰচী এডাল ছিঙি ল'লে আৰু তাৰেই এখন ধেনু সাজিলে। তাৰ লগত লৈ যোৱা চোকা শিলৰ কেইপাটমান টোপা লগা কাঁড় সি চৌবিশ বছৰীয়া ডেকাৰ হাতত দি তাক টানি সি থকা ঠাইলৈ আনিলে। ডেকাজনে ধেনুখন জোৰেৰে ভিৰাই এপাট কাঁড় মাৰি পঠিয়ালে। কাঁড়পাটে বাঘ এটাৰ একাষে কামি-হাড়ৰ ওচৰেদি



বুকুভেদি গ'ল। বাঘ বাগৰি পৰিল, কিন্তু আকৌ উঠিল আৰু মানুহজাকৰ ফালে মৰোঁ-জীওঁকৈ হাতোৰা মেলি চোঁচা ল'লে। মানুহটোৱে আৰু এপাট কাঁড় মাৰি পঠিয়ালে। এইবাৰ আৰু সি উঠিব নোৱাৰিলে। সি দুঠা দেখি বাকীজাক বাঘে তাৰ কাষ চাপি তাৰ গাৰপৰা হোলোকা-হোলোকে ওলোৱা তেজবোৰ চেলেকি খাবলৈ ধৰিলে, আৰু তাক টুকুৰা-টুকুৰি কৰি গিলিবলৈ লাগিল।

বাঘকেইটাক এইদৰে খোৱা-কামোৰা কৰা দেখি চিকাৰীহঁতে চিকাৰৰ বস্তু-বাহানি তুলি লৈ বেগাবেগিকৈ বাট বুলিবলৈ লাগিল। এইবাৰ আই পাছত হ'ল আৰু মাজে মাজে পাছলৈ উভতি উভতি চাই যাবলৈ ধৰিলে। আজি বৰফ পৰা নাই সেইবাবে তেওঁলোকে জোনৰ পোহৰত আগেয়ে এৰি থৈ যোৱা খোজৰ চিনে চিনে অতি সহজেই আগুৱাব পাৰিছে। গুহাটো পাবলৈ মাত্ৰ এমাইলতকৈও কম বাটহে আছে এনেতে কুকুৰনেচীয়াৰ জাকটোৱে মানুহৰ দলটোক আকৌ আগচি ধৰিলেহি। দ্বিতীয়বাৰৰ কাৰণে আকৌ তেওঁলোকে তেওঁলোকৰ চিকাৰৰ বস্তু-কেইটা মাটিত থৈ অস্ত্ৰ-শস্ত্ৰ হাতত ল'লে। এইবাৰ কাঁড়ীটোৱে কেবাপাটো কাঁড় মাৰিলে যদিও এক মুহূৰ্তৰ কাৰণেও বৈ নথকা বাঘকেইটাৰ কোনোটোকে ঘাইল কৰিব নোৱাৰিলে। বাঘজাকে অলপ সময় এইদৰে ঘূৰা-পকা কৰি এবাৰ হঠাতে চাৰিটা বাঘ ষোল বছৰীয়া ছোৱালীজনীৰ ওপৰত জঁপিয়াই পৰিল। তাইৰ কাষতে থকা আয়ে হোলোঙাপাটেৰে এটা বাঘৰ পেটত খোঁচ মাৰি মাটিত বগৰাই পেলালে। কিন্তু বাকী তিনিটাই ছোৱালীজনীৰ কৰঙনত হাতোৰা পুতি ধৰি তাইক বগৰাই পেলালে আৰু নিমিষতে তাইৰ পেট চিৰি নাড়ী-ভুঁৰু বাহিৰ কৰি দিলে। ইফালে ছোৱালীজনীক ৰক্ষা কৰিবলৈ সকলোৱে যত্ন কৰি থাকোঁতেই বাকী তিনিটা বাঘে অৰক্ষিত হৈ থকা চৌবিশ বছৰীয়া ল'ৰাটোক পিঠিফালৰপৰা গবাহ মাৰি ধৰিলে। বেচেৰাই নিজক বচাবলৈ একোকে কৰিব নোৱাৰিলে। বাঘহঁতে তাক বগৰাই লৈ কামুৰি বাকুহি ক্ষত-বিক্ষত কৰি পেলালে। ল'ৰাটিৰ ফালে আটাইকেইজন লাগি থাকোঁতেই ছোৱালীজনীক বাঘে বিশ-ত্ৰিশ হাতমান আঁতৰলৈ চোঁচোৰাই নিলে। আয়ে ঘূৰি চাই দেখিলে, তেজেৰে তুমবলি দি পৰি থকা বাঘটোৰ কাষতে ডেকাজনেও শেষ-নিশ্বাস ত্যাগ কৰিছে। তেনেতে তেওঁলোকৰ এজনে মৰোঁ মৰোঁ হৈ থকা বাঘটোৰ কোৱাৰিটোত যাঠী এপাট সুমাই ধৰিলে, আন এজনে ওপৰ কোৱাৰিটো টানি ধৰিলে—বাকীকেইজনে বাঘটোৰ কটা ঘাত মুখ দি তপত লুণীয়া তেজবোৰ হুপি হুপি খাবলৈ লাগিল। আয়ে বাঘটোৰ ডিঙিৰ শিৰডাল কাটি দি তাহাঁতক তেজ পিবলৈ সুবিধা লগাই দিলে। এই গোটেই ঘটনাটো কেইমিনিটমানৰ ভিতৰতে

ঘটিল। বাঘকিটাই ছোৱালীজনী খাই শেষ কৰিলেই সিহঁতৰ ওপৰত পৰিবহি—এই কথা তেওঁলোকে বুজিছে। সেইবাবে মৰা মানুহকেইটা য'তে পৰি আছিল তাতে এৰি ভালুক তিনিটা আৰু মৰা বাঘটো ভাৰ বৈ লৰি লৰি গৈ মানুহবোৰ নিৰাপদে গুহাটো পালেগৈ।

জুইকুৰা মিটিক্-মাটাক্কৈ আঙনি ভাঙি ভাঙি তেতিয়াও জ্বলিয়ে আছে। জুইকুৰাৰ পোহৰত ল'ৰা-ছোৱালীকেইটা আৰু তিৰোতা দুজনী শুই আছে। বুঢ়ীয়ে চিকাৰীহঁত ওচৰ চাপি অহাৰ শব্দ শুনি কঁপা মাতেৰে সুধিলে—

"নিশা! তহঁত আহিলিহক নে?"

আয়ে "আহিলোঁ আই"—বুলি উত্তৰ দিয়েই হাতৰ অস্ত্ৰ-শস্ত্ৰবোৰ একাষত দ'ম কৰি থ'লে আৰু চামৰাৰ সাজটো সোলোকাই উদং হৈ ল'লে। আনবিলাকেও চিকাৰৰ বস্তু-বাহানিবোৰ থ'লে আৰু চামৰাৰ সাজবোৰ সোলোকাই জুইৰ সুত লাগি যোৱা তাপত গোটেই শৰীৰ সেকিবলৈ ধৰিলে।

লাহে লাহে শুই থকা সকলো উঠিল—খিৰিক্ কৰিলেই এই মানুহবিলাকৰ টোপনি ভাগেই—সৰুৰেপৰা এওঁলোকৰ এই অভ্যাস হৈয়েই গৈছে।

আয়ে গোটাই লোৱা খোৱাবস্তুবোৰ সতৰ্কতাৰে বৰ পৰিমিতভাৱে খৰচ কৰাৰ কাৰণেহে পৰিয়ালটোক এতিয়ালৈকে বচাই ৰাখিব পাৰিছে। কাৰণ জাৰ অহাৰ লগে লগে বনৰীয়া গৰু-ম'হ, ঘোঁৰা-ছাগলী হৰিণা-ভেড়া, সুগৰী আদি জন্তুবোৰ চিকাৰৰ সুবিধা নোহোৱা হয়—দক্ষিণৰ ৰ'দ-ঘাই অঞ্চললৈ সিহঁত গুচি যায়। আইৰ পৰিয়ালটো দক্ষিণৰ ফালে উঠি যোৱাৰ কথা আছিল। কিন্তু তেনে সময়তে যোল বছৰীয়া ছোৱালীজনী নৰিয়া পৰিল। সেইকালৰ মানৱ-সমাজত জীৱন-ধাৰণ কৰাৰ নিয়ম অনুসৰি পৰিয়ালৰ মূল তিৰোতা—'আয়ে' কোনো এজনৰ বাবে বাকীকেইজন প্ৰাণীৰ জীৱন বিপন্ন হবলৈ এৰি দিয়া উচিত বিবেচনা নকৰিছিল আৰু ইয়েই আছিল সেই-কালৰ মানুহৰ দস্তুৰ। কিন্তু সেই ছোৱালীটিক এৰি যাবলৈ আইৰ অন্তৰে নসলে আৰু সেইবাবেই আজি ছোৱালী এজনীৰ ঠাইত পৰিয়ালৰ দুটাকৈ প্ৰাণী হানি হব লগা হ'ল। চিকাৰৰ সময়লৈ এতিয়াও আৰু দুমাহ বাকী—ইয়াৰ ভিতৰতে আৰুবা কেইজনৰ হানি-বিঘিনি হয়? তিনিটা ভালুক আৰু এটা বাঘেৰে তেওঁলোকে গোটেই শীতকালটো কটাব নোৱাৰে।

বেচেৰা ল'ৰা-ছোৱালীকেইটা সুদা পেটে শুবলৈ গৈছিল। এতিয়া সিহঁতৰ ৰং চায় কোনে? বাঘটোৰ কলিজাখন কাটি কাটি আয়ে সিহঁতৰ হাতত দিলে—সিহঁতে টকালি পাৰি খাবলৈ লাগিল। আয়ে বাঘটোৰ ছালখন অতি সাৱধানে ক'তো



খুঁত নলগাকৈ বখলিয়াইছে। কিয়নো ছালখন তেওঁলোকৰ এটা বৰ আপুৰুগীয়া বস্তু। মঙহ কাটি সকলোকে ভগাই দিয়া হৈছে—বৰ ভোকাতুৰটোৱে কেঁচাই কেঁচাই অলপমান মঙহ খাইছে। তাৰপিছত জুইৰ অঙঠাত সেকি প্ৰত্যেকেই খাবলৈ ধৰিলে। প্ৰত্যেকৰে ভাগৰ পোৱা মঙহৰ একো কামোৰ লবলৈ প্ৰতিজনেই আইক জোৰ কৰি কৈছিল; আয়ে কিন্তু কেৱল ইয়াকেহে ক'লে—"আজিয়েই পেট ভৰাই খাই ল'হক। কাইলৈৰপৰা আৰু ইমানকৈ নাপাবি।"

আই উঠি গৈ গুহাটোৰ এচুকৰপৰা ওফন্দি থকা চামৰাৰ মোনা এটা আনি ক'লেহি—"এয়া ইয়াতে মৌ-জোলৰ সুৰা আছে, খাহক। আজি ৰাতিয়েই যিমান পাৰ নাচ, ৰং-তামচা কৰি ল।"

ল'ৰাহতঁকো একো ঢোকামান দিয়া হ'ল—বয়সীয়াসকলে বেছি বেছিকৈ পালে। লাহে লাহে সুৰাৰ ৰাগিৰ ৰগৰ উঠিল—সিহঁতৰ চকু-মুখবোৰ ৰঙা পৰিল—ত্ৰাহি-কিৰীলি শুনাল। কোনোৱে হয়তো ৰাগিণী টানিছে। বয়সীয়া মানুহটোৱে এডাল মাৰিত আন এডালেৰে টঙনিয়াই বাজনা বজালে—বাকীবোৰে নাচিবলৈ লাগিল। আজি সঁচাকৈয়ে মহা আনন্দৰ ৰাতি। তেওঁলোকৰ শাসক আইগৰাকীয়েই কিন্তু তেওঁৰ ৰাজ্যত অন্যায়-অবিচাৰ বা ভেদাভেদৰ স্থান নাই। বুঢ়ীআই আৰু সেই আদহীয়া লোকজনৰ বাহিৰে সিহঁতবোৰ আইৰে সন্তান। আই নিজে আৰু সেই আদহীয়া মানুহজন বুঢ়ীআইৰ ফালৰ—গতিকে সিহঁতৰ মাজত 'এয়া মোৰ' 'এয়া তেওঁৰ'—এনে প্ৰশ্ন উঠিব নোৱাৰে। দৰাচলতে সা-সম্পত্তিৰ ওপৰত স্বত্ব স্থাপনৰ যুগলৈ এতিয়াও বহুদিন বাকী। এইটো কিন্তু সঁচা যে এটাইকিজন মুনিহৰ ওপৰত আইৰেহে সৰ্বপ্ৰথম আৰু সমান অধিকাৰ। সেইবুলি পৰিয়ালটোৰ ডেকা এজনৰ মৃত্যুত যে আয়ে বেজাৰ নাপায় এনে ভবা ভুল—কিয়নো আইৰ মানত ডেকা একোজন সময়ত পুতেক আৰু সময়ত গিৰিহঁত। এই ঘটনাবহুল যুগত মানুহৰ অৱস্থাই মানুহক অতীততকৈ বৰ্তমানৰ প্ৰতিহে ভাবিবলৈ শিকায়। বৰ্তমান আইৰ লগৰীয়া স্বামী দুজন। তৃতীয়জন হব বৰ্তমান আইৰ চৌবিশ বছৰীয়া ল'ৰাটো—সিও অলপতে স্বামীৰ শাৰীলৈ উঠিব। আইৰ তদাৰকত ডাঙৰ হোৱা কিমান ল'ৰাই এই স্বামীৰ ঠাই পূৰাব কোনেও কব নোৱাৰে। আয়ে ছাবিশ বছৰীয়া ডেকাজনকহে ভাল পায়। পঞ্চাশ বছৰীয়া বুঢ়া থাকিল বাকী তিনিজনী গাভৰুলৈ।

জাৰকালি শেষ হওঁ হওঁ। এনেতে এদিন বুঢ়ীয়ে চিৰকালৰ কাৰণে চকু মুদিলে। ল'ৰা-ছোৱালী তিনিটাক কুকুৰনেচীয়া বাঘে নিলে। বয়সীয়া লোকজন বৰফ গলোঁতে বৰফৰ সোঁতত পৰি মৰিল। সেই যোলজনীয়া পৰিয়ালটোৰ এতিয়া মাত্ৰ নটি প্ৰাণীহে জীয়াই আছে।

## [ ৩ ]

বসন্ত কাল। অতকাল মৃতপ্ৰায় হৈ থকা প্ৰকৃতি-বুকুত নৱজীৱনৰ সঞ্চাৰ হৈছে। ছমাহ নঙঠা হৈ থকা ভূৰ্জ-পত্ৰ গছবোৰত কুঁহিপাত ওলাইছে। বৰফ গলিছে—পৃথিৱীখন সেউজীয়া ঘাঁহনিৰে ছাটি খাই পৰিছে। ৰিব্ ৰিব্‌কৈ বোৱা মলয়াই ন গছ-গছনি আৰু সেমেকা পৃথিৱীৰ মাদকতা আনি দিয়া সুবাস চৌদিশে বিলাইছে। নিৰ্জীৱ বিশ্ব আকৌ সজীৱ হৈ উঠিছে। গছৰ ডালত চৰাই-চিৰিকতিৰ সুললিত বিবিধ গীতৰ কলৰৱ আৰু কোনোফালে একেবাহে ঝি-ই-ই, ঝি-ই-ই সুৰেৰে গোৱা জিলিৰ গীতৰ ধ্বনি শুনা গৈছে। বৰফ-গলা পানীৰে উপচি পৰা জান-জুৰিৰ পাৰত চোপ্ লৈ লৈ পানীহাঁহ, কণামুচৰি আদি হাজাৰ হাজাৰ চৰায়ে পোক-পৰুৱা, কেঁচু-কুমটি ধৰি ধৰি খাইছে। কোনো ঠাইত আকৌ ৰাজহাঁহবোৰে পীৰিতিৰ ধেমালি খেলিছে। সৌ সেউজীয়া পৰ্বতীয়া হাবিখনত হৰিণাবোৰে ডেও দিছে, চৰিছে। ভেড়া-ছাগলী, গৰু-ম'হবোৰ মুকলি-মূৰে চৰি ফুৰা দেখি বাঘ-ঘোংবোৰে চিকাৰৰ বাবে চোপ্ লৈ বৈছে।

শীতত গোট মাৰি থকা নৈ-বিলবোৰ আকৌ ব'বলৈ ধৰিছে—সেইদৰেই জাৰকালি অ'ত-ত'ত আবদ্ধ হৈ থাকিব লগা হোৱা মানুহৰ জাকবোৰো আকৌ ওলাই আহিছে। যাঠী, জোং, কুঠাৰ আদি অস্ত্ৰ, জন্তুৰ ছাল, সতি-সন্ততি আৰু বাপতি সাহোন জুইকুৰাও লগত লৈ তেওঁলোক আহল-বহল মুকলি ঠাই বিচাৰি ওলাইছে। দিনবোৰ এইদৰে অতিবাহিত হোৱাৰ লগে লগে গছ-গছনি আৰু ইতৰ জন্তুবোৰৰ দৰে মানুহৰ গালৈও ৰস অহাত হাড়-ছাল গুচি চিকুণ হৈছে। মাজে-সময়ে তেওঁলোকৰ সহচৰ কুকুৰবোৰে ভেড়াটো-ছাগলীটো ধৰি চিকাৰ যোগায়—কেতিয়াবা আকৌ ছিটিকা পাতি, কেতিয়াবা জাল, কাঁড়, কাঠৰ যাঠীৰে তেওঁলোকে নিজেই চিকাৰ কৰে। এই সময়ত নৈত মাছো পৰে। উজনি ভল্‌গাৰ দাঁতি-কাষৰীয়া ঠাইৰ লোকসকলে পতা জালত মাছ নপৰাকৈ কেতিয়াবাহে সাৰে।

ৰাতি এতিয়াও জাৰ পৰে। দিনত হলে গৰম। আই নিশাৰ পৰিয়ালটো ভল্‌গাৰ পাৰত আন আন পৰিয়ালবিলাকৰ সৈতে মিলা-প্ৰীতিৰে বাস কৰিছে। সেইকালত নিশাৰ পৰিয়ালটোৰ দৰেই আন পৰিয়ালবোৰতো আইগৰাকীৰহে **শাসন,** পিতাকৰ নহয়। আচলতে সেইসময়ত কোন কাৰ বাপেক তাক কোৱা টান। নিশাৰ ছোৱালী আঠজনী আৰু ল'ৰা ছটা—এতিয়া নিশাৰ দুকুৰী পোন্ধৰ বছৰ। তেওঁৰ চাৰিজনী জীয়েক আৰু ল'ৰা তিনিটা এতিয়াও জীৱিত। এইবিলাক



যে নিশাৰে সন্তান তাত সন্দেহৰ থল নাই—কিয়নো সিহঁতৰ জন্মই তাৰ প্ৰমাণ। কিন্তু কোনটোৰ বাপেক কোন তাক কোৱাহে সম্ভৱপৰ নহয়। নিশাৰ আগতে যেতিয়া নিশাৰ মাক বুঢ়ীআয়ে ঘৰ ধৰিছিল, বুঢ়ীৰ গাভৰু কালত তেওঁৰো বহুত পতি আছিল। কোনোজন হয়তো তেওঁৰ ককাই-ভাই, কোনোজন আকৌ পুতেকেই হব। পিছলৈ এওঁলোকেই নিশাৰ লগত কথা-বতৰা পাতি নাচি, গান গাই কিমান-বাৰ যে নিশাৰ প্ৰেমৰ অধিকাৰী হৈছিল। পিছত নিশা পৰিয়ালৰ কৰ্ত্ৰী-'আই' হোৱাত নিশাৰ নিত্য পৰিৱৰ্তনশীল কামনা পূৰণৰ অৰ্থে প্ৰণয়-লগৰী কৰি বাছি লওঁতা কোনো আছিল ককাই, কোনো ভাই নাইবা আকৌ কোনোজন যৌৱনপ্ৰাপ্ত ডেকা পুতেকেই—এওঁলোকে নিশাৰ সেই প্ৰেমৰ আহ্বানক প্ৰত্যাখ্যান কৰিবলৈ সাহ নকৰা হ'ল। এই কাৰণেই নিশাৰ জীৱিত সাতোটা সন্তানৰ কাৰ বাপেকনো কোন ঠাৱৰ কৰা দুৰূহ কথা। এই পৰিয়ালটোত নিশাই সকলোতকৈ ডাঙৰ, বয়সিয়াল আৰু প্ৰতিপত্তিশালী। সেইবুলি তেওঁৰ কৰ্ত্ৰীত্ব আৰু বেছিদিন টিকি নাথাকিব—দুই-এবছৰৰ পিছতে হয়তো তেৰেঁা বুঢ়ীআইৰ শাৰীলৈ যাব। তেতিয়া আইৰ সকলোতকৈ শক্তিশালী জীয়েক লেখাই নিশাৰ ঠাই দখল কৰিব। অৱশ্যে সেই সময়ত লেখা আৰু নিশাৰ বাকী-কেইজনী জীয়েকৰ মাজত তুমুল খৰিয়ালৰ সৃষ্টি হব। প্ৰতিটো পৰিয়ালৰ কৰ্ত্ৰী আই-গৰাকৰ কৰ্তব্য হ'ল—ধ্বংসোন্মুখী পৰিয়ালটোক ৰক্ষা কৰা। কিয়নো প্ৰতি বছৰেই কাকো হয়তো বাঘ-ঘোঙেই খায়, কোনোক ভালুকেই নিয়ে, কোনোবাটোক বাঁড় গৰুৱেই খুচি মাৰে নাইবা কাৰোবাক ভল্‌গাৰ বানে লয়। সময়ত লেখাৰ বাই-ভনীহঁতৰ কোনোৱেবা হয়তো আন স্বতন্ত্ৰ পৰিয়াল গঢ়ি তুলিবলৈ সমৰ্থ হব। এনেকুৱা পৰিৱৰ্তন হবই। কিন্তু এই বহুপ্ৰসূত মাতৃ-কেন্দ্ৰিক পৰিয়াল বৃদ্ধিত বাধা পৰিব যেতিয়া এদল পুৰুষে এজনী তিৰোতাক স্ত্ৰীৰূপে কেন্দ্ৰ কৰি বাস কৰিবলৈ এৰি তিৰোতাৰ কেন্দ্ৰৰূপে এজন পুৰুষৰ স্বামিত্ব স্বীকাৰ কৰা হব তেতিয়াহে।

নিশাৰ চকুত পৰিছে তাইৰ জীয়েক লেখা চিকাৰত দিনক দিনে পটু হৈ উঠিছে—তাই হৰিণা-পোৱালিৰ দৰে পৰ্বত বগায়। এদিন এটা টিলাত বহুত ওখত তাই এবাহ মৌ দেখা পালে। মৌবাহ এনেয়ে হবলৈ হোৱা হলে ভালুক—'মৌ-পিয়ায়ো' খাব নোৱাৰিলেহেতেন। কিন্তু লেখাই কেবাডালো মাৰি জোৰা দি দি ৰাতি জেঠী বগোৱাদি বগাই মৌবাহৰ ওচৰ পালেগৈ। জোৰ একুৱাৰে ডাঙৰ শুং লগা মৌ-মাখিবোৰ খেদি লৈ বিচনীবোৰৰ মাজত ফুটা এটা কৰি দিলে আৰু সেই ফুটাইদি মৌ বাগৰি আহি তাই পাতি ধৰা ছালৰ মোনাটো ভৰি গ'ল। সেই মৌজোল কমেও ত্ৰিশ সেৰমান হব। এই দুঃসাহসী কামৰ বাবে নিশাৰ পৰিয়ালৰ সকলোৱে আৰু

ওচৰ-চুবুৰীয়ায়ো লেখাক শলাগিলে। নিশাৰ কিন্তু বেজাৰহে—নিশাই দেখিছে পৰিয়ালৰ ডেকা ল'ৰাহঁতে লেখাৰ চকুৰ ঠাৰতে তাইৰ লগত নাচিবলৈ উদ্বাউল হয়। কিন্তু নিশাই সঁহাৰি দিলেও তেওঁৰ কাষ চাপিব নোখোজে। বৰ্তমান অৱস্থাত কিন্তু তাইক দেখাদেখিকৈ অৱজ্ঞা কৰিবলৈ কোনেও সাহ কৰা নাই।

বহুদিন ধৰি নিশাই ইয়াৰ প্ৰতিকাৰৰ উপায় চিন্তিছে। কেতিয়াবা তেওঁৰ মনত এনে ভাব খেলায় যেন লেখাক টোপনিত টেঁটু চেপি মাৰিব। কিন্তু ভয়ো হয় জীয়েককতো তেওঁ অকলে বলে নোৱাৰে—তাই বেছি বলী। ইয়াৰ বাবে তেওঁ আনৰ সহায়তো লব পাৰে। কিন্তু আনেনো তেওঁৰ লগত যোগ হৈ জগৰীয়া হবলৈ যাব কিয়? পৰিয়ালৰ সকলোৱেই লেখাৰ মৰম-চেনেহ আদৰ বিচাৰে—প্ৰেম নিবেদন কৰিবলৈ বিচাৰে। নিশাৰ আনকিজনী জীয়েকেও সহায় কৰিবলৈ হয়তো পাছ হুঁহকিব। কাৰণ সিহঁতে লেখালৈ ডৰ কৰে—সিহঁতে জানে এনে চেষ্টা ব্যৰ্থ হবলৈ হলে লেখাৰ হাতত সিহঁতৰ শোচনীয় মৰণ মিলিব।

সেইদিনা নিশা মনতে কিবা এটা ভাবি ভাবি অকলে বহি আছে। হঠাতে তেওঁৰ মুখ উজ্জল হৈ উঠিল—লেখাক সৈমান কৰোৱা বুদ্ধি এটা তেওঁৰ মনত খেলালে।

ৰাতি পুউৱা মাত্ৰ তিনি ঘণ্টা হৈছে। প্ৰতিটো পৰিয়ালৰ মানুহবোৰে নিজৰ নিজৰ চামৰাৰে সজা তম্বুৰ পাছফালে উদং গাৰে বং মনে ৰ'দ লৈছে। নিশা কিন্তু তম্বুটোৰ আগফালেহে আছিল। তেওঁৰ কাষত লেখাৰ তিনি বছৰীয়া ল'ৰাটোৱে ধেমালি কৰিছে। নিশাৰ হাতত গছপাতৰ ঠোঙা এটাত কেটামান ধুনীয়া পকা জামু। দাঁতিয়েদি ভল্‌গা-খন বৈ গৈছে। নিশা য'ত আছে তাৰপৰা ভল্‌গাৰ ওখ গৰাৰ পাৰলৈকে ঠাইখন এচলীয়া। এবাৰ নিশাই জামু এটা পেলাই দিলে। ল'ৰাটোৱে লৰি গৈ সেইটো বুটলি খালে। নিশাই আৰু এটা জামু বগৰাই দিলে। এইটো বুটলি লবলৈ ল'ৰাটো আগতকৈ কিছুদূৰ আগুৱাই যাব লগা হ'ল। এইদৰে নিশাই ইটোৰ পিছত সিটোকৈ জামু দলিয়াবলৈ লাগিল। তাই যিমানে খৰকৈ দলিয়ায় ল'ৰাটোৱেও সিমান বেগেৰে থাপ মাৰি ধৰিবলৈ যায়। এইদৰে থাকোঁতে হঠাতে এবাৰ ল'ৰাটোৰ ভৰিটো পিছলি গ'ল আৰু সি ভল্‌গাৰ কোবাল সোঁতত ছিটিকি পৰিলগৈ।

নিশাৰ চকু নৈলৈ গ'ল আৰু চিঞৰিবলৈ ধৰিলে। লেখা অলপ আঁতৰতে ল'ৰাটো চাই বহি আছিল। ল'ৰাটো দেখা নাপাই তাই বেগেৰে নৈৰ ফালে গৈ দেখিলে ল'ৰাটো নৈৰ সোঁতত আধা ডুবা অৱস্থাত ওপঙি গৈছে। তাই পানীলৈ জঁাপ মাৰি পৰি ল'ৰাটো খামোচ মাৰি ধৰিলে। বহুত পানী খাই ল'ৰাটো অবশ হৈ পৰিছিল। তাতে ভল্‌গাৰ বৰফ যেন চেঁচা পানীয়ে তাৰ গোটেই গাত হুলে বিন্ধাদি বিন্ধিছিল।



অতি কষ্টেৰে সোঁতৰ ধাৰ ভাঙি ভাঙি লেখাই পাৰলৈ আহিবলৈ চেষ্টা কৰিছে। এহাতে ল'ৰাটো আনটো হাত আৰু ভৰিৰে তাই সাঁতুৰিছে। এনেতে দুখন হাতেৰে কোনোবাই জোৰেৰে টেঁটুত চেপি ধৰা যেন তাই গম পালে। ইনো কি লেখাই ততালিকে বুজিলে—তাত আচৰিত হবলগীয়াও একো নাই। তাইৰ প্ৰতি নিশাৰ ব্যৱহাৰৰ পৰিৱৰ্তন ঘটিছে—তাক বহুত দিনৰপৰাই তাই লক্ষ্য কৰি আহিছে। আজি নিশাই পথৰ কণ্টক দূৰ কৰিব খুজিছে। কিন্তু এতিয়াও নিশাক লেখাই তাইৰ পৰাক্ৰম দেখুৱাব পাৰে—পিছে তাইৰ এহাতত ল'ৰাটো এটা বোজা হ'ল। লেখাই গোটেই গাৰ বল দি এবাৰ খোজাত নিশাই তাইক ডুবাই দিয়াকে থিৰ কৰিলে। তেওঁৰ বুকু লেখাৰ মূৰৰ ওপৰত দি হেঁচি ধৰিলে। লেখা পোনে পোনে তলি পালেগৈ। আকৌ তাই উঠিবলৈ প্ৰাণপণে যত্ন কৰাত ল'ৰাটো হাতৰপৰা এৰাই গ'ল। এই সময়তে নিশাই তাইক এক অসহায় অৱস্থা পোৱাইছিলগৈ। কিন্তু লেখাই সাউৎ কৰে নিশাৰ ডিঙিত খামোচ মাৰি ধৰিলে। তেনেতে লাহে লাহে লেখাও অজ্ঞান হৈ পৰিল। নিশাৰো সাঁতুৰিবলৈ বল টুটি আহিল। ইফালে ইজনীৰ বোজাই তাইক তললৈ টানি নিছে। তাইৰ সকলো চেষ্টা অথলে গ'ল। তাহাঁত দুজনী সাবট খাই পৰিল আৰু ভল্‌গাৰ সোঁতে দুয়োকো উটাই লৈ গ'ল।

বাচি থকা তিৰোতাকেইজনীৰ ভিতৰত এতিয়া বোচ্‌নাই সকলোতকৈ বলী আৰু নিশাৰ পৰিয়ালৰ কৰ্ত্ৰী-আইগৰাকী হ'ল তায়েই?

## *দ্বিতীয় অধ্যায়*

## দিবা

অঞ্চল—ভল্‌গাৰ পাৰৰ মাজছোৱা।

জাতি—ইন্দো-শ্লাভ।

সময়—৩,৫০০ খৃঃ পূঃ।

[এই কাহিনী আৰ্যগোষ্ঠীৰ, ২২৫ পুৰুষৰ আগৰ। সেইকালত ভাৰত, পাৰস্য আৰু ৰুচিয়াত বাস কৰা এই বগা জাতিৰ গোষ্ঠীটোক ইন্দো-শ্লাভ বা "শত পৰিবাৰ" আখ্যা দিয়া হৈছিল।]

[ ১ ]

"দিবা! তোক ৰদ ধৰিছে নহয়। চাচোন তোৰ গোটেই গাটো ঘামত তিতি গ'ল। আহ! আহ! এই শিলটোৰ ওপৰতে বহহি।"

"বাৰু সুৰশ্ৰৱা"—এইবুলি কৈ সৰল গছজোপাৰ তলৰ ডাঙৰ শিলটোৰ ওপৰত তাৰ কাষতে দিবা বহিলহি।

জহকালি দুপৰীয়া টিকা-ফটা ৰ'দ। গৰমত দিবাৰ গোটেই গাৰপৰা ঘাম বৈছে—তাইৰ কপালৰ ঘামৰ টোপালবোৰ মুকুটা জিলিকাদি জিলিকি পৰিছে। তাতে আকৌ সিঁহতে হৰিণা পহু খেদি আনিছে নহয়। কিন্তু এই ঠাইডোখৰৰ মনোমোহা দৃশ্যই অতি ভাগৰুৱা জনকো ক্ষন্তেকতে শান্তি দিব। পৰ্বতটোৰ ওপৰৰপৰা তললৈকে সেউজীয়া বৰণৰ ঘাঁহে ছাটি ধৰিছে। ডাঙৰ সৰল গছবোৰৰ পাতেৰে জোপোহা হৈ থকা ডালবোৰে সূৰ্যৰ প্ৰখৰ কিৰণকো পৃথিৱী পৰশিব নোৱাৰা কৰি ৰাখিছে। গছৰ মাজৰ সেই আৱৰণৰ তলতে আকৌ নানা তৰহৰ গছ-লতিকা গজিছে, গুৱনি ফুলৰ চাকিৰে জাতিকাৰ হৈছে। প্ৰকৃতিৰ এই বিপুল সৌন্দৰ্যৰাজিৰ মাজত ডেকা-গাভৰুহালিৰ গাৰ ভাগৰ নিমিষতে মাৰ গ'ল—আৰু বাৰ-বৰণীয়া, গোন্ধত আমোলমোলাই থকা চাৰিওকাষৰ গছ-লতিকাবোৰে তেওঁলোকৰ মন আকৰ্ষণ কৰাত সেইবোৰ চাই চাই সিঁহতে আমোদ কৰিবলৈ লাগিল।

ডেকাই হাতৰ ধেনু-কাঁড় জুৰি আৰু শিলৰ কুঠাৰখন শিলটোৰ ওপৰত থৈ ফটিকৰ ধাৰ যেন পানীৰে বৈ অহা নৈৰ পাৰত ফুল তোলাত লাগিছে।—ৰঙা, বগা, চিতৰা-পখৰা নানা তৰহৰ ফুল—তেওঁ ৰং মনে ছিঙিছে। গাভৰুজনীয়েও তাইৰ অন্তৰ্কিপাট



থ'লে—আউল-বাউল হৈ থকা লহপহীয়া সোণোৱালী চুলিকোছা ছাটিমাৰি ল'লে। তাইৰ শৰীৰৰ ঘাম তেতিয়াও মাৰ যোৱা নাই। কিছুসময় পৰ্বতথনৰ নামনিত গহীন-ভাৱে বৈ থকা ভল্‌গাৰ ফালে তাই ৰ-লাগি চাই ৰ'ল। চাৰিওফালে চৰাইৰ মনোমোহা গীতৰ সুৰ—তাইৰো মন এই গীতে বলিয়া কৰি তুলিছে। ইফাল-সিফাল কৰি ঘূৰি ঘূৰি চাই থাকোঁতে হঠাৎ তাইৰ চকু ডেকাৰ ওপৰত পৰিলহি। ডেকাই ফুল তুলিয়েই আছে—ডেকাৰ চুলিকোছাও সোণ-বৰণীয়া—তাই কিন্তু সিঁহত দুটাৰ মাজত বিজাই চাব নোৱাৰে। তাইৰ মানত ডেকাৰ চুলিকোছা বৰ ধুনীয়া। ডেকাৰ ডাঠ খেৰ-বৰণীয়া ডাড়ি—ডাড়িৰ ওপৰফালে ৰঙচুৱা গাল, নাক ওলাই আছে। গাভৰুৰ চকু হঠাতে ডেকাৰ সৰল নোমাল বাহুটোৰ ওপৰত পৰিল—তাইৰ মনত পৰিল শিলৰ কুঠাৰ-খনেৰে এসময়ত ডেকাই এই বাহু-বলেৰেই একেঘাপেই দঁতাল গাহৰি এটা দুছোৱা কৰিছিল—সিনো বাৰু সেই গাহৰিটো কেনেকৈ কাটিছিল—সেইদিনা সেই বাহুকেইটা কিমান সবল যেন লাগিছিল। আজি আকৌ সেই বাহু নিচেই যেন আলসুৱা—এতিয়াও কিন্তু তাৰ হাতৰ ঠাৰি, বাহু, সিৰা-উপসিৰাই ডেকাৰ সবলতাৰে পৰিচয় দিছে। আজি আকৌ সেই ডেকায়ে বনৰীয়া ফুল বুটলিছে—আয়ে দেহি দেখি বৰ ভাল লাগে—তাই গৈ যেন ডেকাৰ সেই বাহুত হাত বুলাই দিব—ডেকাৰ শৰীৰটো চায়েই তাইৰ বৰ আনন্দ। লাহে লাহে দিবাৰ চকু ডেকাৰ কৰঙনৰ ওপৰত পৰিল—তাইৰ মানত এই কৰঙন দুটা বৰ আচৰিত বস্তু যেন লাগিছে—লহপহকৈ ওলমি থকা মাংসপেশীথোপা যেন মঙহ নহয়—এসোঁতা তেজহে। সুৰৰ সৰু-গাঁঠিকিটা একা—।

সুৰে তাহানিথন কতবাৰ দিবাৰ প্ৰেম লাভৰ আশা কৰিছিল—কিন্তু মুখফালি একো কোৱা নাছিল—ঠাৰে-চিয়াৰে তাইক এই কথা বুজাবলৈ চাইছিল। সিঁহতৰ খেলটোৰ মাজত হোৱা নাচৰ মাজতে সুৰে নানা কৌশলেৰে দিবাৰ মনত চাব বহুৱাব খোজে—দিবাই কিন্তু তাইৰ কৈদৰ আন ডেকাবিলাকক নাচৰ চলতে চুমা যাচে—কেতিয়াবা কোনোটোৰ বুকুতে ঢলি পৰে; কিন্তু দুৰ্ভগীয়া সুৰৰ কপালত হলে চুমা এটিও নিমিলে; আনকি নাচৰ সময়ত কেতিয়াবা কাচিতো দিবাক সাবটি লোৱা বা হাতত ধৰাৰপৰাও বঞ্চিত হয়।

সুৰ তাইৰ কাষ চাপি আহিল। হাতত একাজলি ফুল—সুৰৰ নিপোটল উদং শৰীৰটোৰ কাষত তাই জানিশুনিয়ে বহিল। তাৰ বহল সুঠাম বুকু, চিক্কণ কঁকালটো—এইবোৰে দিবাৰ মনলৈ অভিমান আনিছে—তাইনো বাৰু কিয় সুৰৰ কথা মনলৈ নানিছিল?

দৰাচলতে তাইৰ গাতো সিমান দোষ নাছিল—সুৰ বৰ লাজকুৰীয়া—সুৰৰ অন্তৰ

পাবলৈ হলে অন্তৰ বিচাৰি চাব পাৰিব লাগিব। সুৰ কাষ চাপি আহিলত দিবাই মুখত এমোকোৰা হাঁহি লৈ কৈ পেলালে—"ফুলবোৰ কিমান ধুনীয়া—গোন্ধটোও বৰ ভাল দেহি।"

শিলচটাৰ ওপৰত ফুলখিনি থৈ সুৰে ক'লে—"তোৰ সেই সোণোৱালী চুলিকোছাত এই ফুলখিনি গাঁথি দিলে আৰু ধুনীয়া হৈ পৰিব।"

"সুৰ! তই সঁচাকৈয়ে বাৰু এইবিলাক মোলৈকে আনিছ নে?"

"অঁ-অঁতো। ফুলবোৰ আৰু তই—তইঁতক চাই থাকোঁতেই মোৰ জল-কুঁৱৰীলৈ মনত পৰিল…"

"জল-কুঁৱৰীনো কি?"

"জল-কুঁৱৰীবিলাক বৰ ধুনীয়া। তেওঁলোকে তোৰ প্ৰতি সদয় হলে তোৰ মনৰ সকলো বাসনা পূৰণ কৰিব—যদি কেনেবাকৈ বিতুষ্টা হয়—সিহঁতে তোক গুদাই নেৰে।"

"বাৰু সুৰ তই মোক কোনবিধৰ লগত ধৰিছ অ'।"

"ওহোঁ বিতুষ্টা বিধৰ নহয়।"

"কিন্তু মইচোন তোৰ প্ৰতি কেতিয়াও মৰম দেখুৱা নাই"—এইবুলি দিবা এটা হুমুনিয়াহ কাঢ়ি নীৰৱে ৰ'ল।

"নহয়, নহয় অ' দিবা!"—সুৰে অতি চেনেহৰ সুৰত কবলৈ লাগিল—"তই মোক কেতিয়াও থং কৰা নাই—আমাৰ ল'ৰালি কালৰ কথাবোৰ তোৰ মনত আছেনে বাৰু?"

"তেতিয়াও তই বৰ লাজকুৰীয়া আছিলি।"

"কিন্তু তইতো মোক থং কৰা নাছিলি।"

"মই তোক সেইকালত নিজেই চুমা খাইছিলোঁ নহয়।"

"অঁ! হয় হয় সেই চুমাৰ পৰশ কেনে মধুৰ।"

"কিন্তু মোৰ সেই উঠন গোলাকাৰ বুকুখন বাঢ়ি আহিল—আমাৰ ডেকা ল'ৰাবোৰে মোৰ ওপৰত বৰকৈ চকু দিবলৈ লাগিল—মই তোক পাহৰি পেলালোঁ।"—দিবাই কথাখিনি বেজাৰৰ সুৰত ক'লে।

"দিবা, সেইটো তোৰ দোষ নহয়, নহয় অ'।"

"তেনেনো কাৰ আকৌ?"

"মোৰ অ' মোৰ। আমাৰ ডেকা ল'ৰাবোৰে চুমা যাচিলে তই চুমা দিয়—সাবটি লবলৈ দিয়—সিহঁতে তোক যিহকে বিচাৰে তই তাকে দিয়—কেতিয়াও সিহঁতৰ বিমুখ নকৰ। সেই সুঠাম ডেকাবোৰ ভাল চিকাৰী—দেখাত গাঁঠলু—ভাল নাচিব পাৰে!"



"কিন্তু সুৰ, তয়োতো সিহঁতৰ নিচিনাই অ'—তোৰ গাটো সু-গঢ়ৰ বেছ আটিল—লিতা, মই হলে তোক বিমুখ কৰিলোঁ—নহয়।"

"মইতো তোৰ প্ৰতি কোনো আশা দেখুৱা নাছিলোঁ দিবা।"

"তই সেইবোৰ কথা মোক ফুটাই কোৱা নাছিলি হয়। কিন্তু আমি সকুতে ধেমালি কৰোঁতে তই নক'লেও মই তোৰ মন বুজি পাইছিলোঁ—তাৰপিছত কিন্তু দিবাই সুৰক পাহৰি পেলালে। দিবাই (দিনৰ পোহৰে) জকমকীয়া সুৰৰ (সূৰুযৰ) কথা কেতিয়াবা পাহৰি যাব পাৰে জানো? নহয়, নহয়। দিবায়ো আৰু সুৰক পাহৰিব নোৱাৰে।"

"তেনেহলে আৰু তই সেই দিবাই, আৰু ময়ো আগৰ সুৰেই। নহয় জানো?"

"হুঁ—হয়, হয়—মই তোৰ ওঁঠত চুমা দিম।"

সৰু ল'ৰা-ছোৱালীৰ দৰে এই উদং শৰীৰৰ প্ৰাণী দুটাই ওঁঠে ওঁঠে গুজি ধৰিলে—আবেগত দুয়ো-দুয়োকো চুমা যাচিছে—দিবা সৰু নীলা চকুযুৰিৰে সুৰৰ চকুযুৰিৰ ফালে চাই ৰ লাগি ৰ'ল। সুৰৰ চকুহালিও ৰসাল নীল-বৰণীয়া। দিবাই লাহে লাহে কবলৈ ধৰিলে—"তই মোৰ নিজৰ আইৰ ল'ৰা। ময়ে তোক পাহৰি গলোঁ নহয় অ'।"

এই কথা কওঁতে তাইৰ চকুত পানী ববলৈ ধৰিলে—সুৰে গালখনেৰেই চকুৰ পানী মচি দি তাইক বুজনি দিবলৈ লাগিল।

"নাই, নাই! তই মোক ঠগা নাই। তই ডাঙৰ হলি! তোৰ লহপহকৈ বাঢ়ি অহা গাৰ অৱয়ৱ, তোৰ মাত-কথা, তোৰ চাৱনিৰ পৰিৱৰ্তন ঘটিল, মই তোৰপৰা আঁতৰ হৈ আহিলোঁ।"

"তই মনৰপৰাও আঁতৰ কৰিলি নেকি সুৰ?"

"এই……"

"নাই, নাই। তই মোক কব লাগিব। তই আৰু মোক ভয় নকৰিবি।"

"নাই, কেতিয়াও নকৰোঁ—বাৰু আহচোন, তোক এই ফুলকিটা পিন্ধাই দিওঁ।"

সুৰে গছৰ ছালৰ আঁহ এডাল উলিয়াই ল'লে। ৰঙা, বগা ফুলবোৰ তাতে ধুনীয়াকৈ গাঁথিলে—তাৰপিছত আলফুলকৈ দিবাৰ চুলিকোছা সজাই পিঠিফালে থ'লে। এই জং-কালি ভল্‌গাৰ পানীত ডেকা-গাভৰুহঁতে সাঁতুৰি-নাদুৰি গা-ধুই আনন্দ পায়। গতিকে দিবাৰ চুলিকোছাত জ'ট এটিও নাই—মুকলি হৈ আছিল। চুলিটাৰ সি তিনি ভাগত ভগাই বেণীৰ নিচিনা কৰিলে; ফুলবোৰ তাতে পৰিপাটিকৈ আৰি দিলে। দুই কুমৰ ওচৰত ৰঙচুৱা আৰু ওকণি-শিৰত বগা ফুলখিনি নিমজকৈ আৰি দিছে।

দিবা তেতিয়াও শিলচটাত বহিয়ে আছে। ফুলেৰে সজাই সুৰে অলপ আঁতৰৰপৰা তাইৰ মুখলৈ চাবলৈ লাগিল। তাইক বৰ ধুনীয়া যেন দেখি। সি আৰু অলপ আঁতৰি গ'ল—তাৰপৰাও তাইক ধুনীয়া দেখি। কিন্তু তাইৰ গাৰ ফুলবোৰৰ গোন্ধ নোপোৱা হয়। সি ঘূৰি আহি তাইৰ কাষতে এঢলীয়া হৈ বহিল। দিবাই লগৰীয়াৰ চকুত চুমা খালে। তাই সোঁহাতখন আলফুলকৈ সুৰৰ কান্ধত এৰি দিলে। সুৰে বাঁওহাতেৰে তাইৰ চিক্ৰণ কঁকালটো আঁকোৱালি ল'লে। সি মৰমেৰে মাত দিলে, "দিবা ফুলবোৰ আগতকৈও শুৱনি হৈ পৰিছে অ' !"

"মই নে ফুলবোৰ আকৌ ?"

সুৰে একো ভাবি নাপাই অলপ নীৰৱে ৰৈ পিছতে আকৌ কবলৈ ধৰিলে "আঁতৰৰপৰা চালে তোক বৰ ভাল দেখি দিবা। তাতোকৈ কিছু আঁতৰি যাওঁতে আৰু ভাল যেন লাগিছিল।"

"বাৰু, বাৰু। সৌ দূৰৰ ভল্‌গাৰপৰা চালে কেনে দেখিবি বাৰু ?"

"ওহোঁ, ইমান আঁতৰৰপৰা ঠিক নহয়।"—সুৰে এই কথাষাৰ কওঁতে মুখত ভয়ৰ ভাব দেখা গৈছিল। সি আকৌ ক'লে, "বেছিদূৰ আঁতৰি গ'লে তোৰ ফুলবোৰৰ গোন্ধ নোপোৱা হওঁ—মোৰ চকুত তোৰ ৰূপো আঁতৰ হৈ পৰে।"

"বাৰু, বাৰু বুজিছোঁ। তই মোক নিলগৰপৰা চাবলৈ বিচাৰিছ নে মোৰ কাষত থাকি ভাল পাৱ কচোন।"

"সূৰুযটোৰ লগত পোহৰৰ যি সম্বন্ধ তেনেকৈয়ে—তোৰ গাৰ কাষতে, দিবা।"

"তই আজি মোৰ লগত নাচিবি ?"

"নাচিম, নিশ্চয়কৈ নাচিম।"

"তই মোৰ লগত থাকিবি ?"

"ওঁ !"

"গোটেই ৰাতিটো আকৌ !"

"ওঁ থাকিমতো।"

"তেনে মই আজি আন কোনো ডেকাক মোৰ কাষ চাপিবলৈ নিদিওঁ ?"—সুৰে আঁকোৱালি ধৰি দিবাই আবেগত কৈ পেলালে।

ঠিক এনে সময়তে ডেকা-গাভৰুৰ চিকাৰীদল এটা সিহঁতৰ ওচৰ চাপি আহিল। সিহঁতৰ মাত কাণত পৰিছিল যদিও ডেকা-গাভৰুহালে পৰস্পৰৰ দৃঢ় আবেষ্টন এৰি দিয়া নাই। সিহঁতক দেখি নকৈ অহা চিকাৰীদলৰ কোনোৱে চিঞৰি উঠিল—

"দিবা, তই আজি সুৰকে তোৰ লগৰী বাছিলি নহয় ?"



"ওঁ"—বুলি কৈ মূৰ দাঙি সিহঁতৰ ফালে চাই দিবাই ক'লে, "চাচোন সুৰে মোক এইবোৰ ফুল আনি দিছে।"

"সুৰ, তই ভালকৈ ফুল সজাব জান ? মোৰ খোপাতো তেনেকৈ ফুল আৰি দেচোন—" তাৰে এজনী গাভৰু ছোৱালীয়ে ক'লে।

তেনেতে দিবাই টপৰাই মাত দিলে—"ওহোঁ, সুৰে আজি নোৱাৰে। সুৰ আজি মোৰ।"

গাভৰু : "কাইলৈ হলে সুৰ মোৰ হব একা।"

দিবা : "কাইলৈ ? নহয় ! কাইলৈকো সুৰ মোৰেই হব।"

গাভৰু : "সুৰ তেনে সদায়ে তোৰেই হব ? এইটো কথা বৰ ভাল নহব নহয় ?"

দিবাই বুজিলে তাইৰ দোষ হৈছে—তাই ক'লে, "ভনীটি ! সদায় নহয় অ', আজি আৰু তাৰপিছত যিমানবোৰ কাইলৈ আহিব।"

এনেকৈ কথা-বতৰাৰ লাচতে বহুত সময় অতিবাহিত হ'ল। তালৈ আৰু কেইজনমান পাকৈত চিকাৰী আহিল। এটা ক'লা কুকুৰে ওচৰ চাপি আহি সুৰৰ ভৰিতে চেলেকি দিলে। মাৰি থোৱা ভেড়াটোৰ কথা তাৰ মনত পৰিল। দিবাৰ কাণে কাণে কিবা এটা কৈ সি লৰি আঁতৰ হ'ল।

[ ২ ]

কাঠৰ বেৰ আৰু খেৰৰ ছাউনিৰে ডাঙৰ জুপুৰি এটাত ফৈদটোৱে বাস কৰে। সিহঁতে শিলৰ কুঠাৰেৰে কাটে। কুঠাৰবোৰ বৰ চোকা যদিও সময়ত ডাঙৰ ডাঙৰ কাঠৰ টুকুৰা কটাত সেই কুঠাৰো অলাগতিয়াল হয়। তেতিয়া তেওঁলোকে তেওঁলোকৰ বাপতি-সাহোন সেই জুইকুৰাৰ সহায়ত কাঠো ছেও দিব লগাত পৰে। জুপুৰি যদিও সেই ঘৰটো আহল-বহল হবই লাগিব। কোনোবা এযুগত এক পৰিয়ালৰ আই নিশা নামৰ তিৰোতা এজনীয়ে এৰি থৈ যোৱা পো-পোৱালিহঁত সকলোৱে থকা ঠাই এই জুপুৰিটিয়ে। এওঁলোক অকল যে একেলগে থাকে এনেই নহয়, লগেৰে চিকাৰ কৰে, মৌ পাৰে, ফল-মূল বিচাৰি আনে—সকলো কৰে। আটায়ে এগৰাকী নায়িকাক মানি চলে। গোটেই ফৈদটোৰ পৰিচালনাৰ ভাৰ থাকে এখন জনসমিতিৰ ওপৰত। সমূহীয়া জীৱন-যাপনৰ বাহিৰে ফৈদটোৰ কাৰো ব্যক্তিগত জীৱন বুলিবলৈ একো নাই। চিকাৰ কৰা, নচা, ভালপোৱা, ঘৰ সজা, জন্তুৰ ছালৰ কাপোৰ সিয়া—এই আটাইবোৰ যৌথভাৱেই

সমাধা কৰা হয়—মাত্ৰ ফৈদৰ এদল লোকৰ স'তে সকলো চলিব লাগে, সেই দলৰ মুৰব্বী হ'ল এগৰাকী তিৰোতা।

নিশাৰ ডেৰশ পো-পোৱালিৰ থকা ঠাই হ'ল এই কুটীৰ। এওঁলোকক মুঠ হিচাপে একোটা পৰিয়ালকে বুলিব পাৰি নাইবা গোটেইজাক লোকক বেলেগ বেলেগ পৰিয়ালৰ সমষ্টি বা 'ফৈদ' বুলিব পাৰি। আইগৰাকী জীয়াই থকা কালতে আইৰ সতি-সন্ততিকে লৈ একোটা পৰিয়াল পাতে। আইৰ নামেৰে সেই পৰিয়াল জনাজাত হয়। ধৰি লোৱা হওক দিবাৰ মাক আৰু নাই জানিবা। দিবাৰ কিন্তু সতি-সন্ততি আছে। দিবাৰ এই ল'ৰা-ছোৱালীবোৰক গোটাই দিবাৰ পৰিয়াল বুলিয়েই আখ্যা দিয়া হয়। ল'ৰাক দিবাৰ ল'ৰা, ছোৱালীক দিবাৰ ছোৱালী বোলা হয়। যিয়েই কি নোবোলক সিহঁতে গোটোৱা ফল-মূল, মাংস একোৱেই দিবাৰ সতি-সন্তানৰ নিজৰ নহয়। ফৈদটোৰ মতা-তিৰোতা যিয়েই যিহকে নানক, যিহকে আৰ্জক লাগে তেওঁলোকে লগেভাগে খাব। যদি কোনো সময়ত একো পোৱাও নাযায়, গোটেইজাক লগেৰেই আকালত মৰিব। ফৈদৰ বাহিৰে কাৰো ব্যক্তিগত অধিকাৰ নাই। ফৈদৰ নিৰ্দেশ, নিয়ম, আচাৰ-ব্যৱহাৰ পালন কৰা আৰু নিজৰ বিবেক-অনুভূতি মতে চলা এওঁলোকৰ মানত একে কথাই।

এই কুটীৰটো কিন্তু পমুৱাৰ বহাৰ দৰে। যেতিয়াই এই বাহৰৰ ওচৰে-পাজৰে চিকাৰ নিমিলা হব, ফল-মূলৰ আকাল হব—তেতিয়াই গোটেই ফৈদটো কোনো দূৰণি দেশলৈ আকৌ উঠি যাব। সময়ৰ অভিজ্ঞতাৰপৰা এওঁলোকে বুজিব পৰা হৈছে, কেতিয়া কোনফালে চিকাৰ পৰে, ক'ত কেতিয়া গছ-গছনিত গুটি ধৰে। তেওঁলোক আঁতৰি যাব—সেই ঘৰবোৰ, খেৰ-খুৰবোৰ জহি-খহি পৰিব; কিন্তু শিল-কাঠৰ বেৰ, খুঁটা বহুত বছৰ সেইদৰেই থাকিব। তেওঁলোকে চিকাৰৰ নতুন ঠাই বাছি লৈ নতুন ঘৰ-দুৱাৰ সাজি লবগৈ। নতুন ছাল বান্ধিব। ঘৰৰ এডোখৰ ঠাইত বয়-বস্তু ৰাখিব, আন ঠাইত বন্ধা-বঢ়া কৰিব। তেওঁলোকে জন্তুৰ খোলাৰ বাতি-কাঁহী ব্যৱহাৰ কৰে। তাৰ উপৰিও এতিয়া এওঁলোকে মাটিৰ বাচন সাজিবলৈ শিকিছে। তেওঁলোকে মাংস খায়—কেতিয়াবা কেঁচাই, কেতিয়াবা জুইত সেকি। শুকান মঙহ ৰান্ধি খোৱাটো অনিয়ম। ভল্গাৰ পাৰৰ এই অঞ্চলত মৌ পৰ্যাপ্ত পৰিমাণে পোৱা যায়। সেইবাবে মৌ-খোৱা ভালুকো ইয়াত মাজে সময়ে ওলায়। নিশাৰ পৰিয়ালৰ মৌ বৰ প্ৰিয় বস্তু। তেওঁলোকে মৌ পাৰি খায় আৰু মৌৰপৰা সুৰা কৰে।

আজি মহা আমোদৰ দিন। মতা-তিৰোতা সকলোৱেই সজীৱকণ্ঠে সুললিত মাতেৰে গাব, প্ৰাণভৰি নাচিব। জন্তুৰ শুকান ছাল মৰিয়াই-পিটি পিন্ধাকাপোৰ গঢ়োঁতে-সাজোঁতে উঠা শব্দৰ ধ্বনিয়েই এই কৰ্মৰত মানুহৰ সঙ্গীত। এই মানুহবোৰে



সম্মিলিত হৈ অকল যে কাম-কাজকে কৰে এনে নহয়—সেই কাম কৰে নানান ধৰণৰ মনোৰঞ্জক অঙ্গি-ভঙ্গিৰে। সঙ্গীত এই সম্মিলিত কামৰ অঙ্গ হে। সকলোৱে মিলি গীতৰ ৰাগ ধৰিলে কামৰ ভাগৰ-জোগৰো তেওঁলোকৰ নাইকিয়া হয়। কিন্তু আজিৰ গীত কামৰ সময়ৰ গীত নহয় যেন অনুমান হয়। কোনো সময়ত কোমল মিহি মাতেৰে তিৰোতাবিলাকেই গাইছে, কোনোবাৰ হয়তো কঠুৱা মাতেৰে সুৰ লগাই মতাসকলেই ৰাগ টানিছে।

ঘৰটোৰ আছুতীয়াকৈ যেৰা এডোখৰ ঠাই, তাৰ মাজতে একুৰা জুই। সৰল কাঠেৰে ধৰা জুইকুৰাৰ ওপৰফালে ঘৰৰ ছালত এটা বিন্ধা আছে। ফৈদটোৰ ল'ৰা-ছোৱালী, মতা-তিৰোতা, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, চেমনীয়া-আলৰ সকলো আজি লগ হৈছেহি। মতা-তিৰোতা সকলোৱে একেলগে ডাঙৰকৈ কিবা এটা গালে—সুৰ আৰু কথা অবুজ যদিও তেওঁলোকৰ গীতত "অগ্না আহিছে"—এই কথাকিটা ফুটি উঠে।

মানুহজাকে তেওঁলোকৰ মাজৰ জুইকুৰালৈ প্ৰাৰ্থনা জনাইছে যেন মনে ধৰে। অলপ পিছতে ফৈদৰ মুৰব্বী আৰু ফৈদ-পৰিচালক সমিতিৰ সদস্যসকলে জুইলৈ মাংস, ফল-মূল চৰ্বী কিছুমান দলিয়াই দিলে। এইবাৰ সিহঁতে চিকাৰ বহুতো পাইছিল, ফল-মূলৰ কথাই নাই, তাতে এইবাৰ কোনো জন্তু নাইবা ফৈদৰ মানুহবিলাকৰ শত্ৰুৰ উপদ্ৰৱ হোৱাৰ আশঙ্কাও বৰ কম। সেইবাবেই আজি পূৰ্ণিমাৰ দিনা ৰাতি ফৈদটোৰ সকলোৱে কৃতজ্ঞতাৰ চিন স্বৰূপে অগ্নিদেৱতালৈ প্ৰাৰ্থনা জনাইছে। মুৰব্বী আই-গৰাকীয়ে জুইত মৌ-ৰসেৰে কৰা এবাতি সুৰা ঢালি দিলে। বাকী সকলো চাৰিওফালে থিয় দি ৰ'ল। মানুহ ওপজোঁতে যেনে নাঙঠা অৱস্থাত ওপজে ঠিক তেনেভাৱেই তেওঁলোক আজিও অনাবৃত। এতিয়াতো জাৰকালি নহয়। গৰমত গাটো কিবা এটাৰে ঢাকি থোৱাটো তেওঁলোকে ভাল নেপায়। তেওঁলোকৰ শৰীৰৰ গঠন কেনে আটিল—নিপোটল। কাৰোতো পেট ওলাই পৰা নাই—কাৰো গাত ঢেৰেহা মঙহ নাই যে ওলমি পৰিব। কোনোৱে হয়তো ইয়াকে সৌন্দৰ্য আখ্যা দিব, কোনোৱে আকৌ কব ইয়েই স্বাস্থ্য। ফৈদটোৰ সকলোৰে মুখৰ গঢ়-গতি একে নহব কিয়? তেওঁলোক সকলো নিশাৰে সতি-সন্ততি। একে বাপেক, একে ককাই-ভাই আৰু একে পো-পোৱালিৰপৰা জন্ম লোৱা। স্বাস্থ্য বল-বীৰ্যও সকলোৰে একে ধৰণৰে। এনে ধৰণৰ জীৱন যাপন কৰিবলৈ দুৰ্বলী আৰু নিশকতীয়া জীয়াই থাকিব নোৱাৰে। প্ৰাকৃতিক বিপৰ্যয় আৰু বনৰীয়া জন্তুৰ সমুখত তেওঁলোক টিকিব নোৱাৰিব।

জুইৰ ওচৰৰ কাম সমাধা কৰি কৰ্ত্ৰী ঘৰৰ আন এডোখৰ ঠাইলৈ গ'ল। বাকী সকলোৱে তেওঁৰ পাছ ল'লে। বোকাৰে মিহিকৈ মচা শুদা মাটিখনতে সিহঁত বহিল।

চামবাৰ মোনাত থোৱা মৌ-ৰসৰ সুৰা মোনাই মোনাই অনা হ'ল আৰু সকলোৱে বাতিয়ে বাতিয়ে খোৱাত লাগিল। পাত্ৰ হিচাপে কোনোৱে মূৰৰ খোলা এটাকে আনিছে, কোনোৱেবা আকৌ হাড়েৰে সজা ডোঙা এটাকে লৈছে, কোনোৱে জন্তুৰ শিঙৰ চুঙা আৰু কোনোৱে সৰল গছৰ পাতৰ থুৰি সাজি লৈছে। ডেকা-গাভৰু, ল'ৰা-বুঢ়া সকলোৱে মাংস, ফল-মূল, চৰ্বী খাইছে, সুৰা পিছে। সিহঁতৰ একো একো দলে জুমপাতি বহিছে। কোন ক'ত বহিব তাৰ কিন্তু বাধ্য-বাধকতা নাই। গাভৰুকালত আনন্দত মতলীয়া হৈ ফুৰা জীৱনৰ সুখ ভোগৰ দিনবোৰৰ কথা আজি বুঢ়ীকেইগৰাকীৰ মনলৈ আহিছে। সিহঁতে জানে আজি আৰু সিহঁতৰ দিন নাই, ডেকা-গাভৰুহঁতৰ দিন আহিছে। কিন্তু এতিয়াও একোজন বুঢ়াৰ মুখত জীৱনৰ ভাটিবেলাতো সুধা বৰসিবলৈ একো একোজনী গাভৰু ওলায়। দিবাও তাৰে এজনী। ঋভুৰ কান্ধত হাত থৈ দিবা বহিছে। তাইৰ চাৰিওফালে এডল ডেকা-গাভৰুৱে তাইক বেঢ়ি ধৰিছে। দমাৰ লগত সুৰ লগ লাগিছে।

খোৱা-পিয়া, নাচ-গান চলিব লাগিছে। সেই একেটা কুঠৰীৰ ভিতৰতে আকৌ প্ৰেমিক-প্ৰেমিকাহঁতৰ ভালপোৱাৰ দান-প্ৰতিদান……কোনোবা কাৰো কোলাত…। ৰাতিপুৱাৰ লগে লগে সিহঁত উঠিব, মতা-তিৰোতাহঁতৰ কোনোৱে ঘৰুৱা কামত লাগিব, আন কেইটামান লগ হৈ চিকাৰলৈ যাব বা গছৰ ফল-মূল বিচৰাত লাগিব। পকা মামৈ-তামোল যেন ৰঙা ওঁঠৰ কেঁচুৱা ল'ৰা-ছোৱালীয়ে মাকৰ কোলাত ধেমালি কৰিব, নহলে গছৰ ছাঁত পাৰি দিয়া জন্তুৰ নোমৰ ওপৰত শুব। ডাঙৰ ল'ৰা-ছোৱালীবোৰে ইটোৰ পিঠিত সিটো উঠি, জঁপিয়াই কিৰীলি পাৰি ভল্গাৰ বালিত নানা তৰহৰ ৰং-ধেমালি কৰিব।

নিশাৰ দিনতকৈ এতিয়া ফৈদৰ বুঢ়া-বুঢ়ীবিলাক সুখ-শান্তিৰে থাকিব পাৰিছে। ফৈদটোৰ গৰাকী এতিয়া অকল এগৰাকী আয়েই নহয়—এতিয়া তেওঁলোকে কেবা-গৰাকী জীৱিত মাকৰ পৰিয়াল লগ হৈ এটা ফৈদ পাতিছে সেই ফৈদৰ ওপৰত এতিয়া এগৰাকী আয়েই প্ৰভুত্ব বিস্তাৰ নকৰে। ফৈদৰ সজ্ঘ এখনেহে এতিয়া ফৈদটো পৰিচালনা কৰে। এতিয়া আৰু ভল্গাৰ বৰফ যেন পানীত জীয়েকক হেঁচা মাৰি ধৰি মাৰিবলৈ নিশাৰ নিচিনা তিৰোতা একোজনীৰ ঠাই নহব।



[ ৩ ]

দিবা এতিয়া নটা সন্তানৰ মাক হ'লহি—তাৰে পাচঁজনী ছোৱালী, চাৰিটা ল'ৰা। পঞ্চন্নিছ বছৰ বয়সত দিবাক নিশাৰ ফৈদৰ জন-নায়িকা মনোনীত কৰা হ'ল। যোৱা পঁচিশ বছৰৰ ভিতৰত ফৈদটোৰ মানুহ আগতকৈ তিনি গুণে বাঢ়িল আৰু ইয়াৰ বাবেই সুৰে যেতিয়াই আবেগত দিবাক চুমা যাচিবলৈ যায়, দিবাই কৈ উঠে—"অগ্নি দেৱতা আমাৰ প্ৰতি প্ৰসন্ন হৈছে—সূৰ্য দেৱতাই তেওঁৰ গৌৰৱ বিলাইছে—যি অগ্নি দেৱতাৰ শৰণাপন্ন হয়, অগ্নি আৰু সূৰ্য দেৱতাই যাক পালন কৰে তেওঁলোকে ভল্গা নদীৰ পানীৰ দৰে পৰ্যাপ্ত পৰিমাণে মৌ-ৰস পাব, তেওঁলোক য'লৈকে যাব ত'তে দেখা পাব জাকে জাকে হৰিণাই তেওঁলোকৰ পথাৰত ডেও দি ফুৰিছে।"

কিন্তু নিশাৰ ফৈদটোৰ সমস্যাও লাহে লাহে বাঢ়ি আহিছে। তেওঁলোক এঠাইৰ-পৰা আন ঠাইলৈ যাওঁতে আগৰ সমান ঠায়ে নটা হ'ল—হাবিয়েও নুকুলোৱা হ'ল। ফৈদটোৰ বাবে আগৰ তিনিগুণ ডাঙৰ বাহৰ এটাৰ আৱশ্যক হয়—চিকাৰৰ বাবেও তেনেকৈ আগৰ তিনিগুণ হাবি-বন লগা হ'ল। এইবোৰ আছেই—তাৰ উপৰিও তেওঁলোকৰ ছাউনীৰ দাঁতিতে এতিয়া আকৌ উষাৰ ফৈদেও চিকাৰ কৰেহি, মাত্ৰ দুয়োটা ফৈদৰ থকা ঠাইৰ মাজত কোনো ফৈদৰে অধিকাৰত নথকা এটুকুৰা হাবিৰ ব্যৱধান। সময়ে সময়ে নিশাৰ মানুহবোৰে এই মাজৰ হাবিডোখৰতো চিকাৰ কৰেগৈ, কেতিয়াবা উষাৰ দখলৰ ঠাইলৈ যায়গৈ। ফৈদৰ পঞ্চায়তে বুজিছে যে, উষাৰ ফৈদৰ লগত হয়তোবা কাজিয়াই হয়—কিন্তু তাকতো বাৰণ কৰাৰ উপায় নাই। এদিন দিবাই পঞ্চায়তৰ আগত তেওঁৰ মনৰ ভাব ব্যক্ত কৰি ক'লে—"ঈশ্বৰে আমাৰ অতবোৰ থাওঁতা স্ৰজন কৰিছে বাবেই, এই হাবিবোৰতো নানা ধৰণৰ ফল-মূল খাদ্যবস্তুৰ যোগান দিছে। এই হাবিবোৰৰ বাহিৰে আমাৰ সকলোৰে পেট পূৰোৱা উপায়ো নাই আৰু। গতিকেই এই চৰণীয়া মৃগয়াবনৰ গৰু, ম'হ, ঘোঁৰা, ভালুক একোকে এৰিব নোৱাৰি, ভল্গাৰ মাছ নহলেও হয়তো হয়।"

উষাহঁতৰ সকলোৱে দেখিছে—সিহঁতৰ অন্যায় সধা হৈছে। এবাৰ নে দুবাৰ উষাৰ ফালৰ পঞ্চায়তে দিবাহঁতৰ পঞ্চায়তৰ লগত আলোচনাও চলালে। তেওঁলোকে কয়—তাহানিৰ মনত পৰা দিনৰেপৰা এই ফৈদ দুটাৰ মাজততো যুঁজ-বাগৰ হোৱা নাই, প্ৰতি বছৰে থৰালি তেওঁলোক এই ঠাইলৈ আহেই। কিন্তু নিশাৰ ফৈদৰ মানুহবোৰ আকালৰ গৰাহত। ন্যায়-অন্যায় বিচাৰ কৰিবলৈ এতিয়া কাৰো অৱকাশ নাই। যেতিয়াই

আন সকলো পন্থা অকামিলা হৈ যায়, তেতিয়াই আহে পশুশক্তি প্রয়োগৰ কথা— অৰণ্যৰ শাসনৰ বিভীষিকা। লাহে লাহে ফৈদ দুটাই নিজ নিজ মতে আয়োজনত লাগি গ'ল। ইটো ফৈদৰ কথা সিটোৱে ঘুণাক্ষৰেও নজনা হ'ল! প্ৰতিটো ফৈদৰ বিয়া-বাৰু, জীৱন ধাৰণৰ নিয়ম-প্ৰণালী, মৃত্যুৰ বাতৰি কেৱল মাত্ৰ সিহঁতৰ নিজৰ ভিতৰতেহে আবদ্ধ থাকে।

এদিনাখন নিশাৰ ফৈদৰ এদল লোক ওচৰৰে পথাৰত চিকাৰ কৰিবলৈ ওলাল। হাবিৰ মাজৰ জোপাৰ আঁৰত জোপ লৈ থকা উষাৰ দলৰ কিছুমান মানুহে সিহঁতক হকা-বধা কৰিলে। দুয়ো পক্ষৰ মৰামৰি লাগিল। নিশাৰ ফালৰ মানুহো কম, তাতে এনে বিপদৰ বাবে সাজু হৈ যোৱাও নাছিল। গতিকেই তেওঁলোক পাছ-হুঁহকিবলৈ বাধ্য হ'ল। তেওঁলোকৰ মাজৰে ভালেমান মৰিল। আহত হোৱা কিজনক ভাৰ বান্ধি লৈ বাকীকিজন উভতি আহিল।

দলৰ নেত্ৰীক ঘটনাৰ আদ্যোপান্ত জনোৱা হ'ল। তেওঁ ঘটনাৰ বিৱৰণ শুনিলে। পঞ্চায়ত বহি মেল পাতিলে। শেহত দলৰ ল'ৰা-বুঢ়া, মতা-তিৰোতা সকলোকে মেললৈ মতা হ'ল। ঘটনাৰ প্ৰতিটো কথাৰে বিশদ আলোচনা চলিল, মৃতসকলৰ নাম বাৰে বাৰে দোহাৰি শুনোৱা হ'ল, ঘাইল হোৱা সকলক ৰাইজৰ আগত দেখুওৱা হ'ল। তেওঁলোকৰ ল'ৰা-তিৰোতা, ভাই-ককাই, বাপেক-মাক সকলোৱে তেজৰ সোঁত বোৱাই প্ৰতিশোধ লবৰ বাবে চিঞৰি উঠিল। তেজৰ বিনিময়ত তেজেৰে পোটক নোলোৱাটো আৰু এই জননীতি উলঙ্ঘা কৰাটো আকৌ ভাবিব নোৱাৰা কথা। মৃতকত গৈ এইটোৱেই থিৰ হ'ল যে মৃত গিয়াতিহঁতৰ তেজ পিয়াইঁতৰো পোটক তুলিব লাগিব।

আনন্দৰ সঙ্গীতৰ পৰিৱৰ্তে এতিয়া ৰণভেৰী বাজি উঠিল। ধেনু, কাঁড়, শিলৰ কুঠাৰ, কাঠৰ যাঠি, গদাৰে সকলো সজ্জিত হ'ল, শৰীৰ ৰক্ষাৰ বাবে প্ৰত্যেকে ডাঠ জন্তুৰ ছাল গাত মেৰিয়াই ল'লে—এইদৰেই ৰণযাত্ৰা আৰম্ভ হ'ল। বাহৰত থাকিল— কেঁচুৱা, আলৰ-বুঢ়া আৰু সিহঁতৰ ৰক্ষাৰ বাবে কেজনমান লোক। দলটোৰ আগ-শাৰীত গৈছে গায়ন-বায়নৰ দল—তাৰপিছতে সশস্ত্ৰ মতা-তিৰোতাৰ জাকটো। দিবাই জন-নায়িকা হিচাপে তেওঁলোকক বাট দেখুৱাইছে। চাওঁতে চাওঁতে গোটেই হাবিখনত এটা কোলাহল হ'ল, অস্ত্ৰ-শস্ত্ৰৰ জনজননিত চাৰিওকাষ শিয়ৰি উঠিল— বনৰ চৰাই-পশুৱেও ভয়ত উধাতুখাই ছিটিকি পলাল।

ক্ষন্তেকতে তেওঁলোক নিজ সীমা এৰি মাজ ঠাইডোখৰত ওলালগৈ। সীমা চিনিবৰ বাবে তাত হয়তো কোনো সীম-মূৰী ৰেখা নাই—কিন্তু দলৰ প্ৰতিটো



মানুহেই নিজৰ সীমা ভালদৰে চিনি পায়। তেওঁলোকে তাৰ বাবে মিছাও নামাতে। এতিয়াও মানুহে মিছা কব নাজানেই, কোনোৱে মিছা মাতিব লাগিলে ভালকৈ ভবা-চিন্তা কৰিহে কব পাৰে।

আনটো দলৰ চিকাৰ কৰিবলৈ অহা চিকাৰী দলেও নিজ মানুহবোৰক বতৰা দিলেগৈ। উষাৰ ফৈদৰ মানুহবোৰে ৰণৰ বাবে সাজু হৈ পথাৰলৈ ওলাল। তেওঁলোকে অধিকাৰ সাব্যস্ত কৰাৰ বাবেই যুঁজিবলৈ আহিছে—সঁচা কথা। কিন্তু তেওঁলোকে বিচাৰে যাতে মৃগয়াবনখন ৰক্ষা পৰে। পিছে তেওঁলোকৰ শত্ৰুৱেতো ন্যায়-অন্যায়, ভাল-বেয়াৰ কথা নেভাবে। উষাৰ মাটিতে দুয়োটা ফৈদে যুঁজ পাতিলে। সো-সো কৰে উৰা টোপা-কাঁড়ে আকাশ ছাটি ধৰিলে, শিলৰ কুঠাৰে কুঠাৰে ঘঁহনা খাই ফিৰিঙতি ওলাল, যাঠিৰে খোঁচা আৰু গদা-লাঠীৰ মাৰ ভয়াবহ হৈ উঠিল। তয়াময়া যুঁজত অস্ত্ৰ-শস্ত্ৰ থান-বান হবলৈ ধৰিলে—প্ৰতি পক্ষৰে যুঁজাৰু ৰণত পৰিছে— কাৰো হাতৰ অস্ত্ৰ হাততে ভাগিছে, কাৰোবাৰ সৰিয়েই পৰিছে; কিন্তু অস্ত্ৰ পৰি গ'লেও পথাৰৰ শিল, হাত আৰু দাঁতেৰে পুনৰ ফেপেৰি পাতি ধৰে। এনেকৈয়ে মতা-তিৰোতা সকলোৱে সমানে যুঁজিছে।

প্ৰতিদ্বন্দ্বী দলৰ তুলনাত নিশাৰ ফৈদৰ মানুহ বহুত বেছি। নিশাৰ দলৰ দুটাৰ মাজত উষাৰ এটাহে পৰিব। গতিকেই উষাই যুঁজত জিকা বুলি ভাবিবই নোৱাৰে। কিন্তু অগত্যা যুঁজিবই লাগিব, আন উপায় নাই। এটা ল'ৰা বাচি থকালৈকো যুঁজ চলাব—এয়ে পণ। বেলি ওলোৱাৰ তিনি ঘণ্টাৰ পিছৰপৰাই যুঁজ চলিছিল। যুঁজত হাবিৰ মাজতে উষাৰ দলৰ তিনি ভাগৰ দুভাগ লোক নাশ পালে—আধা মৰা বা ঘাইল কৰি কাকো এৰা হোৱা নাই। জনজাতিসকলৰ যুঁজত শত্ৰুপক্ষৰ লোকক ঘাইল কৰি এৰা মানেই ৰণনীতিৰ অৱমাননা কৰা। উষাৰ বাকী থকা ভাগটোৱে ভলগাৰ পাৰলৈ গৈ প্ৰতিজনৰে শেষ নিশ্বাসলৈকে প্ৰতিৰোধ কৰি মৰিল। দলটোৰ ল'ৰা-ছোৱালী আৰু বুঢ়া-বুঢ়ী কেইজনমান সেই বাহৰ এৰি পলাবলৈ ওলাল, কিন্তু পলাবৰ আৰু সময় নহ'ল। সেই বৰ্বৰ শত্ৰুহঁতে তেওঁলোকৰ পাছ ল'লে—কেঁচুৱাবোৰক শিলত ঠেকেচি মাৰিলে; বুঢ়া-বুঢ়ীবিলাকক ডিঙিত শিল বান্ধি ভল্গাৰ বৰফ যেন পানীত পেলাই দিলে। উষাৰ দলে গোটাই থোৱা ফল-মূল, মৌ, মঙহ ঘি য'ত পালে সকলো উলিয়াই আনি বাহৰটোত থকা ল'ৰা-ছোৱালী, বুঢ়া-মেথাবোৰক ঘৰৰ ভিতৰত সুমাই জুই লগাই দিলে। দপ্‌দপ্‌কৈ জ্বলি উঠা জুইৰ প্ৰকোপত দেইপুৰি যোৱা মানুহৰ আকাশ নিনাদিত হোৱা চিঞৰ-বাখৰ যিমানে চৰিল, নিশাৰ দলটোৱে সিমানে আনন্দত কিৰীলি পাৰিবলৈ ধৰিলে। তেওঁলোকে অগ্নি-দেৱতালৈ প্ৰণাম জনালে, আন দেৱতা-

বোৰকো স্তুতি কৰিলে। শত্রুৰে গোটাই থোৱা মাংস, সুৰা আদি বস্তুৰে পেট পূৰাই খাই আনন্দত মতলীয়া হৈ পৰিছে।

দিবাৰ আজি মহা আনন্দ। তেওঁ তিনিজনী তিৰোতাৰ বুকুৰপৰা সন্তানকেইটা টানি আনি শিল এটাৰ ওপৰত থুকুচি মাৰিছিল। আৰু সিহঁতৰ কোমল লাওখোলাৰ মিৰমিৰণি শুনি তেওঁ পিশাচীৰ দৰে ঢেক-ঢেককৈ হাঁহি অট্টহাস্যত আত্মহাৰা হৈ পৰিছিল।

থোৱা-বোৱাৰ পিছতে নাচ আৰম্ভ হ'ল। সেই জুইকুৰাৰ পোহৰতে সিহঁতে নাচিছে। দিবাৰ আজি নাচৰ লগৰী হ'ল তাইৰ ডেকা পুতেক বস্থ। নাচোনৰ ছেওত মাজে মাজে এই নাঙঠা শৰীৰৰ প্ৰাণী দুটিয়ে ইটোৱে সিটোক চুমা খায়, কেতিয়াবা হয়তো আঁকোৱালি ধৰে। সময়ে সময়ে আঁতৰিও যায়। অভিনয়ৰ অঙ্গি-ভঙ্গিৰে কেতিয়াবা কেতিয়াবা ইটোৱে সিটোক বেৰি বেৰি নাচে। সকলোৱে বুজিছে সিহঁতৰ নেত্ৰীৰ আজি বাছনিত উঠা প্ৰেম-নিবেদনৰ লগৰী হ'ল—বস্থ। বস্থুৱো আইৰ কামনা অতৃপ্ত কৰি ৰখাৰ ইচ্ছা নাই—আই আজি ৰণ বিজয়ৰ আনন্দত উন্মাদ প্ৰায়।

নিশা ফৈদৰ মৃগয়াবনখন এতিয়া আগৰ চাৰি গুণে বাঢ়িল। খৰালি তেওঁলোক-নো ক'ত থাকিব তাৰ চিন্তাই এতিয়া আৰু তেওঁলোকক জুৰুলা নকৰে। কিন্তু এটা কথাই এতিয়া নিশাৰ দলৰ মানুহবোৰক খাই মাৰিছে—তেওঁলোকে ভাবে উষাৰ ফৈদৰ মানুহবোৰ ভূত-প্ৰেত হ'ল আৰু সিহঁতে যি কাম জীৱিত কালত সাধন কৰিব নোৱাৰিলে, সেই কাম এতিয়া কৰিব। যি ঠাইত বাহৰটো পোৰা হ'ল, ভূতবোৰে সেই ঠাইতে এতিয়া খলি পুতিছে; সেই অঞ্চলেদি নিশাৰ ফৈদৰ কোনো মানুহ অকলে যে নোযোৱা হ'লেই, লগ বান্ধিও যাব নোৱাৰাত পৰিল। ডাঙৰ জুই একুৰাৰ আগত নাঙঠা নাঙঠা ছাঁৰ আকৃতিৰ কিবা কিছুমান ডেও দি ফুৰা নিশাহঁতৰ বহুতেই বহুতবাৰ দেখা যেন পালে। তেওঁলোকে তাৰপৰা বাহৰ তুলি নিয়াৰ সময়ত সেই ঠাইডোখৰেদিয়ে যাব লগা হৈছিল। তেতিয়া কিন্তু তেওঁলোকে সেই ঠাই দিন-দুপৰতে পাৰ হোৱাৰ দিহা কৰিলে আৰু এটাইবোৰ জুম বান্ধিহে গ'ল। কিন্তু দিবাই এতিয়াও তাৰেই সপোন দেখে—কেইটামান পানী-কেঁচুৱাই যেন জঁাপমাৰি তেওঁৰ হাতত ধৰিব খোজে। তেতিয়া তেওঁ টোপনিতে শিয়ৰি উঠে।





দিবাই এতিয়া সত্তৰৰ ডেওনা পাৰ হ'ল। তেওঁ এতিয়া আৰু ফৈদৰ মুৰব্বী নহয়। কিন্তু বুঢ়ী বুলিয়েই তেওঁক সকলোৱে সন্মান জনায়। কিয়নো যোৱা কুৰি বছৰ ধৰি তেওঁ জন-নায়িকা হিচাপে এই বাঢ়ি অহা ফৈদটোৰ সমৃদ্ধিৰ বাবে যত্নৰ ত্ৰুটি নকৰিছিল; এই কালছোৱাৰ ভিতৰতে ফৈদটোৱে কেবাবাৰো বাহিৰৰ শত্ৰুৰ বিৰুদ্ধে ৰণ দি অশেষ ক্ষতিও স্বীকাৰ কৰিছিল—যিমানেই যি হওক দিবাৰ ফৈদৰে শেষত সদায়ে জয় হয়। বৰ্তমান কেৱা মাহৰো বাবে সিহঁতৰ মৃগয়াবনৰ অভাৱ নঘটিব। দিবাই ভাবে এয়ে হ'ল দেৱতাৰ কৃপা। এসময়ত তেওঁ নিজ হাতেৰে পেটৰ কেঁচুৱাকো মুচৰি মাৰিছিল। এতিয়া কিন্তু সেই কথাই দিবাক সাপোনতো জিকাৰি তোলে।

খৰালি আহিল—ভল্গাও গোট মাৰিলে। আজি কেইবামাহো আগতে বৰফে চামনি মাৰি ধৰা নৈখন বহুত দূৰৰেপৰা ৰূপালী ৰেণু বা কমোৱা তুলা জিলিকাদি জিলিকি পৰিছে। নৈখনৰপৰা আঁতৰৰ হাবিখনৰ গছ-গছনিও বৰফেৰে ঢাক খোৱা। পাত-চোত নোহোৱা লঠঙা-লঠং কাঠেৰে ভৰা সেই হাবিবোৰ। নিশাৰ ফৈদটোও ক্ৰমাত বাঢ়ি আহে। তেওঁলোকৰ এতিয়া আগতকৈও বেছি খাদ্যসামগ্ৰী যোগানৰ আৱশ্যক হ'ল। আনহাতে কাম কৰোঁতাৰ সংখ্যাও বাঢ়িল। যিদিনাই কামত লাগে সেই গোটেইজাক মানুহৰ বাবে খোৱাবস্তু দ'ম দ'ম হয়। খৰালি বুলিও মতা-তিৰোতা সকলোৱে হাবিত চিকাৰ বিচাৰি পিট্‌পিটাই ফুৰে। তেওঁলোকে লগত পোহনীয়া কুকুৰো নিয়ে। এটা নহয় এটা চিকাৰো নোপোৱা নহয়। তেওঁলোকে কিন্তু এতিয়া চিকাৰ কৰা নতুন প্ৰথা এটা উলিয়াইছে। খাদ্যবস্তুৰ অনাটনৰ বাবে তেওঁলোকে বনে বনে চৰি ফুৰা গৰু-ম'হ, পহু, বনৰীয়া ঘোঁৰা আদি জন্তুবোৰ চিকাৰ কৰে। শস্যৰ গুটি মাটিত পৰিলেই গজালি মেলে—এই কথাও এওঁলোকে লক্ষ্য কৰিছে—সেই কাৰণে ঘঁাহ-বনৰ কঠীয়া জেকা মাটি চাই গুজি থয়। ঘঁাহবোৰ গজালি ধৰি উঠিলে সেইবোৰ খাই-মেলিয়ে গৰু-ম'হবোৰ কিছুদিন একে ঠাইতে থাকে।

এদিন ঋক্ষশ্ৰবাৰ কুকুৰটোৱে শহাপহু এটা খেদি নিছিল; সিও তাৰ পাছে পাছে লৰিছে। লৰৰ কোবত ঘামত তাৰ তেনেই জোল বৈছে, অলপদূৰ যোৱাৰ পিছত সি বৈ তাৰ গাৰ গধুৰ নোমৰ চোলাটো কান্ধত পেলাই ল'লে। এই সময়ৰ ভিতৰতে কুকুৰটো চকুৰে নেদেখা হ'ল, কিন্তু বৰফৰ ওপৰত পৰি যোৱা তাৰ ভৰিৰ খোজৰ চিন ভালদৰে জিলিকি আছে। গৈ গৈ ঋক্ষৰ উশাহ নিৰোধ হোৱা যেন লগাত পৰি

থকা গছ এজোপাৰ ডাল এটাত বহি সি ভাগৰ পলুৱাবলৈ ধৰিলে। তাৰ ফোপনি মৰাই নাই এথোন এনেতে দূৰৈত কুকুৰৰ ভুকনি তাৰ কাণত পৰিল। সি ঘপহ্ কৰে উঠি আকৌ লৰিবলৈ লাগিল। কুকুৰটোৰ ভুকনি ওচৰ চাপি অহা যেন লাগিছে। সি গৈ গৈ তাৰ ওচৰ চাপিল আৰু সৰল গছ এজোপাৰ গাত আউজি থিয় হৈ থকা লনি তিৰোতা এজনী দেখা পালেগৈ। নোমৰ বগা চোলা এটাৰে তাইৰ গাটো ঢকা। তাইৰ বগা টুপীটোৰ তলেদি দেখা যায় সোণবৰণীয়া চিক্‌মিকাই থকা অলকাকেডালি। তাইৰ ভৰিৰ ওচৰতে এটা মৰা শহাপহু পৰি আছে। ঋক্ষ যোৱা দেখি কুকুৰটো ভৌ ভৌ কৰে ভুকি তাৰ কাষ চাপিল। ঋক্ষ ছোৱালীজনীৰ মুখলৈ ৰ-লাগি চাই ৰ'ল। তাই মিচিক্ কৰে হাঁহি এটা মাৰি সুধিলে, "হেৰা! এইটো হবলা তোমাৰে কুকুৰ ?"

"এৰা, পিছে মইতো তোমাক দেখা মনত নপৰে ?"

"মই কুৰু ফৈদৰ। এইখন তেওঁলোকৰ ঠাই।"

"কুৰু ফৈদ !!"

ঋক্ষ বৰ বিবুধিত পৰিল। কুৰু তেওঁলোকৰ ফৈদৰ চুবুৰীয়া আৰু আজি কেইবছৰমান ধৰি দুয়ো ফৈদৰ মাজত অৰিয়া-অৰি চলিছে ; কোনো সময়ত মৰা-মৰি কটা-কটিও হৈছে। যিকি নহওক উধাৰ ফৈদতকৈ মানুহখিনি কিছু বিবেচক আৰু টেঙৰ। তেওঁলোকে জানে যুঁজত তেওঁলোক জিকিব নোৱাৰে। যুঁজৰ হাত এৰাই পলাই সাৰি থকাকে তেওঁলোকে সৰোগত কৰি ল'লে। অস্ত্র-শস্ত্রৰ বল এওঁলোকৰ নাই তথাপিও ভৰিৰ বেগৰ বলতে তেওঁলোক তিষ্ঠি থাকিব পাৰিছে। কুৰু ফৈদৰ উচ্ছেদ সাধিব বুলি নিশাৰ ৰণুৱাবিলাকে প্রকৃততে পণকে কৰিছে। কিন্তু এতিয়াও সেই কাম সিদ্ধি কৰিব পৰা নাই।

"তোমাৰ কুকুৰটোৱে এই পহুটো মাৰিলে। তুমি তাক এতিয়া লৈ যোৱা।"—ঋক্ষ নীৰৱে থকাত ছোৱালীজনীয়ে এইবুলি মাত লগালে।

"পহুটো কিন্তু কুকুৰ মৃগয়া বনতহে মৰা হৈছে।"

"সেইটো হয়। পিছে কুকুৰটোৰ গৰাকীজনৰ বাবেহে মই বাট চাই আছোঁ।"

"বাট চাই আছা ?"

"ওঁ। পহুটো দি দিবলৈ !"

কুৰুৰ ফৈদৰ নাম শুনা মাত্রকে ঋক্ষৰ মনলৈ অহা ঘৃণাৰ ভাবে তাক কঁপাই তুলিছিল। কিন্তু ছোৱালীজনীৰ মিঠা মাত শুনি তাৰ মনৰ সেই ভাব আঁতৰ হ'ল। আপোন আপোন যেন ভাব এটা তাৰ মনত খেলালে—সি কবলৈ ধৰিলে, "তুমি মোক মোৰ কুকুৰটোও দিলা আৰু শহাপহুটোও দিছা—কিন্তু মোৰ কাৰণে কুকুৰটোৰ মূল্য বেছি।"



"ভাল চিকাৰী কুকুৰ এইটো।"

"ফৈদটোৰ আটাইবোৰ কুকুৰতকৈ ইয়েই ভাল। মোৰ মাত শুনিলেই সি মোৰ ওচৰলৈ লৰি আহে।"

"তাৰ নাম কি ?"

"শংভূ।"

"আৰু তোমাৰ নামনো কি কবানে বাৰু ?"

"মই ৰোচনাৰ ল'ৰা ঋক্ষশ্রবা।"

"ৰোচনা! মোৰ আইৰ নামো ৰোচনাই আছিল। তোমাৰ যদি ততাতৈয়াকৈ যাবলগীয়া কাম নাই ইয়াতে ক্ষন্তেক বহা।"

ঋক্ষ বৰফৰ ওপৰতে তাৰ ধেনু-কাঁড় আৰু ছালৰ চোলাটো থৈ ছোৱালীজনীৰ কাষতে বহিল। অলপ ৰৈ সি সুধিলে, "তোমাৰ আয়েৰা এতিয়া আৰু নাই, নহয় ?"

"নাই, নিশাৰ ফৈদৰ লগত যুঁজত তেওঁ মৰিল। আয়ে মোক বৰ ভাল পাইছিল।"—এই কথাষাৰ কোৱাৰ লগে লগেই চকুৰ পানীত তাইৰ গাল-মুখ তিতি গ'ল।

ঋক্ষই তাইৰ চকুৰ পানী মচি দি দি কবলৈ ধৰিলে—"এই যুঁজ পতাটো যে কিমান বেয়া কাম!"

"ওঁ! হয়! যুঁজে কিমানবোৰ আপোন মানুহ যে গ্রাস কৰিছে।"

"তথাপি যুঁজৰ ওৰ নপৰেই।"

"যুঁজৰনো ওৰ কেতিয়া পৰিব আৰু! কোনো এটা পক্ষ নির্মূল হব লাগিব, তেহে। সিহঁতে কয় নিশাৰ মানুহবোৰ হেনো আৰু এবাৰ যুঁজ দিবলৈ আহিব। মোৰ বোধেৰে তেওঁলোকো তোমাৰে নিচিনা ডেকাই নহয়নে বাৰু ?"

"আৰু কুৰু ফৈদৰ আনবিলাক ছোৱালীও তোমাৰে নিচিনাই, নহয় জানো।"

"তথাপিও আমি পৰস্পৰে মৰা-মৰি কটা-কটি কৰোঁহঁক! কিয় বাৰু ঋক্ষ! কিয় আমি এনে কৰোঁ ?"

ঋক্ষৰ মনত পৰিল আজিৰপৰা তিনি দিনৰ পিছতে তেওঁৰ মানুহবোৰে কৌৰৱক আক্রমণ কৰিব! তেওঁ একো কবলৈকে নাপালে, গাভৰুৱে কবলৈ লাগিল—

"কিন্তু আমি যুদ্ধ নকৰোঁ।"

"যুদ্ধ নকৰা ? কুৰু ফৈদে যুদ্ধ নকৰে ?"

"আমি যুঁজত জিকিম বুলি আশা কৰিব নোৱাৰোঁ। আমাৰ মানুহ ইমান কমি আহিছে যে—"

"তেনে তোমালোকে কি কৰিবা ?"

"ভল্গাৰ পাৰ এৰি গুচি যাম। বহুত দূৰলৈ যামগৈ। আমাৰ আই হেন এই ভল্গাখন—কিমান মৰম লাগে। আমি আৰু তোমাক দেখা নাপাম; সেই কাৰণেই আজি মই ইয়ালৈ আহিছোঁ। বৈ যোৱা ভল্গাৰ সোঁ সোঁতটো চাই চাই মই বহুত সময় ইয়াতে বহি আছোঁ।"

"তেনেহলে তুমি আৰু ভল্গাক দেখিবলৈ নেপাবা নহয়।"

"সাঁতুৰিবলৈও নেপাম আৰু। ভল্গাৰ অগাধ দ পানীত সাঁতুৰিবলৈ কেনে ভাল।" এই কথা কওঁতে ছোৱালীজনীৰ চকুৰেদি জৰ্‌জৰ্‌কৈ পানী বৈ গ'ল।

ঋক্ষয়ো বেজাৰত কৈ পেলালে, "তোমালোকৰ কাৰণে সঁচাই বৰ টানেই হৈছে। উঃ মনুহবোৰ কি নিষ্ঠুৰ।"

"হেৰা, ৰোচনাৰ পুত্ৰ! ইয়েই জন-ধৰ্ম।"

"আৰু সেয়ে হ'ল বৰ্বৰ-ধৰ্ম।"



## তৃতীয় অধ্যায়

### অমৃতাশ্ব

অঞ্চল—মধ্য এচিয়া—পামিৰ মালভূমি।

জাতি—ইণ্ডো-ইৰাণী।

সময়—৩,০০০ খৃঃ পূঃ।

[এই কাহিনী আৰ্যগোষ্ঠীৰ ২০০ পুৰুষ আগৰ। এই লোক তেতিয়াৰ ভাৰত আৰু ইৰাণৰ বগা চেহেৰাৰ জাতিবোৰৰ এটা শাখা—উভয়কে বুজাবলৈ 'আৰ্য' বোলা হয়। পশুপালনেই আছিল সেই কালৰ ঘাই জীৱিকা।]

[১]

সেউজীয়া পৰ্বতমালা, কুলুকুলুকৈ বৈ যোৱা জান-জুৰি-ঝৰণাৰে ভৰা মনোমোহা ফৰগনাখন—সৌন্দৰ্য-ৰাণী কাশ্মীৰৰ দৃশ্যাৱলী যি দেখিছে তেওঁহে এই ঠাইখনৰ সৌন্দৰ্যৰাজিৰ সম্যক ধাৰণা কৰিব পাৰিব। খৰালি পাৰ হৈছে—বসন্তৰ আগমন। বসন্তৰ আভাই এই পৰ্বতীয়া উপত্যকাটোক মৰতৰ সৰগলৈ ৰূপান্তৰ কৰিছে। পশুপালকসকলে খৰালিৰ আবাস পৰ্বতৰ গুহা আৰু শিলৰ জুপুৰি এৰি আহল-বহল চৰণীয়া পথাৰ বিচাৰি ফুৰিছে। তেওঁলোকৰ ঘোঁৰা-নোমৰ তম্বুবোৰৰপৰা ধোঁৱা ওলাই ওপৰলৈ উৰিছে—তম্বুবোৰ প্ৰায়বোৰেই ৰঙা বোলেৰে বোলোৱা। তাৰে এটা তম্বুৰপৰা এজনী গাভৰু ওলাই আহিল। কান্ধত পানীৰ মোনাটো আৰি লৈ তেওঁ শিলনিৰ ওপৰেদি ঢৌ খেলি বাগৰি যোৱা জুৰিটোৰ পাৰলৈ আগবাঢ়িছে। তম্বুৰপৰা বেছি দূৰ যাবলৈ নৌপাওঁতেই তেওঁৰ সমুখত এজন মানুহ আহি ওলাল। গাভৰুৰ দৰে তেৰোঁ এটা ডাঠ বগা উলৰ সাজ পিন্ধিছে। সাজটো দুভাঁজকৈ সোঁ-কান্ধৰ ওপৰত এনেদৰে বন্ধা যে সোঁ-বাহু, কান, গাৰ সোঁফালৰ একাংশ আৰু আঁঠুৰ তলছোৱাৰ বাহিৰে তেওঁৰ গোটেই গা ঢাকিছে। মানুহজনৰ চুলিকোছা হালধীয়া—ডাড়ি-চুলি ভালদৰে ফনিওৱা।

হঠাতে আগত মানুহজন দেখি গাভৰু থমকি ৰ'ল। মানুহজনে মিচিকিয়াই হাঁহি এটা মাৰি সুধিলে, "সোমা! আজি পানী আনিবলৈ যোৱা বহুত পলম হ'ল দেখোন!"

"পলম হৈছে—ঋজ্ৰাশ্ব। কিন্তু—তুমি···তোমাকনো ইয়ালৈ কিহে আনিলেহে—বাট পাহৰি ইয়াত যে ভ্ৰমি ফুৰিছাহি ?"

"বাট পাহৰা নাই, সোমা। মই তোমাৰ বাবেই আহিছোঁ।"

"মোৰ ওচৰলৈ আহিছা ? বহুত দিনৰ মূৰতচোন !"

"আজি মোৰ তোমালৈ মনত পৰিল, সোমা।"

"বাৰু বাৰু—মই পানী ভৰাই আনো। তুমি মোৰ লগতে ঘৰলৈ যাবা। অমৃতাশ্ব থাবলৈ বৈ আছে।"

কথা পাতি পাতি গৈ দুয়ো জুৰিটিৰ কাষ পালেগৈ আৰু গাভৰু পানী লৈ উভটি আহিল। বাটতে ঋজ্ৰাশ্বই সুধিলে, "অমৃতাশ্ব এতিয়া চাগৈ বেছ ডাঙৰ হৈছে নহয় ?"

"তুমি তাকতো কেইবা বছৰো দেখা নাই—নহয় জানো ?"

"চাৰি বছৰ হ'ল—দেখা নাই।"

"তাৰ এতিয়া বাৰ বছৰ হৈছে। সি সঁচাকৈয়ে সাইলাখ তোমাৰ নিচিনাই হৈছে ঋজ্ৰাশ্ব।"

"হবৰ কথাই। সেই সময়ত ময়ো তোমাৰ এজন প্ৰেম-প্ৰাৰ্থী নাছিলোঁ। জানো ! ইমান দিন অমৃতাশ্ব ক'ত আছিল ?"

"তাৰ মোমায়েকৰ লগত বাহ্লিকসকলৰ মাজত।"

এনেতে তম্বুৰ কাষ পালত গাভৰু পানীৰ মোনা লৈ তম্বুৰ ভিতৰলৈ গ'ল আৰু গিৰিয়েক কৃচ্ছ্ৰাশ্বক নৱাগতৰ কথা ক'লেগৈ। দুয়ো ওলাই আহিল। অমৃতাশ্বও তেওঁলোকৰ পিছতে আহিল। ঋজ্ৰাশ্বই গৃহস্থক প্ৰণাম কৰি অভিবাদন জনাই সুধিলে—"অ' বন্ধু ! ভালে-কুশলে আছাইক নে ?"

"অগ্নিৰ কৃপাত কোনোৰকম আছোইক আৰু। বন্ধু ! আহা, আহা—মৌ-জোল আৰু ঘোঁৰাৰ গাখীৰৰ সৈতে সোমৰস পগাইছোইক। এই হবই এতিয়া।"

"মৌ-জোল আৰু সোমৰস ! ইমান ৰাতিপুৱাতে যে !"

"অহ্ ! মই এতিয়াই ঘোঁৰাৰ জাক লৈ যাম। বাহিৰত মোৰ কাৰণে ঘোঁৰ সাজু কৰি থোৱা মন কৰা নাই নে ?"

"তেনেহলে তুমি আজি গধূলিকৈও ঘূৰি নাহিবা নেকি ?"

"নাহিবও পাৰোঁ—পিছে যেয়ে হ'ক লাগে, সেইবাবেতো এই মোনাভৰা সোমৰস আৰু ধুনীয়া কোমল ঘোঁৰা-মঙহ লগত বান্ধি লৈছোঁ।"

"ঘোঁৰা-মঙহ !"



"হয়, ঘোঁৰা-মঙহ। অগ্নিদেৱতা মোৰ ঘোঁৰাজাকৰ প্ৰতি সদয় হৈছে বুজিছা। সেই কাৰণেই মই বেছিভাগেই ঘোঁৰাকে পোহোঁ।"

"হেৰা কৃচ্ছ্ৰাশ্ব ! তোমাৰ নামটোৰ ( ঘোঁৰাৰ দুখীয়া ) অৰ্থ বিপৰীত হে দেখোন।"

"মোৰ বোপাইৰ দিনত আমাৰ ঘোঁৰা নাছিল বুলিলেই হয়। সেইবাবেই মোৰ এই নাম থ'লে।"

"তেনে এতিয়াতো তোমাৰ নাম ঋদ্ধাশ্ব ( ঘোঁৰাৰ চহকী ) হোৱা উচিত।"

"বাৰু, বাৰু ভিতৰলৈ আহা।"

"হেৰা ভিতৰলৈ কেলেই হে। সৌ সৰল গছজোপাৰ তলৰ ঘাঁহনিতে বহা বেয়া হব জানো ?"

"বাৰু তেনে যোৱা সোমা, ইয়ালৈকে আনাগৈ—আমাৰ এই আলহী বন্ধুগৰাকীক ইয়াতে সোমৰস আৰু মাংস খাবলৈ দিওঁহঁক।"

"বাৰু—আনোগৈ। কিন্তু কৃচ্ছ্ৰাশ্ব, তুমি এতিয়াই ঘোঁৰাৰ জাক লৈ যাবা নহয় ?"

"অহ্ মই যাবহে লাগে। আজি নহ'লে কাইলৈ যাম। আহা ঋজ্ৰাশ্ব বহা, বহা।"

সোমাই সোমৰসৰ মোনা আৰু বাটি আনিলেগৈ। দুই বন্ধুৰ মাজত আহি অমৃতাশ্বও বহিল। সোমাই ঘাঁহনিতে সুৰাৰ পাত্ৰ আৰু বাটিকেইটা থৈ ক'লে, "ৰ'বা, মই আসন এখন পাৰি দিওঁহি।"

"নেলাগে, নেলাগে"—এইবুলি ঋজ্ৰাশ্ব চিঞৰি উঠিল, "এই কোমল ঘাঁহনিখনেই ভাল, আসন কেলেই ?"

"ভাল তেনে, পিছে বাৰু ঋজ্ৰ, তুমি লোণে সৈতে সিজোৱা মঙহ খাবা নে, পোৱা মঙহহে খাই ভাল পোৱা ? মঙহখিনি কিন্তু বৰ কোমল—মাত্ৰ আঠ-মহীয়া ঘোঁৰা-পোৱালি এটাৰ।"

"কোমল ঘোঁৰা-মঙহ পুৰি খাবলৈহে ভাল, সোমা। কেতিয়াবা মই গোটেই পোৱালিটোকে সেকি পেলাওঁ। এনেকৈ পিছে সময় লাগে—কিন্তু মঙহখিনি খাবলৈ বৰ সোৱাদ হয়।···পিছে সোমা, তুমি হ'লে মোৰ সুৰাৰ বাটিটো তোমাৰ ওঁঠৰ পৰশ লগাই সুৰদি কৰি দিব লাগিব।"

কৃচ্ছ্ৰাশ্বই চিঞৰিয়ে উঠিল—"হয়হে সোমা, ঋজ্ৰ বহুত দিনৰ মূৰত আহিছে নহয় আকৌ।"

"জুই জ্বলিয়ে আছে—মঙহকণ পুৰিবলৈ বেছি সময় নালাগিব—মই বেগেতে আহিম।"—এইবুলি সোমা সোমাই গ'ল।

কৃচ্ছ্রাশ্বই কিন্তু বাটিয়ে বাটিয়ে সুধা খাবলৈ লাগিল। গৃহস্থৰ এনে আচৰণ দেখি ঋজ্রাশ্বই সুধিলে, "কিহে বন্ধু, ইমান ততাতৈয়া কেলেই ?"

"আহ—সোমৰস বৰ উপাদেয়। তাতে আকৌ সোমাৰ হাতৰ সোমৰস। সুৰাই অমৃত। যিয়েই এই সুৰা পান কৰে—অমৰ হয়। বাটি ভৰাই পান কৰা আৰু অমৰ হোৱা।"

"অমৰ হব খুজিছা ? পিছে ইবাটিৰ পিছত সিবাটিকৈ তুমি যেনেকৈ সুৰা পিবলৈ লাগিছা—অলপ পিছতে এতিয়া তুমি মৰাৰ নিচিনাহে হবা।"

"কিন্তু ঋজ্র, তুমি নাজানা—সোমক যে মই কিমান ভাল পাওঁ !"

এনেতে সোমা পালেহি। হাতত চামৰাৰ থালত তিনি থাল পোৰা মঙহ। তাই প্রশ্ন কৰিলে, "কিন্তু কৃচ্ছ্র, তুমি তেনে সোমাক ভাল নোপোৱা নেকি ?"

"সোমা আৰু সোম দুয়োকো।"—কৃচ্ছ্রই উত্তৰ দিলে। কিন্তু কথা কওঁতে তেওঁৰ মাতৰ বিকৃতি ঘটিছিল। চকু তেজ যেন ৰঙা পৰিছিল। তেওঁ কিন্তু আকৌ কৈছিল, "আজি আকৌ সোমা তোমাৰ কিহৰ ভয় ?"

"সেইটো সঁচা। মই আজি আমাৰ অতিথি ঋজ্রৰ।"

"অতিথিয়েই নে—নাই অতীতৰ লগৰীয়াও ?"—মুখত ফুটেঁা ফুটেঁা কৰা হাঁহি এটা লৈ কৃচ্ছ্রই ক'লে।

সোমাক হাতত ধৰি ঋজ্রাশ্বই তেওঁৰ কাষতে বহুৱাই ল'লে আৰু চপ্‌চপীয়াকৈ ভৰোৱা সুৰা এবাটি মুখৰ আগত দাঙি ধৰিলে।

সোমাই এশোহা কি দোশোহামান খাই ক'লে, "এতিয়া তুমি খোৱা, ঋজ্র। আজিৰ মুহূর্তৰ এই দিনটোৰ কাৰণে আমি কিমান দিন যে বাট চাবলগীয়া হৈছিল।"

একেশোহাতে সুৰা বাটি খাই বাটিটো মাটিত থৈ ঋজ্রই ক'লে, "তোমাৰ ওঁঠৰ পৰশত এই সুৰা কিমান যে সোৱাদ হয়, সোমা।"

কৃচ্ছ্রাশ্বক সুৰাৰ ৰাগিয়ে যে ধৰিছে দেখিলেই কব পাৰি। তেওঁ থৰক-বৰককৈ সুৰা এবাটি বাকি বাটিটো সোমাৰ ফালে আগবঢ়াই দি অসংলগ্ন মাতেৰে কবলৈ লাগিল—

"সো-ও-ও-ও ম-ম-আ-আ। এ-এ-ই-ই ব-ব-ব-আ-আ-ত-ত-ই-ই-ও সো-ও-ও-ৰ-ৰ-আ-আ-অ-দ-অ ক-ক-অ-ৰ-ই-ই দি-ই-ই-য়া।"

তাই ওঁঠ লগাই বাটিটো আকৌ ঘূৰাই দিলে। বয়সীয়া লোকৰ এনে ভাবপ্রৱণ কথাত ল'ৰাই একো ৰস পোৱা নাই বাবে অমৃতাশ্ব সেই ঠাইৰপৰা আঁতৰি লগৰ লগৰীয়া বিচাৰি খেলিবলৈ গ'ল। কৃচ্ছ্রাশ্বৰ চকু ঢুলঢুলীয়া হ'ল—বাহু উথহি পৰিল—মূৰ আলমোকোটা খালে। তথাপিও তেওঁ চিঞৰি সুধিছে :



"ম-ম-ই গা-আ-আ-ম-অ-অ-নে,—সো-ও-ও-মা-আ।"

"গোৱা, গোৱা। কুৰুসকলৰ মাজত তোমাৰ নিচিনা গায়ক আৰু কোন আছে ?"

"ঠি-ঠি-ই-ই-ক কৈ-ঐ-ঐ-ছা-আ-আ, মো-মো-ও-ও-ৰ-অ নি-নি-ই-ই-চি-ই-ই-ই-না-আ-আ-ই ইনা-আ-ই-ই। সো-ও-ও-মা-আ-আ শু-উ-উ-না-আ, সোমৰস-অ দি-ই-ই-য়া।"

"হৈছে, হৈছে—সিমানেই হৈছে কৃচ্ছ্রাশ্ব। চোৱাচোন তোমাৰ গীতৰ ৰাগিণীত হাবিৰ পশু-পক্ষী আটাইবোৰে পলাইছে।"

"আ-আ—বাৰু।"

দিনৰ এইছোৱা সময়ত সোমৰস খাই মানুহ অমৰ হব নোৱাৰে। সুৰাপানৰ সময় হ'ল—বেলি মাৰ যোৱাৰ পিছত। কিন্তু কৃচ্ছ্রাশ্বই কিবা এটা চেলু পাবহে লাগে। তেওঁ বেহুচ হৈ শুই পৰিলতে—আন দুজনে সুৰাৰ বাটি এৰি জুৰিটোৰ পাৰৰ ওখ শিল এটাত জিৰণিৰ ঠাই বিচাৰি বহিল। এই ঠাইৰ পৰ্বতৰ মাজৰ সমতলেদি নৈখন বৈ গৈছে। নৈখন ডাঙৰ সৰু অসংখ্য শিলেৰে ভৰা—শিলত খুন্দা খাই পানীৰ কল-কল ৰব উঠিছে। শিলনিৰ মাজে মাজে পানীত—অ'ত-ত'ত মাছবোৰে দৰক লৈ ফুৰিছে—ফান মাৰিছে—ভমক্ কৰে ওলাই আকৌ নাইকিয়া হৈ গৈছে। পাৰৰ শুকান মাটিত শাল, সৰল আৰু আন জাতীয় গছ-গছনিবোৰ—তাৰ পৰা চৰাইৰ কল-কলনি—হিয়া জুৰোৱা মনোমোহা গীতৰ ধ্বনি উঠিছে। ফুলৰ সৌৰভ ভাৰ বৈ মন-প্রাণ হৰি নিয়া মলয়া এছাটিও বৈছে।

এনে এখন স্বৰ্গীয় কানন—তাতে বহুদিন বিৰহ-বেদনা ভুগি থকা ডেকা-গাভৰু-হালিয়ে অতীত প্রেমৰ দাপোণ মেলিছেহি। আজি তেওঁলোকৰ মনত অতীতৰ স্মৃতি বহুতেই ভাহি উঠিছে। তেতিয়া সোমা আছিল ষোড়শী যুৱতী—তাইৰ চুলিকোছা আছিল সোণ-বৰণীয়া। বসন্ত-উৎসৱৰ সময়ত ঋজ্রাশ্ব গৈছিল তেওঁৰ মোমায়েকৰ ঘৰলৈ—বাহ্লিকসকলৰ তালৈ। সোমা তেওঁৰ মোমায়েকৰে জীয়েক আৰু ঋজ্রাশ্ব সোমাৰ প্রেমিকসকলৰ ভিতৰৰে এজন। সোমাৰ প্রেম-প্রার্থীসকলৰ ভিতৰত এটা পণ ৰখা হৈছিল। কিন্তু কৃচ্ছ্রাশ্বইহে বৰমাল্য লাভ কৰিলে—ঋজ্রাশ্ব আৰু বাকী সকলোৱে পৰাজয় বৰণ কৰিবলগীয়া হ'ল। এতিয়া সোমা কৃচ্ছ্রাশ্বৰ পত্নী। এইটো কিন্তু বাধ্যবাধকতাৰ যুগ নহয়—তিৰোতাই নিজক পুৰুষৰ অস্থাৱৰ সম্পত্তি বুলি স্বীকাৰ কৰি লোৱা নাছিল। মাজে সময়ে কাৰো লগত প্রেম কৰাৰ সম্পূর্ণ স্বতন্ত্রতা তেওঁলোকৰ আছিল। তাতে আকৌ আলহী-অতিথি, বন্ধু-বান্ধৱক আদৰণি জনাবলৈ নিজৰ পত্নীক আগবঢ়োৱাটো সন্মানজনক প্রথা বুলিয়েই সেই কালত বিবেচিত হৈছিল। বাস্তৱিকতে আজি সোমা ঋজ্রাশ্বৰে।

সন্ধ্যা গোটেই ফৈদটোৰ মতা-তিৰোতা সকলো নায়কৰ—ফৈদৰ মুৰব্বী নাইবা শাসক—আহল-বহল চোতালত গোট খালেহি। সোম, মৌৰসৰ সুৰা, সুবাসিত গো-মাংস, ঘোঁৰা-মঙহ ভাবে ভাবে অনা হৈছে। নায়কৰ এটি ল'ৰা ওপজা বাবে আজি এই ভোজৰ আয়োজন। কৃচ্ছাশ্ব তেতিয়াও প্ৰকৃতিস্থ হোৱা নাই, কিন্তু ঋজ্ৰাশ্ব আৰু সোমাই তেওঁৰ হৈ উৎসৱত যোগদান কৰিছেহি। বহুত ৰাতিলৈকে সুৰাপান, নাচ-গান আৰু নানা তৰহৰ ৰং-তামাচা আমোদ-আহ্লাদ কৰা হ'ল। আনদিনৰ দৰে আজিও সোমাৰ গীত আৰু ঋজ্ৰাশ্বৰ নৃত্যাই কৌৰৱসকলৰ প্ৰশংসা লাভ কৰিলে।

[ ২ ]

"মধুৰা তোমাৰ ভাগৰ লগা নাইনে বাৰু ?"

"নাই নাই, মই ঘোঁৰাত উঠি ভালহে পাইছোঁ।"

"কিন্তু সেই দস্যুইতে তোমাক আন্তৰিকভাৱে ধৰি নিছিল নহয় !"

"ওঁ। বাহ্লিকবোৰে পক্থোসকলৰ গৰু-ঘোঁৰা যি চুৰকৈ নিয়েই—ছোৱালীবোৰো ধৰি নিয়ে।"

"গৰু-ঘোঁৰা চুৰ কৰিলে উভয়পক্ষৰ মাজত বহুত দিনলৈ শত্ৰুতা বৈ যায়। কিন্তু ছোৱালী চুৰ কৰা শতুৱালি হয় অলপদিনীয়া। কিয়নো মুৰকত গৈ শহুৰেক জোঁৱায়েকৰ মিলা-প্ৰীতি হব লগা হয়। কিন্তু তোমাৰ নামটো কি মই এতিয়ালৈকে নাজানিলোঁ নহয়। কোৱাচোন কি নাম তোমাৰ ?"

"অমৃতাশ্ব—কৌৰৱৰ কৃচ্ছাশ্বৰ পুত্ৰ।"

"কৌৰৱ। আহ্, কুৰু মোৰ মাতুল-বংশ।"

"বুজিছা মধুৰা, তুমি এতিয়া একেবাৰে নিৰাপদ। ক'লৈ যাবা, কোৱা।"

তাইৰ মুখত আনন্দৰ বেঙণি বিৰিঙি উঠিল। কিন্তু থিতাতেই সি অদৃশ্য হ'ল। অমৃতাশ্বই কথাটো গম ধৰি কথাৰ পাক ঘূৰাবলৈ বুলি ক'লে, "পক্থো কন্যা কেইবাগৰাকীও আমাৰ গাঁৱলৈ আহিছে নহয় আকৌ।"

"তেওঁলোকক বলেৰে ধৰি অনা হৈছিল নেকি ?"

"নাই, নাই—তেওঁলোকৰ ভিতৰৰ কেইবাগৰাকী মোৰ মোমাইৰে জীয়েক।"



"সেয়ে হলেও তিৰোতা আনিবৰ বাবে লুট-পাত আৰু ডকাইতি কৰা অতি নীচ কাম।"

"ময়ো তাকে ভাবোঁ, মধুৰা। মতা-তিৰোতাৰ ভিতৰত প্ৰণয় হব পাৰে নে নোৱাৰে মানুহে তাক সুবুজাটোৱে ইয়াৰ কাৰণ।"

"মোমায়েকৰ জীয়েকক বিয়া কৰোৱাই ভাল—কিয়নো তেওঁলোকে আগৰেপৰাই পৰিচয় হবৰ সুযোগ পায়।"

"তোমাৰ তেনে কোনো প্ৰেমিক আছে নেকি, মধুৰা ?"

"নাই, মোৰ পিতাৰ ভনীয়েক নায়েই।"

"তেনে আন কোনো একা ?"

"স্থায়ী কোনো নাই।"

"তুমি মোক সুখী কৰিবা নে বাৰু ?"

কি কৰোঁ কি নকৰোঁকৈ ছোৱালীজনীয়ে তলমুৰ কৰিলে। অমৃতে আকৌ কৈ গ'ল—"মধুৰা এনে দেশ আছে য'ত তিৰোতা কাৰো সম্পত্তি নহয়—তেওঁলোকৰ নিজৰ ৰাবেহে।"

"মই একো বুজা নাই, অমৃতাশ্ব—বুজাই কোৱা।"

"অৰ্থাৎ তাত কোনোৱে কাকো ধৰি নিব নোৱাৰে—কোনোৱে কাকো আজীৱন নিজৰ পত্নী হিচাপে ৰাখিব নোৱাৰে—তাত পুৰুষ স্ত্ৰী সকলো সমান।"

"আৰু পুৰুষে সৈতে সমানে অস্ত্ৰ ধৰিব পাৰে নে বাৰু ?"

"ওঁ পাৰেতো—তিৰোতাৰ সেইফেৰা স্বতন্ত্ৰতাও আছে।"

"সেই দেশনো ক'ত অমৃত ? মই আকৌ 'অমৃতাশ্বক'হে অমৃত বুলিছোঁ দেই।"

"ভালেই হৈছে—মোক অমৃত বুলিয়েই মাতিবা, মধুৰা। সেই দেশ ইয়াৰপৰা পশ্চিমে—বহুত দূৰৈত।"

"তুমি তালৈ কেতিয়াবা গৈছানে, অমৃত।"

"ওঁ—গৈছোঁ। গোটেই জীৱন জুৰি তাৰ তিৰোতাবিলাক স্বাধীন—হাবিয়ে-বননিয়ে বিচৰণ কৰা হৰিণীজনীৰ দৰে নাইবা গছৰ শিখৰত উৰি ফুৰা পখীটিৰ দৰেই মুকলি-মূৰীয়া।"

"সেইখন বৰ ধুনীয়া দেশ, নহয় ? তাত কোনেও তিৰোতাক বন্দীৰ দৰে ধৰি নিনিয়ে।"

"সজীৱ বাঘিনী এজনীক কোনো জীৱিত প্ৰাণীয়ে ধৰি ৰাখিব পাৰে নে ?"

"তাৰ পুৰুষৰ মৰ্যাদা কি ?"

"তেওঁলোকো স্বাধীন।"

"ল'ৰা-ছোৱালীবোৰ একা ?"

"তাৰ পৰিয়ালবোৰ আমাৰ ইয়াৰ পৰিয়ালৰ দৰে নহয়, মধুৰা। তাত এখন গাঁৱৰ লোকৰ সমষ্টিয়েই একোটা পৰিয়াল।"

"তাত বাপেকীৰ কৰ্তব্য কি তেনে ?"

"তাত বাপেক বুলি কোৱা নহয় মধুৰা আৰু তিৰোতাও এজন লোকৰে ঘৈণী নহয়। তাই যাকে ইচ্ছা তাকে ভাল পাব পাৰে।"

"তেনে কোনো লোকেই তেওঁৰ পিতাকনো কোন নাজানে ?"

"ঘৰৰ সকলো পুৰুষেই তেওঁৰ পিতাক।"

"ই আকৌ কেনে দস্তুৰ !"

"সেইবাবেইতো তাৰ তিৰোতাসকল স্বাধীনচিতীয়া—তেওঁলোক ৰণুৱাও, চিকাৰীও।"

"সেই মানুহবোৰে গৰু-ঘোঁৰা পোহে নে, বাৰু ?"

"ইয়াৰ হাবিত হৰিণা চৰাদি তাৰ হাবিয়ে-বননিয়ে গৰু-ঘোঁৰা চৰে।"

"তেওঁলোকে ভেড়া আৰু ছাগলী ৰাখে নে ?"

"তেওঁলোকে জীৱ-জন্তু পোহা কথা একো নেজানে। তেওঁলোকে চিকাৰ কৰে, নৈত মাছ মাৰে, হাবিৰ ফল-মূল খাই জীৱনধাৰণ কৰে।"

"চিকাৰৰ বাহিৰে আন একোকে নকৰে নে ? তেনেহলে তেওঁলোকে গাখীৰ পায় ক'ৰ ?"

"কেঁচুৱা কালত মাত্ৰ মাকৰ গাখীৰ।"

"তেওঁলোকে ঘোঁৰাত নুঠে নেকি ?"

"নুঠে। জন্তুৰ চামৰাৰ বাহিৰে আন কাপোৰ-কানিও পিন্ধিব নেজানে।"

"তেওঁলোকে তেনেহলে অশেষ কষ্ট স্বীকাৰ কৰিবলগীয়া হয়, নহয় নে বাৰু ?"

"কিন্তু আন নহলেও তাৰ তিৰোতাসকল স্বাধীন। পুৰুষৰ নিচিনা মুকলি-মূৰীয়া। তেওঁলোকে ফল-মূল গোটোৱাত যোগ দিয়ে, চিকাৰলৈ যায়, শিলৰ কুঠাৰ আৰু কাঁড় লৈ শত্ৰুৰ লগত যুঁজো দিয়ে।"

"অস্ত্ৰ চলাই ময়ো ভাল পাওঁ। ময়ো অস্ত্ৰ পৰিচালনা কৰিবলৈ শিকিছোঁ; কিন্তু পুৰুষৰ দৰে ৰণলৈ যাবলৈ সুযোগ পাবা ক'ত ?"

"ইয়াত সেই কাম পুৰুষে নিজেই কৰিবলৈ লৈছে। পুৰুষেই গৰু, ঘোঁৰা, ভেড়া, ছাগলী আদি পোহপাল দিয়ে। তেওঁলোকে তিৰোতাক গৃহিণী পাতিছে—পশুপক্ষী হিচাপে ৰখা নাই।"



"আৰু তেওঁলোকে গাভৰুবোৰক ইতৰ প্ৰাণীত পৰিণত কৰিছে—তেওঁলোকক বলেৰে ধৰি নিব পাৰে। কিন্তু অমৃত, সেই দেশত ছোৱালীবিলাকক ধৰি নিনিয়ে, কথাটো সঁচা নে বাৰু ?"

"তাত এটা ফৈদৰ ল'ৰা-ছোৱালী সকলোৱে একেলগেই বাস কৰে। তিৰোতাক কাৰো ঘৈণী পাতি উলিয়াই দিয়া নাইবা আনৰপৰা আনি ঘৈণী পতাৰ প্ৰশ্নই উঠিব নোৱাৰে।"

"এইটোতো ভাল নিয়মেই।"

"ইয়াত কিন্তু তেনে নিয়ম চলোৱা সম্ভৱপৰ নহয়।"

"সেইবাবেইতো ইয়াত গাভৰু-তিৰোতাৰ ওপৰত বলাৎকাৰ চলি আছে।"

"কথাটো হয়। কিন্তু মধুৰা, তুমি জানো মোক কিবা এটা নোকোৱা।"

"কিহৰ বিষয়ে ?"

"কেলেই, তোমালৈ মোৰ প্ৰেম নিবেদনৰ কথা।"

"মই তোমাৰে, অমৃত।"

"মই কিন্তু তোমাক বলেৰে মোৰ লগত নিবলৈ বিচৰা নাই।"

"তুমি বাৰু মোক ৰণলৈ যাবলৈ দিবা নে ?"

"মোৰ ক্ষমতাই আটে মানে দিম।"

"চিকাৰলৈ যাবলৈ বাৰু ?"

"মই যিমান দিনলৈ পাৰোঁ।"

"কেলেই—যিমান দিনলৈ কিয় ?"

"কাৰণ মই নায়কৰ আদেশ মানি চলিব লাগে নহয়, মধুৰা। কিন্তু মোৰ হৈ কবলৈ হ'লে—কওঁ—তোমাক সদায় স্বাধীন তিৰোতা হিচাপে ব্যৱহাৰ কৰিম।"

"মোৰ ৰুচি অনুযায়ী প্ৰেম কৰিবলৈও নে ?"

"প্ৰেমেহে আমাৰ মিলন কট্‌কটীয়াকৈ আটে। তথাপি সেই বিষয়তো তোমাৰ স্বাধীনতা থাকিব।"

"তেনেহলে মই তোমাৰ নিবেদন গ্ৰহণ কৰিলোঁ, অমৃত।"

"এতিয়া কোনফালে যাবা—পুৰুৰ ফালে নে, পক্থোৰ ফালে ?"

"তোমাৰ যিফালে মন যায়।"

অমৃতে ঘোঁৰা ঘূৰাই ল'লে। মধুৰাই চিনাই দিয়া বাটেদি গৈ তেওঁলোক পক্থো-সকলৰ গাঁওখন ওলালগৈ। তম্বুৰে ভৰা গাঁওখন। গাঁওখনৰ কোনোঘৰৰ কোনোজনক মাৰিলে, কোনোঘৰৰ কাকো ঘাইল কৰিলে, কাৰো ঘৰৰ ছোৱালীকে চুৰ কৰি নিলে। চাৰিওফালে মাত্ৰ কান্দোনৰ কোলাহল—শোকৰ ছাঁ।

মধুৰাৰ মাকে ইনাই-বিনাই কান্দি চকুলোৰে বাট নেদেখা হৈছে। বাপেকে জানিবা তেওঁক প্ৰবোধ দিছে। এনে সময়তে মধুৰাহঁতৰ ঘোঁৰা আহি তেওঁলোকৰ কাপোৰেৰে সজা তম্বুটো পালেগৈ।

অমৃতাশ্ব ঘোঁৰাৰপৰা নামিল—মধুৰাই জাঁপমাৰি নামি অমৃতক বাজতে থাকিবলৈ কৈ তম্বুৰ ভিতৰ সোমাল। ইঠাতে এনেভাৱে আহি জীয়েক ওলোৱাত মাক-বাপেকৰ চকুত বিজুতি ঘটা যেনেই লাগিছিল। মাকে তাইক সাঁকোৱালি লৈ চকুৰ পানীৰে গাল-মুখ তিয়াই পেলালে। তেওঁলোক সকলোৰে কান্দোন-কাটোন যেতিয়া নিজম পৰিল, বাপেকে তাইৰ কি হৈছিল, ক'লৈ গৈছিল—কোনে নিছিল ইত্যাদি প্ৰশ্ন কৰিবলৈ ধৰিলে আৰু মধুৰায়ো সকলো কথা বিবৰি ক'লে।

"বাহ্লিকৃহঁতে পকৃথোৰ ছোৱালী কিছুমানক আটক কৰি লৈ গৈছিল। মোক ধৰি নিয়াজন আনতকৈ অলপ পাছ পৰিল। মই ছল চাই আছিলোঁ আৰু এবাৰ সুবিধা পাই ঘোঁৰাটোৰপৰা জাঁপমাৰি মাটিত পৰিলোঁ। সি আকৌ মোক ধৰিলেহি আৰু ঘোঁৰাত তুলিবলৈ জোৰ দি লাগিল। মই তাৰ সৈতে টনা-আঁজোৰা কৰি থাকোঁতেই ঘোঁৰাত উঠি অহা ডেকা এজনে বাহ্লিকৃজনক আগভেটা দি ধৰিলেহি আৰু চোঁচামাৰি গৈ টঙনিয়াই তাক মাটিত বগৰাই পেলালে। ডেকাজন এজন কৌৰৱ। তেৱেঁই মোক ঘৰলৈ ওলোটাই লৈ আহিছে।"

"তেওঁ তোমাক ধৰি নিব খোজা নাছিল নে বাৰু?"—পিতাকে সুধিলে।

"তেওঁ মোক বলপূৰ্বক নিব খোজা নাছিল।"

"তথাপিও আমাৰ দেশৰ নিয়ম মতে তুমি এতিয়া সেই ডেকাৰে।"

"আৰু পিৰ্তা, তেওঁক মই ভালো পাওঁ।"

পিতাকে অমৃতাশ্বক আদৰি তম্বুৰ ভিতৰলৈ নিলেহি। গাঁওবাসীৰ মাজত এই ঘটনা আচৰিত যেন লাগিল। কিন্তু অমৃতাশ্বই তেওঁলোক সকলোৰেপৰা সন্মান আৰু সহানুভূতি লাভ কৰিলে আৰু শেষত মধুৰাক লৈ তেওঁ শহুৰেকৰ ঘৰৰপৰা বিদায় ল'লে।



## [ ৩ ]

অমৃতাশ্বক কুৰু ফৈদৰ নায়ক পতা হ'ল। তেওঁৰ অসংখ্য ঘোঁৰাৰ বাহিৰেও গৰু, ভেড়া আৰু ছাগলীও অজস্ৰ আছিল। তেওঁৰ চাৰি পুতেক আৰু মধুৰাই এই গৰু-ঘোঁৰাজাক চৰায় আৰু ঘৰ চলায়। ইয়াৰ বাহিৰেও গাঁৱৰ কোনো দুখীয়া-নিছলা পৰিয়ালৰ লোকেও তেওঁৰ কামত সহায় কৰে অৱশ্যে এই সহায় চাকৰ-নাকৰ হিচাপে নহয়, ঘৰৰ আপোন মানুহৰ দৰেহে। কিয়নো সেই কালত কুৰু ফৈদৰ কোনো এজনে আনজনক একে সমান চকুৰেই চাব লাগে। অমৃতাশ্বৰ এই থিতাপি নোহোৱা শিবিৰত আঢ়ৈ কুৰিতকৈও অধিক পৰিয়ালে একেলগে বাস কৰে। এওঁলোকৰ কাজিয়া-পেচাল নাইবা যি কোনো গোচৰৰ বিচাৰৰ ভাৰ নায়কৰ ওপৰতে ন্যস্ত থাকে। পানী-ছুনি, বাট-পথ আৰু ৰাজহুৱা সকলো কাম নায়কেই পৰিচালনা কৰিব লাগে। যুঁজ-বাগৰৰ সময়ত নাইবা সেইকালত সঘনে ঘটি থকা সঙ্কট কালতো যুঁজাৰুসকলক পৰিচালনা কৰাও নায়কৰ এটা মুখ্য কৰ্তব্য। দৰাচলতে এখন যুদ্ধৰ সফলতা আনিব পাৰিলেহে কোনো লোকক নায়কৰ মৰ্যাদালৈ উন্নীত কৰা হয়।

অমৃতাশ্ব এজন নিৰ্ভীক ৰণুৱা। পকৃথো, বাহ্লিক্ আৰু আন আন ফৈদৰ লগত মাজে সময়ে হোৱা যুদ্ধ-বিগ্ৰহত তেওঁৰ বীৰত্বৰ চিনাকি বঢ়িয়াকৈয়ে দিছে। তেওঁ মধুৰাক দিয়া কথা আখৰে আখৰে পালন কৰিছে। মধুৰাই তেওঁৰ লগে লগে সকলো কামতে ভাগ লয়—চিকাৰলৈ গৈ বৰা-গাহৰি, কুকুৰনেচীয়া, ঢেঁকীয়াপতীয়াও মাৰে—যুদ্ধলৈ গৈ যুঁজো কৰে। এইটো কিন্তু সঁচা যে তেওঁৰ ফৈদৰ কোনো কোনো এই কথাবাৰত অলপ অমত। তেওঁলোকৰ মতে গৃহতহে গৃহিণী।

অমৃতাশ্বক প্ৰথমে নায়ক নিৰ্বাচন কৰাৰ দিনা কুৰু শিবিৰত মহা উৎসৱৰ আয়োজন হৈছিল। এই উৎসৱৰ দিনা ডেকা-গাভৰুহঁত অস্থায়ী প্ৰণয়ত আসক্ত হোৱাত কোনো বাধা নাথাকে। তেতিয়া গ্ৰীষ্মকাল। গৰু-ছাগলী আৰু ঘোঁৰাবোৰক নৈৰ পাৰত পৰ্বতৰ কাষত চৰিবলৈ এৰি দিয়া হ'ল। তেওঁলোকৰো যে কোনো শত্ৰু আছে—এই কথা কুৰুগাঁওবাসীয়ে পাহৰিয়ে পেলালে। কিন্তু তেওঁলোকৰ পশুধন শত্ৰুৰ পশুধনৰ সংখ্যাতকৈ অনেক বেছি। ভল্‌গাৰ পাৰত বাস কৰা কালত কুৰুহঁতৰ পশুধন নাছিল। সেইকালত তেওঁলোকে হাবিৰ ফল-মূল বুটলি খায়েই পেট প্ৰৱৰ্তাইছিল। চিকাৰ, ফল-মূল, মৌৰস—একো নিমিলিলে অনাহাৰে কটাব লগাত পৰিছিল। গৰু, ছাগলী, ভেড়া, গাধ, ঘোঁৰা এতিয়া তেওঁলোকে পোহে—এসময়ত এই জন্তবোৰ তেওঁলোকে

চিকাৰ কৰি খাইছিল। সেই জন্তবোৰৰপৰা অকল যে মাংস, গাখীৰ আৰু ছালবোৰ পাইছিল এনে নহয়, এই জন্তৰ নোমেৰেই কাপোৰো বৈছিল। তেওঁলোকৰ তিৰোতাবোৰে সূতা কাটিব আৰু কম্বল ব'ব জানিছিল। কিন্তু এই পটুতা সমাজত অতীত মৰ্যাদা ৰক্ষা কৰাত বেছি দিন সহায়ক হৈ নেথাকিল। এতিয়া পুৰুষৰ ৰাজ্য হে, স্ত্ৰীৰ নহয়। ইয়াত শাসনভাৰ জন-কৰ্ত্তা নাইবা সজ্ঘৰ ওপৰত দিয়া নহয়—দিয়া হয় এজন যুঁজাৰু নায়কৰ ওপৰত। তেওঁ জনসাধাৰণৰ ভাবধাৰাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰে যদিও প্ৰায়েই নিজ সিদ্ধান্ত অনুযায়ীয়ে কাম কৰে। সা-সম্পত্তিৰ বেলাত একা ?—আইৰ শাসনৰ দিনত গোটেই ফৈদেই একেলগে জাকপাতি বাস কৰিছিল—সমূহীয়াভাৱে শ্ৰম কৰিছিল। কিন্তু এতিয়া প্ৰতি পৰিয়ালে নিজে নিজে গৰু-ছাগলী পোহে, সা-সম্পত্তি ভোগ কৰে—আকালতো নিজেই কষ্ট পায়। কিন্তু সকলোলৈকে যেতিয়া একেলগে বিপদ-আপদ আহে তেতিয়া আকৌ সমাজে অতীজৰ ধৰণ-কৰণ পুৰণা ৰূপ লব লগা হয়।

কুৰুইঁত নায়কৰ অভিষেক উৎসৱৰ ভোজ-ভাতত ইমান মতলীয়া হৈ পৰিছিল যে গৰু-ঘোঁৰাবোৰলৈ তেওঁলোকৰ মনতে নপৰিল। ডেকাইঁতে গীত-মাতৰ ছেৰে-ছেৰে নানা অঙ্গি-ভঙ্গিৰে লয়লাসে নাচিছে—কেৱল নাচ, গান, সোমৰস আৰু ধুনীয়া ছোৱালীইঁতক লৈয়ে তেওঁলোক ব্যস্ত—তাৰ বাহিৰে আৰু আন চিন্তা নাই। নিশাৰ তৃতীয় প্ৰহৰো শেষ হ'লহি—তথাপিও নৃত্য-গীতৰ ওৰ পৰাৰ একো উপক্ৰম হোৱা নাই। কিন্তু এই শেহনিশা চাৰিওফালে কুকুৰৰ ভুকনিৰ ভৌ-ভৌৱনি শুনা গ'ল। কুকুৰজাকে উপত্যকাটোৰ উজনি খওলৈহে যেন চোঁচা লৈছে। সুৰাৰ ৰাগিত চকু-মুখ ৰঙা পৰাকৈ সুৰা পান কৰি আমোদ কৰোঁতাসকলৰ ভিতৰত অমৃতাশ্বও এজন। তেওঁ কিন্তু বেহুচ হোৱা নাই, থিৰেৰে আছিল। কুকুৰজাকৰ ভৌ-ভৌৱনি শুনি তেওঁ লাহেকৈ উঠিল আৰু হাতত কাঠৰ নাল লগোৱা পাথৰৰ গদাডাল লৈ ওলাই গ'ল। কুকুৰৰ ভুক-ভুকনি যিফালৰপৰা আহিছে সেইফালেই নৈৰ কাষে কাষে তেৰোঁ আগুৱাই গৈছে। তেওঁ অলপ দূৰ যোৱাৰ পিছতে অস্তাচলত মেলানি মগা জোনৰ পোহৰত তেওঁৰ ফালে অহা এজনী তিৰোতা দেখা পালে। তেওঁ ৰ'ল—তিৰোতাজনীনো কোন তেওঁ গম লৈছে। নিচেই কাষ চাপি অহাত দেখিলে তিৰোতাগৰাকী তেওঁৰ চিনাকিয়েই —মধুৰা।

মধুৰা ফোপাই-জোপাই আহিছে। অমৃতাশ্বক দেখি বৰ আতুৰত চিঞৰি ক'লে—"পুৰুইঁতে আমাৰ গৰু-ঘোঁৰাবোৰ খেদি নিছে।"

"গৰু-ঘোঁৰাবোৰ খেদি নিছে? আমাৰ ডেকাইঁত সুৰাৰ ৰাগিত মতলীয়া! তুমি কিমান পাইছিলাগৈ মধুৰা ?"



"বৰ বেছি দূৰ যাবলৈ নহ'ল। ষ'লৈকে গ'লে কিনো ঘটিছে ভালদৰে চাব পাৰোঁ, সিমানেই পাইছিলোঁগৈ।"

"তেওঁলোকে আমাৰ গোটেইবোৰ জন্তকে নিছে নেকি ?"

"তেওঁলোকে বহুত সময় আগৰেপৰা অ'ত-ত'ত ছেদেলি-ভেদেলি হৈ থকা গৰু-ঘোঁৰাবোৰ গোটাই লোৱা যেন মনে ধৰে।"

"এতিয়া কি কৰা হব! তুমিনো কি ভাবিছা, মধুৰা ?"

"এক মুহূৰ্তও অথলে যাবলৈ দিব নোৱাৰি।"

"কিন্তু আমাৰ যে ডেকাইঁত তেনেই বেহুচ হৈ আছে।"

"যিবিলাক মানুহ তোমাৰ লগত যাব পাৰে—তাকে লৈ তুমি দস্যুইঁতক আক্ৰমন কৰাগৈ।"

"ওঁ, তুমি ঠিকেই কৈছা। পিছে এটা কথা মধুৰা। তুমি মোৰ লগত যাব নালাগে। এই বাতৰি পালেই আমাৰ ডেকাইঁতৰ বহুতৰে সুৰাৰ ৰাগি পাতলি যাব। বাকীবোৰক তুমি দৈ খাবলৈ দিয়া। যেতিয়াই সিইঁতৰ নিচা এৰাব, মোৰ লগলৈ পঠিয়াই দিবা।"

"কুৰৰ তিৰোতাইঁত একা ?"

"নায়ক হিচাপে মোৰ ক্ষমতা মই প্ৰয়োগ কৰিব পাৰোঁ নহয়। মই আদেশ দিছোঁ তিৰোতাইঁতো যুঁজলৈ ওলাওক। অতীতৰ লোপ পোৱা প্ৰথাক আমি পুনৰ প্ৰচলন কৰিব লাগিব।"

"মই যুদ্ধক্ষেত্ৰৰ আগলৈ যাবলৈ যত্ন নকৰোঁ, বাৰু। তুমি খৰ কৰা, যোৱা।"

নায়কৰ নিৰ্দেশত তৎক্ষণাৎ নৃত্য-গীত বন্ধ কৰা হ'ল। আনন্দত মতলীয়া হৈ থকা মতা-তিৰোতাইঁতে তেওঁক বেঢ়ি ধৰিলেহি। গৰু-ছাগলীবোৰ চুৰ কৰি নিয়া কথা শুনি প্ৰকৃততে কিছুমানৰ সুৰাৰ ৰাগিও ক'ৰবালৈ উৰিল। মদন-পীড়িত চাৱনিৰ পৰিবৰ্তে এতিয়া তেওঁলোকৰ মুখত বীৰ ভাব প্ৰকাশ পালে।

গল্‌গলীয়া মাতেৰে নায়ক অমৃতাশ্বই সকলোকে সম্বোধন কৰি ক'লে, "কুৰুৰ পুৰুষ-মহিলাসকল—আমাৰ শত্ৰু পুৰুইঁতৰ হাতৰপৰা আমাৰ গো-ধন, বাজি-ধন ঘূৰাই আনিবই লাগিব। তাৰ বাবে তয়াময়া ৰণ দিব লাগিব। যিসকল এতিয়া সুস্থ হৈ আছাইক, অস্ত্ৰ-শস্ত্ৰ সাজু কৰি লোৱা আৰু ঘোঁৰাত উঠি মোৰ লগত ওলোৱা। যিসকলৰ সুৰাৰ ৰাগি এতিয়াও যোৱা নাই, মধুৰাই দৈ দিব যোৱাইক, আৰু ৰাগিয়ে এৰি গাত বল পালেই ততাতৈয়াকৈ ৰণলৈ যাবাইঁক—আইসকল আজি মই তোমালোককো আদেশ দিছোঁ—ৰণলৈ যোৱা। আমাৰ বুঢ়ীআই আৰু বোপা-ককাইঁতৰ মুখে

শুনিছিলোঁ বোলে আগৰ কালত কুকু তিৰোতাসকলেও পুৰুষৰ সতে সমানে সমানে ৰণলৈ গৈছিল। আজিও নায়ক অমৃতাশ্বই আদেশ দিছোঁ—তোমালোকেও মোক অনুসৰণ কৰাহঁক।"

ততালিকে তুকুৰি ঘোঁৰা সাজু কৰা হ'ল। এই সময়ছোৱাৰ ভিতৰতে পুৰুইঁতে গোটাই লোৱা গৰু-ঘোঁৰাবিলাক উপত্যকাৰ উজনীৰ ফালে খেদাই নিছিল। দোকমোকালি বেলিকা কুকুইঁতে শত্ৰু আৰু গৰু-ঘোঁৰাবোৰ দেখা পালেগৈ। ইয়াৰ বাবে অতি কষ্টেৰে তুৰণ্টামান ঘোঁৰা দৌৰাব লগা হৈছিল। পুৰুইঁতে খেদাই নিয়া ইমানজাক গৰু-ঘোঁৰা ওখ-চাপৰ পৰ্বতীয়া ঠাইত চেকুৰাই নিয়া সহজসাধ্য নহয়। সেইবাবে পুৰুইঁতে চাবুকেৰে এনেয়ে আলাসত চটপ্-চটপ্ শব্দ কৰি নাইবা শিলত মৰিয়াই জন্তুবোৰক ভয় খুৱাই আগবঢ়াইছে। অমৃতাশ্বই দেখিলে শত্ৰুৰ সংখ্যা এশহ হব—কিন্তু তেওঁৰ লগৰীয়া তুকুৰি সৈন্যেৰে পোনে পোনেই আক্ৰমণ কৰা উচিত হব নে অনুচিত হব তাক লৈ তেওঁ বেছি সময় মূৰ ঘমাই নেথাকিলে। শিলৰ আগ লগোৱা তেওঁৰ দীঘল যাঠিপাট উলিয়াই লৈ তেওঁ আক্ৰমণ কৰিবলৈ আদেশ দিলে। কুকুৰ বীৰ-বীৰাঙ্গনাসকলে নিৰ্ভীকভাৱে কদমত ঘোঁৰা আগবঢ়াই দিলে—এই সৈন্যসকলৰ আধাখিনিমান তিৰোতা।

তাকে দেখি পুৰুসকলে কেজনমানক গৰু-ঘোঁৰাবোৰ ৰাখি আগ-ভেটি থাকিবলৈ দিলে—বাকীসকল ঘূৰিল আৰু পৰ্বতটোৰ নামনিলৈ ঘোঁৰাৰে নামিল—ঘোঁৰাৰপৰা যাতে সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰিব পাৰে তাৰ বাবে নৈৰ দাঁতিৰ সমান ঠাই এডোখৰত থোপনি পুতি কুকুসকলৰ আক্ৰমণৰ প্ৰতি অপেক্ষা কৰি ৰ'ল।

অমৃতাশ্বই কিন্তু তেওঁৰ আচল তেজ দেখুৱালে। তেওঁ আৰু তেওঁৰ ঘোঁৰা অমৃত দুয়ো যেন একেটা প্ৰাণীহে। হৰিণাৰ শিঙৰ যাঠিপাটেৰে যাক তেওঁ এখোচ মাৰে—দ্বিতীয় খোচৰ আৰু প্ৰয়োজন নহয়—জীৱনৰপৰা বাগৰি পৰে। শিলৰ কুঠাৰ আৰু ধেনু-কাঁড়ৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰি পুৰুইঁতে ভুল কৰিলে। শত্ৰুপক্ষৰ সমান তেওঁলোকৰো যদি শিঙৰ আগ লগোৱা যাঠি থাকিলহেতেন কুকুইঁতে তেওঁলোকক কেতিয়াও বাধা দিব নোৱাৰিলেহেতেন।

এঘণ্টা কাল যুঁজ চলিল। এক-তৃতীয়াংশ ৰণুৱা ৰণত পৰিছে যদিও কুকুসকলে তেতিয়াও থোপনি এৰা নাই—জিকা-হৰা লৈ কিন্তু ভয়ৰ কাৰণ হৈছে পৰিছে। এনে সঙ্কট সময়তে আৰু ডেৰ-কুৰি কুকু ৰণুৱা ঘোঁৰা দৌৰাই আহি ৰণত জাঁপ দি পৰিল। কুকুসকলৰ মনত আকৌ আশাৰ সঞ্চাৰ হ'ল। পুৰুইঁতক মৰোঁ-জীওঁকৈ হেঁচি ধৰি বিনাশ কৰিবলৈ লাগিল। এওঁলোকক শ'লঠেকত পৰা দেখি জন্তু-ৰখীয়া



পাতি থৈ অহা পুৰুসকলেও যুঁজ দিবলৈ লাগিলহি। কিন্তু এনেতে মধুৰা ৰণ-থলীত ওলালহি। তেওঁ মতা-তিৰোতাৰ দুকুৰি-দুকুৰি ৰণুৱা লৈ আহিছে। আৰু চাৰে চাৰি ঘণ্টা কাল মৰা-কটা আৰু তুমুল যুঁজ চলিল। পুৰুইঁতৰ সৰহ সংখ্যক লোকৰ কোনো আহত হৈছে, কোনোবা নিহত হ'ল। বাদ পৰি থকাসকল পলাবলৈ ধৰিলে।

শত্ৰুৰ আহত সৈন্যসকলক মাৰি শেষ কৰিবৰ কাৰণে যিকণ সময় লাগে সেইকণ সময়হে মাত্ৰ কুকু সৈন্য ইয়াৰপৰা আঠ মাইল উজনিৰ পুৰু গাঁৱৰ ফালে আগবাঢ়িল। কুকু সৈন্য ওচৰ চাপি অহাত তাৰ বাসিন্দাসকল তম্বু এৰি পলাল। তেওঁলোকৰ গৰু-ম'হবোৰ চাৰিওফালে চৰি ফুৰিছিল। কিন্তু কুকুইঁতে প্ৰথমে শত্ৰুইঁতকহে নিপাত কৰিব। পুৰুইঁতক চাৰিওফালৰপৰা বেঢ়ি ধৰা হ'ল—তেওঁলোক এতিয়া মৰোঁ-জীওঁ সোঁ-আধিকৈ যুঁজিছে—পৰ্বতৰ ফালে পলাই সৰাৰো সুযোগ নাই—উপত্যকাটো ঠেক—তাতে উঠিবও লাগে ওখ পৰ্বত। তথাপিও প্ৰাণ ৰক্ষা কৰিবলৈ মতা-তিৰোতা বহুতেই ঘোঁৰাত উঠি লৰ ধৰিছে। তেওঁলোক ওখ পৰ্বতটোৰ এছোৱা উঠিলগৈ, তাৰপিছত এনে এডোখৰ ঠাই পালেগৈ য'ৰপৰা আৰু ঘোঁৰা আগবাঢ়ি যাব নোৱাৰে। তেতিয়া তেওঁলোক খোজকাঢ়ি মৰি-মুজি আগবাঢ়িছে। কিন্তু এতিয়া আৰু পুৰু সৈন্য নিচেই কাষ চাপিলহি। বুঢ়াসকল, তিৰোতা, ল'ৰা-ছোৱালীইঁত বেগাই উঠিব নোৱাৰে—তেওঁলোকক সুবিধা দিবৰ বাবে পুৰু যুঁজাৰু কেজনমান ঠেক বাটছোৱাত শাৰী পাতি ৰ'ল। কুকুৰো সকলো সৈন্য কামত লগাব নোৱাৰাত বাট মুকলি কৰোঁতে কেইবা ঘণ্টাও লাগিল।

দুয়ো দলেই এতিয়া খোজকাঢ়িবলৈ লৈছে। পুৰুইঁতৰ কিন্তু এতিয়া নিচেই কম সংখ্যক লোকহে ৰ'লগৈ—তেওঁলোকৰ ফৈদক হয়তো দুই-এদিনৰ কাৰণে তেওঁলোকে ৰক্ষা কৰিব পাৰিব। সেইবাবে বলী সাহসী তিৰোতা কেইগৰাকীমান লগত লৈ তেওঁলোক এটা দুৰ্গম বাটেদি নিজ উপত্যকা এৰি পৰ্বত-পাহাৰ অতিক্ৰম কৰি দক্ষিণৰ ফালে গুচি গ'লগৈ। চুকে-কোণে লুকাই সোমাই থকা ল'ৰা-ছোৱালী, তিৰোতা, বুঢ়া মানুহসকলক কুকুইঁতে বন্দী কৰিলে—এওঁলোকে জীৱন ভিক্ষা প্ৰাৰ্থনা কৰিছিল—কিন্তু এই পিতৃ-কৰ্তা যুগত বন্দী কৰি দাস কৰাটো নীতি-বিৰুদ্ধ কথা। সেইবাবে ল'ৰা-বুঢ়া সকলো মতা মানুহকে হত্যা কৰা হ'ল—তিৰোতাসকলক তেওঁলোকৰ লগত লৈ যোৱা হ'ল। গৰু-ম'হবোৰ কুকুইঁতৰ সম্পত্তি হ'ল। সেউজীয়া নৈথনৰ উজনিৰপৰা ভাটিলৈ গোটেই উপত্যকাটো কুকুৰ চৰণীয়া-পথাৰ হ'ল। নায়কে বিধান দিলে এপুৰুষলৈ প্ৰতিজন মতাই একাধিক পত্নী গ্ৰহণ কৰিব—কুকুসকলে সপত্নী গ্ৰহণ কৰা প্ৰথা এয়ে প্ৰথম।

# চতুৰ্থ অধ্যায়

## পুৰুহূত

অঞ্চল—অক্সাচ ( বক্ষ্ ) উপত্যকা—তাজিকিস্তান

জাতি—ইণ্ডো-ইৰাণী সম্প্ৰদায়।

সময়—২,৫০০ খৃঃ পূঃ

[ এই কাহিনীটো আৰ্যগোষ্ঠীৰ—১৮০ পুৰুষৰ আগৰ। এই গোষ্ঠীৰ কোনো কোনো লোক ভাৰতলৈ আহিবলৈ ধৰিছে। এই যুগত কৃষি আৰু তামৰ আহিলা-পাতি ব্যৱহাৰ আৰম্ভ হৈছে। আৰ্যসকলৰ মাজত দাস প্ৰথা প্ৰচলন হৈছিল যদিও আকৌ তাক এৰি পেলাবলৈও তেওঁলোকে বৰ ইচ্ছা কৰিছে। ]

থৌকি বাথৌ সোঁতেৰে অক্সাচখন বৈ গৈছে। সোঁ-পাৰে পানীৰ খুঁৰলিৰপৰাই পাহাৰটো, বাঁও-পাৰে ঠাইডোখৰ ক্ৰমাত এঢলীয়া। তাৰ সিফালে বহল উপত্যকাটো। দূৰৈৰপৰা ওখ আৰু ডাঠ সেউজীয়া বৰণৰ ক'লা সৰল গছৰ লানিবোৰৰ বাহিৰে একো দেখা নেযায়। নিচেই কাষৰপৰা কাঁড়ৰ আগ যেন জোঙা ঠেঙুলিবোৰ বেছ মনিব পাৰি—ডালবোৰ নিচেই গা-গছতে লাগি থকাডোখৰ দীঘলীয়া আৰু ক্ৰমাত সৰু হৈ ওপৰলৈ উঠি যোৱা। সেই ওখ গছবোৰৰ তলত বহুতো ধৰণৰ সৰু-সুৰা গছ-গছনি গজিছে। এতিয়া গ্ৰীষ্মৰ শেষছোৱা সময়—বাৰিষা আৰম্ভ নৌহয় এথোন। এনে সময়তে উত্তৰ ভাৰতৰ ভৈয়ামৰ লোকসকল গৰমত ছাটি-ফুটি কৰি মৰিব লগা হয়। কিন্তু এই পৰ্বতীয়া উপত্যকাটো সাত হেজাৰ ফুট ওখ—ইয়ালৈ গৰম আহিব নোৱাৰে।

নৈখনৰ বাঁও-পাৰে এজন ডেকাই বাট বুলিছে। তেওঁৰ গাত এটা উলৰ পোছাক—কেবা মেৰকৈ আটি বন্ধা কঁকালী, উলৰ থঙা, ভাঁজ লগা পাদুকা। তেওঁ টুপীটো সোলোকাই পিঠিত ওলোমাই নিয়া মোনাটোত থোৱাত তেওঁৰ চিক্‌মিকাই থকা সোণোৱালী বৰণৰ চুলিকোছা পাছফালে ওলমি পৰিছে—বতাহত চুলিকোছা মাজে সময়ে হালিছে-জালিছে। তেওঁৰ কাষত চামৰাৰ খাপটোত তামৰ তৰোৱাল এখন ওলোমাই নিছে—পিঠিত পিপাৰ আকৃতিৰ মিহিকৈ তুলুৱা ফিতাৰে গঁথা মোনা। তাত আছিল এখন গুণ নলগোৱা ধেনু—কাঁড়েৰে ভৰা এটা তুণ আৰু বহুতো বস্তু।



ডেকাৰ হাতত এডাল লাখুটি—মাজে সময়ে মোনাটোৰ কাষেদি লাখুটিডাল মেলি ভেজা দি তেওঁ জিৰায়, কেতিয়াবা থিয় হয়। সেই আওগৰীয়া বাটত বাট বুলাটো কম কথা নহয়। তেওঁৰ আগে আগে গৈছে ছটা নোদোকা-নোদোক ভেড়া—সিহঁতৰ পিঠিত আছে ভজা চাউল-মাহ ভৰোৱা ঘোঁৰা-ছালৰ থৈলা কেতবোৰ। তেওঁৰ পাছে পাছে গৈছে ৰঙচুৱা জপৰা কুকুৰ এটা। পৰ্বতৰ গাত ঠেকা খাই ভাহি অহা চৰাইৰ বিণিকি বিণিকি শুনা গীত-মাতবোৰৰ প্ৰতিধ্বনি উঠিছে—তাৰ ঢৌৱে ডেকাজনৰ গাতো আনন্দৰ জোৱাৰ তুলিছে—তেওঁ খোজকাঢ়ি গৈ থাকোঁতেও গুহুৰিয়াই গৈছে।

শিল এচটা ফালি ঢৌ খেলি খেলি ৰূপোৱালী পানীৰ এটা সুঁতি বৈ গৈছে। পানীবোৰ বৈ যাবলৈ কোনোবাই শিলটোৰ মাজত নাও যেনেকৈ কটা কাঠ এচটা পাৰি দিছে। ফোপাই-জোপাই যোৱা ভেড়াকেইটাই শিলৰ মাজত দোঙা বান্ধি থকা পানী খাবলৈ লাগিল—ডেকাজনে ওচৰৰ আঙুৰণিৰ জোতা-জোতে ওলমি থকা আঙুৰবোৰ দেখি ঠাইতে বহিল। পিঠিৰ মোনাটো মাটিত থ'লে আৰু আঙুৰ ছিঙি খাবলৈ লাগিলগৈ। আঙুৰবোৰ এতিয়াও টেঙা হৈয়ে আছে, পকিবলৈ আৰু এমাহমান লাগিব। কিন্তু সেই ডেকা বাটৰুৱাজনৰ বেলাত ই অতি উপাদেয় বস্তু—তেওঁ তৃপ্তিৰে এটা এটাকৈ আঙুৰ চুপি খাবলৈ লাগিল। তেওঁৰ বৰ পিয়াহ লাগি থকাত ততাতৈয়াকৈ পানী নাখাই, অলপ-পৰ ৰ'ল কিয়নো ভাগৰত গৈ থিতাতে পানী খোৱাটো অপকাৰী।

ভেড়াকেইটাই পানী খাই পিয়াহ গুচিলত ইফালে সিফালে কোমল ঘাঁহনিত চৰিবলৈ লাগিল। বতৰ বৰ গৰম বাবে জপৰা কুকুৰটোবো বৰ আমনি লাগিছিল—সি গৃহস্থৰ প্ৰতিও কাণ নকৰিলে, ভেড়াজাকলৈও নেচালে—জুৰিটোৰ ঘুলি এটাৰ পানীত জোবোৱা মাৰি বহি পৰিল। তাৰ পেটটোৱে হাপোৰ হাপোৰ কৰিছিল, মেলা মুখখনৰপৰা ওলমি পৰা ৰঙা দীঘল জিভাখন কঁপিবলৈ ধৰিছিল। ডেকাজনে ওপৰৰপৰা বৈ অহা সৰু পানীৰ ধাৰ এটাত মুখ দি পিয়াহ গুচাই পানী খালে—মুখ আৰু গৰমত ৰঙা পৰা চকুকিটাও ধুলে। চুলিকোছা গুৰিলৈকে তিয়ালে। ডেকাৰ গালত সোণ-বৰণীয়া গোঁফ একোছাই ঠুঁটিয়াইছে মাত্ৰ আৰু অলপ দিনৰ ভিতৰতে তেওঁৰ গাল-মুখ ছাটি ধৰিব।

ভেড়াকেইটাই মনপুতি চৰি থকা দেখি ডেকাজনে মোনাটোৰ কাষত বহিলগৈ আৰু তেওঁৰ মুখলৈ ৰ লাগি একান্ত মনেৰে চাই থকা কুকুৰটোৰ চকুৰ নীৰৱ ভাষাৰ ৰহস্য ভেদ কৰিবলৈ চেষ্টা কৰিলে। লগে লগে মোনাটোত খেপিয়াই চাই একাষৰপৰা

শুকান ভেড়া-মঙহৰ টুকুৰা এটা উলিয়াই নিজৰ পেটীডালত আৰি থোৱা চোকা তামৰ কটাৰীখনেৰে টুকুৰা-টুকুৰকৈ কাটি নিজেও খাবলৈ লাগিল আৰু কুকুৰটোকো দিলে।

এনে সময়তে কাঠৰ ঘণ্টাৰ খুটুক্-থাটাক শব্দ শুনা গ'ল। অলপ দূৰৈত জুপুৰি হাবিছোৱাই আধা আঁৰকৈ থোৱা এটা গাধ আৰু মুহূৰ্তমানৰ ভিতৰতে তাৰ পাছে পাছে অহা বোল বছৰীয়ামান এজনী ছোৱালী ডেকাই দেখা পালে। তায়ো তেওঁৰ দৰেই কানি-কাপোৰ পিন্ধা—তাইৰ পিঠিতো এটা মোনা। ডেকাই সৰুকৈ স্থহৰি এটা মাৰিলে—কিবা কথা ভাবোঁতে ডেকাৰ স্থহুৰিটো ওলায়েই—ই তেওঁৰ নিশ্বাস-প্ৰশ্বাসৰ নিচিনা স্বাভাৱিক কথা। স্থহৰিৰ শব্দটো নিশ্চয় ছোৱালীজনীৰ কাণত পৰিছিলগৈ। তাই ডেকা থকা ফালে চাই পঠিয়ালে কিন্তু গছৰ ডাল-পাতে তাইক আঁৰকৈ ধৰি ৰাখিছে। তাই যিজনলৈ লক্ষ্য কৰিছিল তেওঁলৈ কুৰি হাতমান ওচৰ পাওঁতে নৌপাওঁতেই গাভৰুৰ লনি আৰু আকৰ্ষণীয় মুখৰ গঢ়ে ডেকাৰ মনত সাঁচ বহুৱাই দিলে। তাইনো কোন, কোন বাটেৰে যাব এই কথা জানিবলৈ তেওঁ বৰ হেপাহেৰে বাট চাই ৰ'ল। তেওঁ জনাত নৈৰ উজনিত আৰু কাৰো গাঁও নাই ; গতিকে গাভৰুও তেওঁৰ ফালৰ বাটৰুৱাই হবলা।

ৰূপহী অচিনাকি গাভৰুজনীক দেখি কুকুৰটোৱে ভুকিবলৈ ধৰিলে! কিন্তু ডেকাজনৰ "চুপ্ ৰ" বোলা ধমকনিত সি তাৰ আগৰ ঠাইৰ মাটিতে লেও লৈ বহিল। ছোৱালীজনীৰ লগৰ গাধকেইটাই পানী খাবলৈ মুৰ দোঁৱালে—ছোৱালীজনীয়ে মোনাটো নমাবলৈ ধৰা দেখি ডেকাজন আগবাঢ়ি গৈ মোনাটো হাতলৈ আনি মাটিত থ'লে।

গাভৰুৱে "আজি বৰ গৰম" বুলি কৈ মুখত এমোকোৱা হাঁহিৰে ডেকালৈ কৃতজ্ঞতা জনালে।

"দৰাচলতে গৰম নহয় কিন্তু এই উঠা-নমা ঠাইত বাট বুলি অহাতহে তোমাৰ গৰম যেন লাগিছে। অলপ জিৰোৱা, গাৰ ঘাম মাৰ যাব।"

"এই দিনকেইটা ভালেই।"

"অহা দহ-পোন্ধৰ দিনলৈ বৰষুণ হোৱাৰ আশাও নাই।"

"বৰষুণ হলে মোৰ বৰ ভয় লাগে। আলতীয়া বোকা আৰু পানীয়ে বাট-পথবোৰ বৰ বেয়া কৰি পেলায়।"

"বৰষুণে গাধবোৰ অহা-যোৱা কৰাতো অসুবিধা কৰে।"

"আমাৰ ঘৰত ভেড়া নাই কাৰণে মই গাধকেইটাকে লৈ আহিব লগা হৈছে। বাৰু—তুমিনো কোনফালে যাবা ?"



"ডাঙালৈ—আমাৰ ঘোঁৰা-ভেড়া, গাই-গৰুবোৰ তাতে আছে।"

"অ' মই যোৱা ঠাইলৈকে তুমিও যাবা। মই তালৈ আখৈ, মুৰি, ভজা চাউল, ফল-মূল লৈ আহিছোঁ।"

"তোমাৰ গৰু-গাইবোৰ তাত কোনে চোৱা-চিতা কৰে ?"

"মোৰ আজো-ককাই—মোৰ ককাই-ভাই আৰু বাই-ভনীহঁতে।"

"কি ক'লাহে! তোমাৰ আজো-ককাৰ! তেখেত চাগৈ আলৰ হ'ল।"

"হয় হয় ঠিকেই কৈছা, ইমান বুঢ়া মানুহ তুমি ক'তো নাপাবা হবলা।"

"তেনেহলে তেখেতেনো গৰু-ম'হৰ জাকটো কেনেকৈ চোৱা-চিতা কৰে ?"

"তেওঁ এতিয়াও বেছ সবল হৈ আছে। তেওঁৰ চুলিৰ-চেলাউৰি সকলো বগা হ'ল কিন্তু দাঁতকিপাৰি হলে নতুনৰ দৰেই আছে। তেওঁক দেখিলে পঞ্চাশ বা পঁচপন্ন বছৰতকৈ বেছি বুলি তুমি কেতিয়াও নোকোৱা।"

"তেখেতক পিছে ঘৰত ৰখাহে উচিত দেই।"

"তেওঁতো সেইটো নামানে। মই ওপজাৰ আগৰপৰাই তেওঁ গাঁৱলৈ সোমোৱা নাই।"

"কেতিয়াও যোৱা নাই নে ?"

"তেওঁ যাবলৈ নিবিচাৰে। গাঁও তেওঁ বেয়া পায়। তেওঁ কয়—মানুহ একে ঠাইতে গঁৱাল পাতি থাকিবলৈ ওপজা নাই। আমাক তেওঁ পুৰনি-কলীয়া কথাবোৰ কয়। কিন্তু...তোমাৰ নামটো কিহে ?"

"পুৰুহুত—মাদ্ৰী-পুত্ৰ—কৌৰব। বাৰু তোমাৰ নাম একা ভনীটি।"

"বোচ্না—মাদ্ৰী ফৈদৰ।"

"তেনেহলে ভনীটি তুমি মোৰ মোমাইহঁতৰ সৈতে একে ফৈদৰ। পিছে উজনিৰ নে ভাটীৰ ?"

"উজনিৰ।"

পুৰুহুতৰ গাঁওখন অক্সাচৰ বাঁও-পাৰে। কিন্তু ইয়াৰ নামনি খণ্ড তলৰ সমতলৰ লগত মিহলি হৈ যোৱা অঞ্চলটো মদ্ৰসকলৰ অধিকৰাত আছে। নৈৰ সোঁ-পাৰৰ উজনি খণ্ড মদ্ৰ আৰু নামনি খণ্ড পৰশুসকলৰ অধীনত আছে। মাটি আৰু বাসিন্দাসকলৰ তুলনাত পুৰুহঁত মদ্ৰহঁততকৈ কোনোগুণে হীন নহয় ; পুৰুসকলৰপৰা ভটীয়নিত থকা মদ্ৰসকলক নামনি মদ্ৰ বোলা হয়। বোচ্না উজনি মদ্ৰৰ আৰু সেই অঞ্চলৰ গাঁও-এখনত পুৰুহুতৰ এজন মোমায়েক আছে।

দুইজনৰে নাম্-ধাম্ জনা-জনি হ'ল আৰু দুয়োৰো মাজত প্ৰীতিৰ ভাব গঢ়ি উঠিল। তেনেতে পুৰুহুতে আকৌ ক'লে—

"ৰোচ্‌না ? মই ভাবোঁ আমি আজি সেই ডাণ্ডা পাবগৈ নোৱাৰিম। তুমি অকলে আহিবলৈ কম সাহস কৰা নাই একা !"

"গাধকেইটাক বাতি ঢেঁকীয়াপতীয়াৰ গবাহৰপৰা আঁতৰত ৰখা টান হয় বুলি মই জানো। কিন্তু মই বুঢ়া আজো-ককাৰ কাৰণে খোৱাৰ যোগাৰ দিব লাগে—তাতে তেওঁ মোৰ কথা কৈয়ে থাকে। পুৰুহুত ! মই বাটত কাৰোবাৰ লগ পাম বুলি মনে মনে ভাবিছিলোঁ। এতিয়াই ডাণ্ডাৰ ফালে বহুতো মানুহ গৈছে। সেয়ে নহলেও জুই এৰুৱা জলাই ভয়াবহ ঠাইবোৰ পাৰ হৈ যাব পাৰিম বুলি মই ভাবিছিলোঁ।"

"এই বাটত ক'ৰপৰা তুমি জুই জলাবা, কেনেকৈ জলাবা। তোমাৰ লগত টিঙিৰি আনিছা জানো ৰোচ্‌না ?"

"ওঁ আছেতো।"

"টিঙিৰি থাকিলেও কাঠে-কাঠে ঘঁহি অগ্নি দেৱতাক আবিৰ্ভাৱ কৰোৱাটো বৰ উজু কথা নহয়। বাৰু এতিয়া আৰু ভয় নাই। মোৰ হাতত এডাল পৱিত্ৰ অৰণি আছে। ই আমাৰ ককাৰ দিনৰে। ইয়াৰপৰাই জুই উলিয়াই বহুতো যাগ-যজ্ঞ পূজা-পাতল পতা হৈছে। তাতে আকৌ অগ্নি-দেৱতাৰ মন্ত্ৰকিফাকিও মোৰ মনত আছে। সেই মন্ত্ৰৰ সহায়তে অতি কম সময়তে তেওঁক আহ্বান কৰিব পাৰি।"

"তাতে এতিয়া আমি দুজন হলোঁহঁক নহয়। পুৰুহুত, এতিয়া আৰু বাঘে আমাৰ কাষ চাপিবলৈ সাহ নকৰে।"

"অ' মোৰ জপৰা কুকুৰটোও আছে নহয়।"

"জপৰা কুকুৰ ?"

"ওঁ মোৰ ৰঙামুখীয়া চিকাৰী কুকুৰটো,"—এইবুলি কৈ পুৰুহুতে "জপৰা, জপৰা" বুলি মতাত কুকুৰটোৱে গিৰিহঁতৰ হাত চেলেকিবলৈ ধৰিলেহি। ৰোচ্‌নাই তাক নাম ধৰি মতাত সি তাইৰ কাষ চাপি ভৰিত শুঙা মাৰি দিলে আৰু ৰোচ্‌নাই তাৰ পিঠিত চপৰিয়াই দিয়াত সি নেজ জোকাৰি লেণ্ডেৰ-পেণ্ডেৰ কৰিবলৈ ধৰিলে।

তেনেতে পুৰুহুতে মাত লগালে, "মোৰ কুকুৰটো বৰ চোকা, ৰোচ্‌না।"

"বৰ বলীও।"

"ঠিক কৈছা, সি কুকুৰনেচীয়া, ভালুক, ঢেঁকীয়াপতীয়া কালৈকো ডৰ নকৰে।"

এই সময়ছোৱাৰ ভিতৰত ভেড়া আৰু গাধকেইটাই পেট ভৰাই ঘাঁহ খাই চাৰ পোৱাত সিহঁতৰ ভাগৰ মৰিল। তাকে দেখি ডেকা বাটৰুৱা দুজনে আকৌ বাট বুলিবলৈ লাগিল। তেওঁলোকৰ পাছে পাছে জপৰাও চেকুৰিবলৈ ধৰিলে। ৰাটটো একা-বেঁকা, ইকাষৰপৰা সিকাষলৈ মেচ লৈ থকা, পোন নহয়। গতিকে



পোনপটীয়াকৈ যাব নোৱাৰি আৰু উঠা-নমাটো বৰ দুৰূহ কাম। তেওঁলোকে প্ৰতি খোজ গমি-পিতি-চাই অতি সাৱধানেহে আগবাঢ়িছে। মাজে-সময়ে পুৰুহুতে মাটিৰপৰা থাওকতে পোৱা বাটৰ দাঁতিৰ পানীজামু, বগৰি পাৰি খায় ৰোচ্‌নাকো দিয়ে। জামুবোৰ এতিয়াও ভালকৈ পকা নাই বাবে পুৰুহুতে খাই সোৱাদ পোৱা নাছিল।

এইদৰে আবেলি-পৰলৈকে তেওঁলোক আগবাঢ়ি গ'ল—যাওঁতে কিন্তু তেওঁলোকৰ কথাৰ ধাৰ ছিগা নাই। গছ-গছনিৰে, ঘন পাতেৰে ডাঠকৈ আবৰি থোৱা এডোখৰ ঠাইৰ কাষেদি বৈ যোৱা এটা নিজৰাৰ পাৰ পাওঁতে নেপাওঁতেই বেলি পৰোঁ পৰোঁ হ'ল। তাতে এডোখৰ সমান ঠাইও আছে, সেই ঠাইত আধাপোৰা কাঠ, জুইৰ আধাপোৰা আঙঠা, ছাই, ঘোঁৰা-গোবৰ পৰি আছিল। পুৰুহুতে চাপৰি ফু-মাৰি ছাইখিনি আঁতৰালে আৰু উমি উমি জ্বলি থকা জুই পালে। জুই থকা গম পাই হাহি এটা মাৰি "ৰোচ্‌না" বুলি মাতি কবলৈ ধৰিলে—

"ৰাতিটো কটাবৰ কাৰণে ইয়াতকৈ আৰু ভাল ঠাই বোধহয় আগত নাপামহঁক। ওচৰতে পানী আছে, ঘাঁহ শুকান-কাঠো আছে আৰু আজি ৰাতিপুৱা এই ঠাই এৰি যোৱা কোনো বাটৰুৱাই এই ছাইসোপাৰ তলত জুয়ো এৰি থৈ গৈছে।"

"ঠিকেই কৈছা, পুৰুহুত ! ইয়াতকৈ আৰু ভাল ঠাই পোৱা নহয়। ৰাতিটোৰ কাৰণে ইয়াতে থাকোঁ। ইয়াৰ পিছত এনে এটা নিজৰা পাওঁগৈ মানে ৰাতিয়েই হব।"

পুৰুহুতে আঁঠুকাঢ়ি সাউংকৰে মোনাটো শিল এচটাত আওজাই থ'লে, ৰোচ্‌নাৰ মোনাটোও ধৰি নমাই দিলে—দুয়ো ধৰি গাধকিটাৰ বোজা খুলিলে আৰু তাহাঁতৰ জীনবিলাক গুচালে। গাধকিটাই মাটিত তিনি-চাৰিবাৰমান বাগৰি লৈ ঘাঁহ পাগুলিবলৈ লাগিল। ভেড়াকিটা ধৰি বস্ত নমাবলগীয়া হোৱাত সিহঁতৰ বোজা নমোৱাত কিছু সময় লাগিল। ইয়াকে কৰি ৰোচ্‌না চামৰাৰ মোনা এটা লৈ পানী ভৰাবলৈ ঝৰণালৈ গ'ল। পুৰুহুতে গছৰ সৰু ঠাল-ঠেঙুলি আৰু কাঠৰ ডাঙৰ ডাঙৰ টুকুৰা কেতবোৰ দি জুইকুৰা ডাঙৰকৈ জ্বলালে। পানী আনিলত পুৰুহুতে তামৰ কেৰাহী এখন আগত পাতি লৈ তেওঁৰ কটাৰীখনেৰে গৰুৰ তপিনা এডোখৰ উলিয়াই কুটিবলৈ লাগিল।

ৰোচ্‌নালৈ কেৰাহিকৈ চাই তেওঁক ক'লে—"কাইলৈ আবেলিমানে আমি পৰ্বতটোৰ টিং পামগৈহঁক। তাৰপৰা তোমাৰ চৰণীয়া পথাৰলৈ আৰু বেছি নাথাকিব হবলা ?"

"সেই ঠাই ডাণ্ডাৰপৰা ছমাইল পূবলৈ।"

"মোৰ থকা ঠাই তাৰপৰা বাৰ মাইল পূবলৈ। তোমাৰ আজো-ককা আৰু তেওঁৰ গৰু-ম'হবিলাক মই বাটতে পাই যাম নহয়, ৰোচ্‌না ?"

"অ' তুমি তেওঁক দেখিবলৈও পাবা। তুমি যে কেনেকৈ তেওঁক লগ পোৱা মই তাকেহে ভাবিছোঁ।"

"আমাৰ যাবলৈ আৰু এদিনৰ বাটহে আছে। এই তপিনাটোৰ মঙহৰ এছোৱাৰেই আমাৰ আটিব। বোচ্‌না, এইটো সৰু পোৱালি এটাৰ তপিনা।"

"মোৰ হাতত ঘোঁৰা-পোৱালিৰ ঠেং এটাৰ আধাখিনি আছে। বছৰৰ এই সময়ত ঘঙহ বেছিদিন থ'লে গোন্ধায়, নহয় জানো।"

"এই মঙহ এতিয়া নিমখ দি ৰান্ধিলে কেনে হব।"

"ভালেই হব। পুৰুহুত, মোৰ অলপ গুৰৰ ৰস আছে। মঙহ আৰু গুৰৰ ৰস মিলাই তাতে যদি পিছতে অলপ ভজা চাউল আৰু মাহ মিহলাই দিওঁ, ভাল চুৰুহা এখন হব আৰু আমাৰ শোৱা সময়লৈ আঞ্জাখন হবগৈ।"

"মই অকলে হোৱা হলে চুৰুহা নকৰোঁ, ৰান্ধিবলৈ বহুত সময় লাগে। কিন্তু এতিয়া আমি জন্তুকিটা বান্ধি-চান্ধি কথা-বতৰা পাতিয়েই সময় কটাই দিমহঁক।"

"আজো-ককাই মই বন্ধা চুৰুহা খাই বৰ ভাল পায়। তামৰ কেৰাহীখন কেনে ধুনীয়া।"

"অ' বোচ্‌না, তাম বৰ মহঙা বুজিছা, এই কেৰাহীখনৰ দাম ঘোঁৰা এটাৰ দামৰ সমান। এনেকৈ ফুৰা-চকা কৰোঁতে লৈ ফুৰাত ই বৰ লাগতিয়াল বস্তু।"

তোমাৰ পৰিয়ালৰ তেনে বহুতো গৰু-ঘোঁৰা আছে নহয় ?"

"ওঁ ওঁ—আছে, আৰু বহুত শস্য-পাতিও আছে। সেইবাবেহে আকৌ ঘোঁৰা এটাৰ দামৰ এই কেৰাহীখন লব পাৰিছোঁ।···লোৱা, কাটি দিয়া মঙহখিনি লোৱা, নিমখেৰে সৈতে পানী জুখি লোৱা। মই আৰু অলপ খৰি জুইত দিওঁ। আমি অলপ ঘাঁহো কাটিব লাগিব আৰু ভেড়া-গাধকেইটা আনি এইখিনিত পঘা একোডালেৰে বান্ধিব লাগিব। তুমি জানাই নহয়, আমাৰ কাৰণে গৰু-মঙহ যিমান উপাদেয় ঢেঁকীয়া-পতীয়ালৈ, গাধৰ মঙহো তেনে। অ' আৰু জপৰা···হেঁ জপৰাহো, এইকণ চেলেক"—এইবুলি একণমান মঙহে সৈতে হাড় এটুকুৰা কুকুৰটোলৈ দলিয়াই দিলে। কুকুৰটোৱে নেজ জোকাৰি নখেৰে হাড়ডোখৰ গচকি ধৰি দাঁতেৰে জোৰ দি ভাঙিবলৈ লাগিল।

পুৰুহুতে কঁকালী আৰু ওপৰৰ কাপোৰবোৰ সোলোকালে। হাত-খৰা চোলাটোৰ তলৰ তেওঁৰ সুঠাম বুকু আৰু নোদোকা বাহুকেইটা ওলাই পৰিলত এই কুৰি বছৰীয়া ডেকা কিমান বলী তাৰ পৰিচয় পোৱা গ'ল। তেওঁৰ কাম কৰি ইফাল-সিফাল কৰোঁতে গাৰ নোমৰ কঁপনি উঠিছে। তেওঁ থৈলাৰপৰা দীঘল নালৰ কাচি এখন উলিয়াই অলপ সময়ৰ ভিতৰতে এবোজা ঘাঁহ কাটি আনিলে—খুঁটি এটা পুতি গাধকেইটাৰ কাণত



ধৰি টানি আনি বান্ধিলে আৰু ঘাঁহখিনি সিহঁতৰ আগত পেলাই দিলে। ভেড়াকিটাও আনি তাতে বান্ধিলে।

কামৰপৰা আজৰি হৈ ডেকা জুইৰ কাষত বহিলহি। বোচ্‌নাই সিজোৱা মঙহৰ টুকুৰাবোৰ কেৰাহীৰপৰা উলিয়াই চাৰিকোণীয়া চামৰা এডোখৰৰ ওপৰত থ'লে। পুৰুহুতে তেওঁৰ থৈলাৰপৰা হুৰিয়াই থোৱা চামৰাৰ টোপোলাটো আনি সু-গঢ়ৰ বাটি এটা আৰু সুৰাৰ টেকেলি এটা উলিয়ালে। টোপোলাটো খোলোঁতে সৰু বাঁহী এটা মাটিত পৰি গ'ল। আলসুৱা কেঁচুৱা এটা পৰিলে দুখ পাই বুলি মাকে উধাতু খাই যোৱাদি বাঁহীটো পৰা দেখি পুৰুহুতে বাঁহীটো থাপ মাৰি ধৰি কাপোৰেৰে আলফুলকৈ মচি আকৌ টোপোলাটোত থ'লে। বোচ্‌নাই কিন্তু তেওঁলৈ চাই আছিল। তাই সুধিলে—

"পুৰুহুত, তুমি বাঁহী বজাব জানা ?"

"মোৰ গোটেই জীৱনটো এই বাঁহীটিৰ লগতে যেন আট খাই আছে। ই মোৰ বৰ মৰমৰ বস্তু।"

"মোক এবাৰ বজাই শুনাবা নে ?"

"এতিয়াই নে খাই-বই উঠি ?"

"এতিয়াই বজোৱাচোন।"

"বাৰু" বুলি পুৰুহুতে বাঁহীত ওঁঠ লগালে, তেওঁৰ আঠোটি আঙুলি বাঁহীৰ ফুটাৰ ওপৰত বুলাবলৈ লাগিল। সেই ওখ গছজোপাৰ তলৰপৰা চৌদিশ বিয়পি পৰা সন্ধিয়াৰ নিস্তব্ধতা ভেদি ভাহি উঠা মনোমোহা সুৰৰ ধ্বনিয়ে দিগন্তত ভাহি উঠি যাদুৰ মোহিনী-বাণ মেলিলে। সেই সুৰ-সুধা একান্তমনে পান কৰি বোচ্‌না আপোন-বিভোৰা হ'ল। উৰ্বশী বিয়োগত পুৰূৰবাৰ হিয়া-ভগা বিননিৰ কৰুণ সুৰটোকে পুৰুহুতে বাঁহীত ফুটাই তুলিছিল। বাঁহীৰ সুৰ মাৰ গ'লত বোচ্‌নাৰ এনেহে লাগিল কোনোবাই যেন তেওঁক সৰগৰপৰা মৰতলৈ থেকেচা মাৰিহে দিলে।

আনন্দ-আপ্লুত চকুলোৰে ভৰা চাৱনি লৈ বোচ্‌নাই কৈ গ'ল—"পুৰুহুত, তোমাৰ বাঁহীৰ সুৰটি বৰ মনোমোহা, অতি মধুৰ—এনে সুৰ মই কেতিয়াও শুনা নাই—কিযে সুৰদি সুৰ !"

"বোচ্‌না, মানুহে সদায় তেনেকৈয়ে কয়। কিন্তু মই হলে একো বুজিব নোৱাৰোঁ। বাঁহীটিত মুখ দিলেই মই সকলো পাহৰি যাওঁ। এই বাঁহীটো যদি মোৰ লগত থাকে, মোক আৰু এই পৃথিৱীত একোকেই নেলাগে।"

"বাৰু, বাৰু আহা এতিয়া, পুৰু। নহলে মঙহখিনি চেঁচা হৈ যাব।"

"ওঁ, ওঁ! অ' চোৰাচোন, মই আহিবৰ সময়ত আয়ে মোক এই আঙুৰৰ সুৰাখিনি দিছিল; অলপহে মাত্ৰ—কিন্তু মঙহৰ লগত খাবলৈ বৰ ভাল হব।"

"তুমি সুৰা খাই বৰ ভাল পোৱা নেকি হে?"

"বৰ ভাল পাওঁ বুলিও কব নোৱাৰোঁ। তুমি জানিবা ভালেই পোৱা, তুমিতো বেছি খাব নোৱাৰা। চকুত ৰাগি ধৰাকৈ অলপ খাই লবলৈ পালে মই আৰু এঢোকাও খাবলৈ নিবিচাৰোঁ।"

"ময়ো ঠিক তেনেকৈহে খাবলৈ বিচাৰোঁ, পুৰু। বেছি সুৰা খাই বেহুচ হোৱা লোকক মই ঘৃণাৰ চকুৰে চাওঁ।"—এইবুলি কৈ কাঠৰ বাটিটো উলিয়াই আনি তেওঁ তেওঁৰ ওচৰত ল'লেহি।

মঙহৰ তৃতীয় ভাগটো কুকুৰটোক দি অলপ সময়ৰ ভিতৰতে দুয়ো খোৱা-বোৱা শেষ কৰিলে। তেওঁলোকৰ চাৰিওকাষে ঘোপ-মৰা আন্ধাৰ। জুইকুৰাত জলি থকা কাঠৰ টুকুৰাকিটাৰপৰা ওলোৱা ৰঙা পোহৰ আৰু তাৰ চাৰিওকাষৰ অলপ ঠাইৰ বাহিৰে একোকে মনিব নোৱাৰি। মাজে-সময়ে দুই-এটা শব্দ শুনা যায়, যদিও উইচিৰিঙা বা তেনে জাতীয় সৰু-সুৰা প্ৰাণীৰ বাহিৰে আন একোৰে শব্দ হোৱা নাই। কথা-বতৰা আৰু গল্প-কাহিনীৰ মাজেদি তেওঁলোকে সময় কটাইছে। মাজে-সময়ে বাঁহীৰ সুললিত টান। অৱশেষত কেবাডাঁবো ৰাতি যোৱাৰ পিছত ভজা চাউল-মাহেৰে কৰা জোলখন হ'ল। তেওঁলোকে গৰমে গৰমে বাটি ভৰাই ভৰাই খাই লৈ শুবলৈ ধৰা সময়ত ৰাতি বহুতো হ'লগৈ। ৰোচনাই চামৰা এখনৰ ওপৰতে বিচনা পাৰি লৈ কাপোৰ-কানি সোলোকালে। পুৰুহুতে জুইত আৰু কেইডালমান খৰি দিলে, ভেড়া আৰু গাধকেইটাক আৰু অলপ ঘাঁহ দি অতাই বনদেৱতাৰ স্তুতি প্ৰাৰ্থনা কৰিলে আৰু কাপোৰ-কানি সোলোকাই লৈ শুলে।

পিছদিনা ৰাতি পুৱালত তেওঁলোকে উঠি ইজনে সিজনক তেজ-মঙহৰ সম্বন্ধৰ ককাই আৰু ভনীহে যেন অনুভৱ কৰিলে। ৰোচনা শুই উঠিলত পুৰুহুতে নকৈ নোৱাৰিলে—"এই পৃথিৱীত আমাৰ দুয়োৰো ককাই-ভনীৰ সম্বন্ধ স্থাপিত হ'ল। মই তোমাক এটা চুমা যাচিব খোজোঁ, ভনীটি।"

"ময়ো বিচাৰোঁ। এই জগতত আমি দুয়ো ককাই-ভনী।"

পুৰুহুতে ৰোচনাৰ গালে-মুখে পৰি থকা চুলিকিডাল আঁতৰাই দুগালে মৰমেৰে চুমা খালে। তেওঁলোকৰ চাৰনিত অপাৰ আনন্দৰ ৰেখা বিৰিঙি উঠিছিল যদিও চকুলো বৈছিল।

দুয়ো গা-পা ধুলে আৰু শুকান মঙহ, ভজা চাউল-মাহ অলপ খাই লৈ গাধ আৰু



ভেড়াৰ পিঠিত আকৌ বোজাই দি আগ বাঢ়িবলৈ লাগিল। তেওঁলোকে বাটত দুই-তিনি ঠাইমানত জিৰণি লৈছিল। কিন্তু কথা-বতৰাৰ মাজত সময় ইমান কোবেৰে অতিবাহিত হৈছিল যে তেওঁলোক কেতিয়া ডাণ্ডা পালেগৈ আৰু কেতিয়া বুঢ়া-ককাৰ বহা ওলালগৈ ততকে ধৰিব নোৱাৰিলে। ৰোচনাই পুৰুহুতক আজো-ককাকৰ লগত পৰিচয় কৰি দিলে আৰু বুঢ়াই পুৰুসকলৰ শৌৰ্য-বীৰ্যৰ ভূৰি ভূৰি প্ৰশংসা কৰি অভ্যাগতক আদৰণি জনালে।

[ ২ ]

এইখনেই ডাণ্ডা—মদ্ৰসকলৰ এখন সৰু গাঁও। গাঁওবাসীৰ ঘৰ বুলিবলৈ কিছুমান তম্বু নাইবা কেতবোৰ খেৰৰ জুপুৰি। ওখ আওগৰীয়া ঠাই আৰু তলৰ পৰ্বতীয়া অঞ্চলত সৰল গছৰ ডাঠ হাবিবোৰৰ বাহিৰে একো দেখা নেযায়—তাৰ আগলৈ গছ-গছনিৰ কোনো চিন-মোকামেই নাই—সেই ঠাইখন সমান আৰু ঘনকৈ গজা সেউজীয়া ঘাঁহনিৰে ঢকা। সেই সেউজীয়া ঘাঁহনিৰ অ'ত ত'ত ভেড়া, গৰু, ম'হ, ঘোঁৰা, ছাগলী চৰি ফুৰিছে—পোৱালিবোৰে ডেও দি ধেমালি কৰিছে। এই মুকলি ঠাইখনলৈ তথা লাগি চাই চাই বুঢ়াই কয়—'মানুহে একেডোখৰ ঠাইতে গঁৱাল সাজি ঠাহ্ খাই থাকিবলৈ জনম লোৱা নাই।'—যেতিয়া ঘাঁহ-বনৰ অভাৱ হব, তেওঁ আন ঠাইলৈ উঠি যাব। ইয়াত গাখীৰ, দৈ, মাখন, মঙহ প্ৰচুৰ পৰিমাণে পোৱা যায়—তম্বুবোৰত খোৱাবস্তু ঠাহ্ খুৱাই থোৱা হৈছে। প্ৰতি পোন্ধৰ-বিশদিনে গাঁৱৰপৰা কোনো লোক আহি মাখন-মঙহ লৈ যায়। শীতকালত যেতিয়া বৰফ পৰিব—আজো-ককা তেতিয়াও পাৰিলে সেই একে ঠাইতে থাকে। কিন্তু গৰু-ম'হজাকেতো বৰফ খাই থাকিব নোৱাৰে, সেই কাৰণে গৰু-ম'হবোৰ গাঁৱলৈ নিলে বুঢ়াই আঁকোৰা-পকোৰা বাট এটাইদি হাবিখনৰ অলপ মাজলৈ গুচি যায়। কোনোবাই যদি বুঢ়াক গাঁৱলৈ যোৱাৰ কথা কয়, বুঢ়াই এনেহে মূৰ্তি ধৰে যেন তেওঁক মাৰিয়েই পেলাব।

বাটকৰা দুজন ককাকৰ তম্বু-ঘৰ পাওঁতে দিন হৈয়ে আছিল। বস্তু-বাহানিবোৰ নমোৱা হ'লত আজো-ককাই তেওঁলোকক ৰং লগাবৰ বাবে কাঠৰ বাটিত একোবাটিকৈ পগোৱা ঘোঁৰাৰ গাখীৰ খাবলৈ দিলে। তিনি-চাৰি বাটিকৈ খোৱাৰ পিছত তেওঁলোকৰ বাটৰ ভাগৰ পলাল। গধুলি গাঁৱৰপৰা ৰোচনাৰ ককাই-ভাই, বাই-ভনী আৰু আন

ৰথীয়াইত গৰু-ঘোঁৰাবোৰ লৈ ঘৰ পালেহি। বোচ্‌নাই পুৰুহূতৰ বাঁহী বজোৱাৰ প্ৰশংসা কৰিয়েই পাৰ নোপোৱা হ'ল। তাকে শুনি বুঢ়াৰ একাচি চৰিলহে—পুৰুহূতক যাবলৈ এৰিকে নিদিয়া হ'ল। বুঢ়া-ককা, ৰথীয়া আৰু পামৰ আন সকলোৱেই তেওঁৰ বাঁহীৰ সুৰ উপভোগ কৰিলে আৰু ৰাতি নাচৰ সময়তো পুৰুহূতে বাঁহীৰ টান জুৰিলে।

পিছদিনা পুৱাতে তেওঁ যাবলৈ ওলাল, বুঢ়াই কিন্তু ইমান সোনকালে তেওঁক এৰি দিব নে। দুপৰীয়া আহাৰৰ পিছত বুঢ়াই সকলোকে গোটাই লৈ আলচ কৰিছে—এনেতে খেলাবোৰৰ দাঁতিত তামৰ কেৰাহীখন দেখি বুঢ়া একেবাৰে বিচলিত হৈ গ'ল।

"তামৰ পাত্ৰ আৰু চহোৰা পথাৰখন দেখিলে মোৰ তেজ একেবাৰে উতলি যায়। অন্নাচৰ পাৰত এই বস্তুবোৰ ওলোৱাৰ লগে-লগেই অধৰ্ম-পাপ গোটেইখনতে বিয়পি পৰিল। দেৱতা বিতুষ্ট হ'ল—মাৰি-মৰক আৰু মৰা-কটাই দেশ আৱৰি পেলালে।"

পুৰুহূতে সুধিলে, "এইবোৰ বস্তু আগেয়েও নাছিল জানো, ককা?"

"নাছিল বোপাই। মোৰ ল'ৰাকালৰপৰাহে এইবোৰ বস্তু ওলাইছে। ককা-দেউতাই এইবোৰৰ নামকে শুনা নাছিল। সেইকালত আহিলা-পাতিবোৰ শিল, কাঠ, জন্তুৰ হাড়-শিং আদিৰে সজা হৈছিল।"

"কাঠ কেনেকৈ কাটিছিল তেনে?"

"শিলৰ কুঠাৰেৰে।"

"তেনেহলে কাটোঁতে বহুত সময় লাগছিল আৰু কটাও মিহি নহৈছিল?"

"খৰখেদাকৈ কৰিবলৈ গৈয়ে সকলো কাম নষ্ট কৰি পেলাইছে। এতিয়া এখন তামৰ কুঠাৰৰ কাৰণে তুমি এটা ঘোঁৰা দিব লাগে—ঘোঁৰাটোৱে তোমাক দুমাহৰ জোখাৰে মঙহ যোগাব নহলে জীৱনৰ আধা বয়স তোমাক কঢ়িয়াই লৈ ফুৰিব। কুঠাৰখনেৰে কিন্তু হাবি-বন কাটি থান্তাং কৰি গোটেইখন মৰুভূমিত পৰিণত কৰিব পাৰিবা নতুবা গাঁও-ভূঁই আক্ৰমণ কৰি ধূলিস্যাৎ কৰিবা। কিন্তু হাবিৰ গছৰ নিচিনাকৈ গাঁও-ভূঁইবোৰতো নিঃসহায় হৈ নেথাকে। তোমাৰ নিচিনা চোকা কুঠাৰ তেওঁলোকেও ৰাখে। তোমাৰ এই কুঠাৰবোৰে যুঁজ-বাগৰবোৰ অতি নিষ্ঠুৰতৰ কৰি তুলিছে। এই কুঠাৰৰ ঘা অতি বিষময়। টোপা-কাঁড়বোৰ শিলেৰে সজা আৰু এইটো ঠিক যে ই সিমান চোকা নহয়। কিন্তু ভাল কাঁড়ীৰ হাতত সিও বেছ কামত আহে। এতিয়া তামৰ টোপা-কাঁড়েৰে কেঁচুৱা এটায়ো বাঘ মাৰিবলৈ যাব খোজে। এতিয়া আৰু নিপুণ কাঁড়ী হবলৈ লোক কেলৈ যাব?"

"ককা, ময়ো তোমাৰে সৈতে এটা কথাত কিন্তু একমত—মানুহ সদায় একে ঠাইতে থুপ খাই থাকিবলৈ অহা নাই।"



"ঠিক কৈছা বোপাই। ভাবি চোৱাচোন বাৰু কালিৰ জাবৰ দ'মৰ ওপৰত আজিৰবোৰো পেলালে কি হব আৰু! আজি আমাৰ তম্বুটো ইয়াত আছে, আমাৰ জন্তুবোৰে ইয়াৰ চাৰিওকাষৰ ঘাঁহ-বনবোৰ খাইছে। কিন্তু যেতিয়া মানুহ আৰু জন্তুবোৰৰ আৱৰ্জনাবোৰ দ'ম খাবগৈ আমি এই ঠাই এৰি আন এখন ঠাইলৈ গুচি যাম, যি ঠাই কোমল ঘাঁহ-বননিৰে ভৰা, বায়ু-পানী নিৰ্মল আৰু মাটি পবিত্ৰ।"

"ওঁ, ময়ো তেনে ঠাইত থাকিহে ভাল পাওঁ। তেনেখন ঠাইত মোৰ বাঁহী অতি সুললিত সুৰে বাজিব।"

"সঁচা কথা সোণ—অতি পুৰণি কালত এনেধৰণৰ এজাক তম্বুকে আমি এখন গাঁও বুলিছিলোঁ আৰু একে ঠাইতে একেবোৰ তম্বুতে আমি তিনি মাহতকৈ বেছি দিন বাস নকৰিছিলোঁ। একেলগেতো এবছৰ কেতিয়াও থকা নাছিলোঁ। কিন্তু এতিয়া ল'ৰা-লুৰি নাতি-পুতিহঁতে একেঠাইতে এশ পুৰুষ ধৰি বাস কৰে। তেওঁলোকে শিল-কাঠ বোকাৰে বেৰা দিয়ে, শিল-কাঠ খেৰেৰে চাল দিয়ে—তালৈ অকণো বতাহ সোমাব নোৱাৰে—কেনেকৈ সোমাব? আজিকালি মানুহে অগ্নিদেৱতা, বায়ু দেৱতাৰ কথা কয়। কিন্তু সেইবোৰ কোৱা কথাহে। তেওঁলোকৰ প্ৰতি আমাৰ অন্তৰত শ্ৰদ্ধাই নাই। এই কাৰণেইতো ন ন বেমাৰৰ উৎপত্তি হৈছে। হে মিত্ৰ, হে নাসত্য, হে অগ্নি, এই মানুহবোৰৰ প্ৰতি তোমাৰ খং উঠিছে! খং উঠাৰ কথাই।"

"কিন্তু ককা, আমিতো জীয়াই থাকিব লাগিব। এই তামৰ কুঠাৰ, দা, যাঠিবোৰ ব্যৱহাৰ নকৰিলে কেনেকৈ হব? আমি এইবোৰ ব্যৱহাৰ কৰিবলৈ এৰি দিলে আমাৰ শত্ৰুৱে এদিনতে আমাক মষিমূৰ কৰিব।"

"সেইটোও সঁচা বোপাই, কিন্তু মই জনাত মানুহে দুমাহৰ খোৱা-বস্তু আৰু জীৱনৰ আধা-দিন কঢ়িয়াই নিয়া ঘোঁৰা এটাৰ বিনিময়তো এখন তামৰ তৰোৱাল কিনিব নোৱাৰে। নামনিৰ মদ্ৰসকলে আৰু পৰশুহঁতে আই অন্নাচৰ বুকুত কলঙ্কৰ কালিমা সানিছে। অন্নাচখন ক'লৈ বৈ গৈছে মই নাজানো—আনেও নেজানে! কিন্তু হকে-বিহকে মিছা কথা কৈ চথ্ পাওঁতাহঁতে কয় ই পৃথিৱীৰ শেষ সীমাৰ কোনো এক অসীম জলধিত লীন গৈছে। আমি জনাত মদ্ৰ আৰু পৰশুসকলৰ সিপাৰে সীমাৰ নৈখনে পৰ্বত এৰি সমতলত সোমাইছে—তাৰ সিপাৰে মিছাকথীয়া দেবাৰিহঁতৰ দেশ। তেওঁলোকে কয় তেওঁলোকৰ দেশত এবিধ দীঘল ঠেঙীয়া জন্তু আছে—সিহঁত ইমান ডাঙৰ যে একোটা সৰু পাহাৰৰ সমান—কোনোটো তাতোকৈ ডাঙৰহে—তেওঁলোকে এই জন্তুবোৰক কি বোলেহে বোপা? আজিকালি মই কথা পাহৰিয়েই যাওঁ।"

"উট, ককা। কিন্তু সিহঁতচো পৰ্বতটোমান নহয়। এবাৰ নামনি মদ্ৰৰ এজন মানুহে এটা পোৱালি-উট লৈ ইয়ালৈ আহিছিল। তেওঁ কোৱামতে তাৰ তেতিয়া ছমাহহে হৈছিল। সি কিন্তু আমাৰ ঘোঁৰা এটাৰ সমানহে।"

"অহ্, বিদেশৰপৰা ইয়ালৈ অনাই-বনাই ফুৰিবলৈ অহা মানুহবোৰে ভাল মিছা সাজি কব জানে। তেওঁলোকে কয়—অ' সেই জন্তুটোক কি বুলি কয়হে···?"

"উট।"

"অঁ হয় হয়—উটৰ বোলে ডিঙিটো বৰ দীঘল—অম্লাচৰ এটা পাৰত থিয় হৈ সিপাৰৰ ঘাঁহ খাব পাৰে। ই তেনেই মিছা কথা—নহয়নে বোপাই?"

"দেখাতে ফাকি। সেই পোৱালি-উটটোৰ ডিঙিটো ঘোঁৰাৰ ডিঙিতকৈ ডাঙৰ—তাত সন্দেহ নাই—কিন্তু নৈৰ সিপাৰৰ ঘাঁহ খোৱা সাধুটো—তেনেই ফাকিহে।"

"এই ফাকি কথাৰেই মদ্ৰ আৰু পৰশুসকলে তামৰ কুঠাৰ আৰু দা-কটাৰীৰ মহামাৰীৰ বীজ সিঁচিলেহি। পৰশুবোৰে এনে অস্ত্ৰ-শস্ত্ৰেৰে আমাৰ উজনীয়াসকলৰ ওপৰত এবাৰ আক্ৰমণ চলাইছিল—আমাৰ পিতাহঁতৰ দিনত। আমাৰ মানুহে একোখন কুঠাৰত ছুটাকৈ ঘোঁৰা সলাই নামনিৰ মদ্ৰহঁতৰপৰা তামৰ আহিলা কিনিব লগা হৈছিল।"

"তামৰ কুঠাৰৰ আগত শিলৰ কুঠাৰ একো কামত নেখাটে, নহয়নে বাৰু?"

"তেনেই অকামিলা বোপাই—একো কামত নেখাটে। সেয়েহে আমি দুৰ্বলী হলোহঁক—ধাতুৰ অস্ত্ৰ লব লগা হ'ল। সেই সময়লৈকে উজনিৰ মদ্ৰ আৰু পুৰুহঁতৰ কোনো কাজিয়া নাছিল। কিন্তু নামনিৰ মদ্ৰ আৰু পৰশুহঁতৰ মাজত সদায়েই দস্যুবৃত্তিৰ ভাব আছিলেই—তেওঁলোকে পুৰণি নিয়ম-কাৰণ দলিয়াই পেলাইছিল—নতুন বস্তুক সাবটি লৈছিল। তেওঁলোকৰ কাৰণেই আমি জীৱন ৰক্ষা কৰিবলৈ এই নতুন বস্তু-বাহানি গ্ৰহণ কৰিব লগা হৈছিল। নামনিৰ মদ্ৰ আৰু পৰশুসকলে ধাতুৰ অস্ত্ৰ-শস্ত্ৰ ত্যাগ নকৰেয়ানে নৈৰ উজনি খণ্ডৰ বাসিন্দাসকলে তেনে কৰিবলৈ যোৱাটো আত্মঘাতীহে হব—এই কথা মই জানো, কিন্তু সকলোতে এইদৰে তামৰ পোহাৰ মেলাটো অমঙ্গল বোপাই—ইয়াত সন্দেহৰ থল নাই, এই দুদল লোকেই পাপৰ বেহা পাতিছে—তেওঁলোকে দেৱতাৰ শুভাশিষ কেতিয়াও পাব নোৱাৰে—সিহঁত বৌ বৌ নৰকত জাহ যাব—যাব—যাবই। সিহঁতৰ ভয়ত, তাহাঁতক অনুসৰণ কৰি আমিও বোকা আৰু শিলেৰে আমাৰ গাঁও পাতিছোহঁক। অতীজতে আমাৰ নিচিনাকৈ তম্বু-বাসিন্দাহঁতৰ ছাউনীহে আছিল—অম্লাচ উপত্যকাৰ আজি এঠাইত কাইলৈ এঠাইত বাহৰ কৰি বাস কৰিছিল। কিন্তু এই মদ্ৰ আৰু পৰশুসকলে সেই দস্তৰ এৰি পেলালে। ধাতুৰ অস্ত্ৰেৰে আই



ধৰিত্ৰীৰ বুকু ছিৰিব লাগে, এই কথানো সেই মানুহবোৰৰ মগজুত ক'ৰপৰা সোমালহি—এনে পাপ আগতে কোনেও আচৰা নাই। আমি পৃথিৱীক আই ধৰিত্ৰী বোলোঁ, নহয় জানো বোপাই?"

"হয় ককা, আমি পৃথিৱীক আমাৰ আই বোলোঁ—দেৱী বোলোঁ, আমি তেওঁক পূজা কৰোঁ।"

"কিন্তু সেই পাষণ্ডহঁতে নিজ হাতেৰে আই জননীৰ বুকু ছিৰে। ইয়াক তেওঁলোকে কি কৰা বুলি কয়—মই শব্দটো পাহৰিয়েই গলোঁ, মোৰ স্মৰণ-শক্তিয়ে কাম নকৰাই হ'ল।"

"কৃষি, খেতি।"

"অঁ, হয় হয়। সিহঁতে খেতি কৰিবলৈ ধৰিছে। ঘেঁহু, যৱ, ধান সিঁচি খেতি কৰা আমাৰ দিনত আগতে কেতিয়াও শুনা নাই। আমাৰ উপৰি-পুৰুষহঁতে আই ধৰিত্ৰীৰ বুকুত আঁচ এটিও নামাৰিছিল—তেওঁলোকে গোসাঁনীক কেতিয়াও অৱজ্ঞা নকৰিছিল। আমাৰ গৰু-ম'হৰ জোখাৰে বসুন্ধৰাই ঘাঁহ যোগাইছিল, ইয়াৰ হাবি-বন হৰেক ৰকমৰ সোৱাদ ফল-মূলেৰে ভৰা—সেইবোৰ আমি খাই ঢুকাবকে নোৱাৰোঁ। এই মদ্ৰসকলৰ পাপ কামকে অনুসৰণ কৰি আমিও সেই পাপকে আচৰণ কৰিবলৈ ললোঁ; এতিয়া সেই মানুহটোমান ওখ হৈ গজা ঘাঁহ-বনবোৰ নাই—সেইবোৰ ক'লৈ গ'ল? সেই অতীতৰ গৰুবোৰৰ দৰে ওখ-ডাঙৰ গৰুবোৰ এতিয়া কি হ'ল? সেই তাহানিৰ এটা গৰুৱে গোটেই মদ্ৰ ফৈদটোক এদিনৰ আহাৰৰ মঙহ যোগায়। আজি সেইকালৰ তেনে গৰুও নাই, ঘোঁৰাও নাই, ভেড়াও নাই, আনকি হাবিৰ হৰিণা, ভালুকবোৰ যিমান ডাঙৰ হোৱা উচিত সিমান ডাঙৰ নোহোৱা হ'ল। মানুহবোৰো এতিয়া আগৰ সমান দীৰ্ঘজীৱী নহয়। এই সকলোবোৰ আই ধৰিত্ৰীৰ ৰোষৰ পৰিণাম—আন আৰু একো হব নোৱাৰে, বোপাই।"

"বাৰু ককা, তুমি কেইটামান জাৰৰ দিন দেখিবলৈ পাইছা?"

"এশৰো বেছি। এসময়ত আমাৰ বাহৰবোৰ কেৱল তম্বুহে আছিল। এতিয়া কিন্তু গাঁৱত শিল-বোকাৰ বেৰ দি সজা এশমান ঘৰ হ'ল। চহোৱা পথাৰ নথকা কালত আমাৰ ঘৰ-বাৰী লৈ বাধাহীনভাৱে ঠাই লৰাই ফুৰিব পাৰিছিলোঁ—আমাৰ গোটেই ছাউনীটোৱেই ভ্ৰমি ফুৰিছিল। খেতি আৰম্ভ হ'ল, ঘেঁহু-ধানবোৰ হৰিণা আৰু আন জন্তুৰপৰা ৰক্ষা কৰিব লগা হ'ল, পথাৰবোৰ মানুহ এৰাল দিয়া খুঁটিত পৰিণত হ'ল। কিন্তু, মোৰ বোপাই—মানুহ একে ঠাইতে গঁৱাল সাজি ঠাহ্ খাই থাকিবলৈ ওপজা নাই। যি বস্তু ঈশ্বৰে মানুহলৈ বুলি স্ৰজন কৰা নাই মদ্ৰ আৰু পৰশুসকলে তেনে বস্তুৰো আস্তিত্ব আনিছে।"

"কিন্তু এতিয়া জানো আমি এবেঁা বুলিলেও খেতি-বাতি এৰিব পাৰিম ? আমাৰচোন খোৱা-বস্তুৰ আধাখিনি ধানেই।"

"অঁ হয়—ময়ো জানো। কিন্তু আমাৰ বোপা-ককাইঁতেতো চাউল-মাহ নেখাইছিল। ইয়াৰপৰা পঞ্চাশ মাইল দক্ষিণে ঘেঁহুৰেই হাবিময় আছিল—ই আপোনা-আপুনিয়েই গজে, পকে আৰু সৰে—গৰুৱে তাক খাই সৰহ গাখীৰ দিয়ে। যি ঘেঁাৰাই এইবোৰ খাবলৈ পায়—নোদোকা-নোদোক হয়, বলী হয়। আমাৰ গৰু-ম'হৰ জাক তালৈ প্ৰতি বছৰেই যায়। আই ধৰিত্ৰীয়েতো এই ঘেঁহুবোৰ মানুহৰ ব্যৱহাৰৰ কাৰণে ধাৰণ কৰা নাই—এই গছৰ গুটি পথাৰৰ ঘেঁহুতকৈ সৰু—এইবোৰ ইতৰ প্ৰাণীৰ কাৰণেহে। সেই বনৰীয়া ঘেঁহুবোৰ যি কোনো কাৰণেই হওক লোপ পাইছে বুলি মোৰ শঙ্কা হৈছে। আমাৰ খাবৰ কাৰণে এই গৰু, ঘেঁাৰা, ভেড়া, ছাগলীবোৰ আছেই—হাবিত ভালুক, হৰিণা, গাহৰি আদি সকলো ধৰণৰ চিকাৰ আছে আৰু আঙুৰ আদি নানা প্ৰকাৰৰ ফল-মূল আছে। আই ধৰিত্ৰীয়ে স্ব-ইচ্ছাই আমাৰ পুষ্টি সাধনৰ বাবে অতবোৰ দিছে। কিন্তু এই মদ্ৰ আৰু পৰশুসকলে পুৰণি নিয়ম-কাৰণ, ৰীতি-নীতি এৰি দি নতুন পথ লৈছে, আৰু এইবাবেই মানৱ-সমাজৰ ওপৰত দেৱতাৰ কোপদৃষ্টি পৰিছে। ই তেওঁলোকৰেই দুৰ্ভাগ্য। মোৰ সোণ অক্সাচৰ দাঁতি-কাষৰীয়া লোকসকলৰ কপালত নিয়তিয়ে কি বিধান দিছে কোনে জানে ? ডাঙৰ বাহিৰে যোৱা পঁচিশ বছৰে মই এখন গাঁৱো সোমোৱা নাই। জাৰকালি মই অলপ ভাটীৰ এটা জুপুৰিলৈ যাওঁ। আমাৰ বোপা-ককাইঁতৰ নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ ভাঙি-ছিঙি দলিয়াই পেলোৱা সেই মানুহবোৰৰ মাজলৈ মই কিয় যাম ? সেই উপৰি-পুৰুষসকলে উচ্চাৰণ কৰা প্ৰতিটো শব্দকে মোৰ অন্তৰত থাপি থৈছোঁ। এতিয়াও যিসকলে সেইবোৰ শুনিব খোজে, বুজিব খোজে মোৰ ওচৰলৈ আহে। কিন্তু সেই বাণীলৈ আওকাণ কৰা লোকৰ সংখ্যা দিনক দিনে বাঢ়ি গৈছে। যোগান ধৰিবলৈ পথাৰবিলাক থকাতো এতিয়া মদ্ৰ আৰু পৰশুসকলৰ পেট প্ৰৱৰ্তোৱাকে টান হৈছে বুলি শুনিবলৈ পাইছোঁ। এতিয়া এওঁলোকে অক্সাচ উপত্যকাবাসীৰ ভাত-কাপোৰ নি ক'ত দি আহিছেগৈ আৰু তাৰ পৰিৱৰ্তে আমি পাইছোঁ কি ? ঘেঁাৰা এটাৰ লগত সলোৱা তামৰ কেৰাহীখনলৈ চোৱা ! যদি আকাল হয় কেৰাহীখনে জানো কাৰোবাক আহাৰ যোগাই পেট ভৰাব পাৰিব ? এতিয়া পুৰুহঁতৰ ভোকৰ ভাত আৰু গাৰ কাপোৰ এডোখৰো নোহোৱা হবগৈ—তাৰ ঠাইত পাবা তেওঁলোকৰ ঘৰে ঘৰে তামৰ কেৰাহী কিছুমান।"

"মই আৰু এটা কথা শুনিছোঁ ককা—নামনিৰ মদ্ৰৰ তিৰোতাসকলে কাণত আৰু ডিঙিত বগা আৰু হালধীয়া ধৰণৰ অলঙ্কাৰ পিন্ধিবলৈ ধৰিছে। কাণৰ কড়িয়া



এটাৰ দাম ঘেঁাৰা এটাৰ দামৰ সমান। তেওঁলোকে ইয়াক তাম নোবোলে, সোণ বোলে আৰু বগা ধাতুবোৰক ৰূপ বোলে।"

"আৰু সেই কুলাঙ্গাৰহঁতক কোনেও খুন্দা এটাও দিব নোৱাৰে। এই গোটেই অক্সাচৰ কাষৰ বাসিন্দাসকলক সিহঁতে ধ্বংস কৰিহে এৰিব। আমাৰ কাৰণে সাঁচিব পৰা কাপোৰ-কানি আৰু আহাৰ-পাতিকণো সিহঁতে আমালৈ নেৰিব। আমাৰ তিৰোতাবিলাকেও অনুসৰণ কৰিব আৰু এহাল ঘেঁাৰাৰ দামৰ কড়িয়া একোযোৰ পিন্ধিবলৈ লব। হে দয়াময় ! অগ্নিদেৱতা ! এই মানুহবোৰৰ মাজত মোক আৰু জীয়াই নেৰাখিবা—মোৰ উপৰি-পুৰুষহঁতে এতিয়া বাস কৰা সেই দেশলৈ লৈ ব'লা।"

"ইয়াতোকৈ আৰু ঘৃণনীয় কাম হৈছে ককা। মদ্ৰ আৰু পৰশুসকলে ক'ৰবাৰ-পৰা আটক কৰি বন্দী ধৰি আনিছে আৰু সিহঁতৰ হতুৱাই তামৰ দা-কুঠাৰ কৰাই লৈছে। সিহঁত কিন্তু বৰ পাকৈত কাৰিকৰ। কিন্তু গিৰিহঁতবোৰে সিহঁতক জন্তুৰ দৰে ব্যৱহাৰ কৰে—যিমান দিন তেওঁলোকৰ কামত লাগে সিমান দিন ৰাখি কাম আদায় হলেই সিহঁতক বেচি দিয়ে। বন্দীহঁতৰ হতুৱাই তেওঁলোকে খেতিৰ কাম কৰায়, কম্বল বোৱায় আৰু আন সকলো কাম কৰায়। এই বন্দীবোৰক 'দাস' বোলে।"

"মানুহো বেচে কিনে ! কাপোৰ, আহাৰ আদি বেচা-কিনা কৰাকে আমি বৰ বেয়া বুলি ভাবিছিলোঁ। কিন্তু অধম মদ্ৰহঁত ইমান তললৈ যে নামিব সেইকথা আমাৰ বোপা-ককাইঁতৰ সপোনৰো অগোচৰ আছিল। উৎকট ঘা লাগি আঙুলি এটা উৰলি গ'লে তাক কাটি পেলোৱাৰ বাহিৰে আন প্ৰতিকাৰ নাই—নহলে গোটেই শৰীৰ বিষাক্ত হব। বোপা, অক্সাচৰ পাৰত পৰশু আৰু মদ্ৰহঁতক বাস কৰিবলৈ দিয়াটো পাপহে হব। এইবোৰ চাই থাকিবলৈ মই আৰু বেছি দিন নেথাকোঁ।"

বুঢ়া-ককাৰ কথাবোৰে মনত সাঁচ বহুৱাই যায়। কিন্তু যিয়েই নহওক পুৰুহূতৰ ধাৰণা এয়ে যে নতুনকৈ প্ৰচলন হোৱা অস্ত্ৰ-শস্ত্ৰবোৰ ব্যৱহাৰ নকৰিলে মানুহ-শত্ৰু আৰু ইতৰ প্ৰাণীবোৰৰ মাজত জীয়াই থকাটো আৰু সম্ভৱপৰ নহয়।

তৃতীয় দিনা পুৰুহূতৰ বিদায়-ক্ষণত বুঢ়াই তেওঁৰ কপাল আৰু ভ্ৰূ স্পৰ্শ কৰি আশীৰ্বাদ জনালে। ৰোচনাই বহুদূৰলৈকে আগবাঢ়ি গৈ তেওঁক বিদায় জনালে। তেওঁলোক এৰা-এৰি হোৱা সময়ত চকুৰ পানীৰে দুয়ো দুয়োৰো গাল-মুখ তিয়াই পেলাছিল।

[ ৩ ]

বুঢ়া-ককাৰ কথা আখৰে আখৰে ফলিয়ালে—অৱশ্যে পঁচিশ বছৰ পিছত। নামনিৰ মদ্ৰ আৰু পৰশুসকলে উজনি খণ্ডৰ পুৰু আৰু মদ্ৰসকলক উৎপীড়ন কৰিবলৈ ধৰিলে। উজনিৰ কাপোৰ-কানি, কম্বল আদি বোৱা তাঁতীবোৰ হ'ল স্বাধীন মতা-তিৰোতা, তেওঁলোকৰ খোৱা-বোৱা আৰু পিন্ধা-উৰাত বেছি খৰচ পৰে—তেওঁলোকে বোৱা কাপোৰ-কানি উৎকৃষ্ট ধৰণৰ আৰু দামো বেছি। নামনিৰ লোকসকল দাস—তেওঁলোকে প্ৰস্তুত কৰা বস্তু-বাহানি সিমান উৎকৃষ্ট নহয় কিন্তু বৰ সুলভ মূল্যৰ। সেইবাবেই সাউদহঁতে উট আৰু ঘোঁৰাত উঠি দাসে তৈয়াৰ কৰা মাল-বস্তু লৈ ওচৰ-চুবুৰীয়া অঞ্চললৈ গ'লে অতি সোনকালেই বেহা শেষ কৰিব পাৰে। এই সময়লৈ উজনীয়াসকলৰ কাৰণেও তামৰ সঁজুলি অপৰিহাৰ্য হৈ পৰিল আৰু এই বস্তুবোৰৰ সংখ্যা দিনক দিনে বাঢ়িবলৈ ধৰিলে—ইয়াৰ প্ৰথম কাৰণ—বছৰৰ পিছত বছৰ বস্তুবোৰ সস্তা হৈ আহিবলৈ ধৰিলে আৰু দ্বিতীয়তে কাঠৰ বা মাটিৰ পাত্ৰতকৈ ই বেছিদিন টিকে। আচলতে পঁচিশ বছৰমানৰ আগত কেইঘৰমানতহে তামৰ কেৰাহী দেখা গৈছিল—কিন্তু এতিয়া কোনো এঘৰতহে এনে কেৰাহী নোহোৱাকৈ চলে। সোণ-ৰূপৰ ব্যৱহাৰো ইয়াৰ লগে লগেই বিয়পিছে, এই বস্তুবোৰৰ সলনি তেওঁলোকে দিব লাগে—খাদ্য-দ্ৰব্য, কম্বল, চামৰা আৰু গৰু-ম'হ। ইয়াৰ ফলত তেওঁলোকৰ সা-সম্পত্তি লাহে লাহে বাহিৰলৈ ওলাই যাবলৈ ধৰিলে আৰু অৱস্থাও পৰি আহিল।

উজনি-পৰীয়া কোনো কোনোৱেও নিজেই বেপাৰত ধৰিলে, কিয়নো নামনিৰ বেপাৰীহঁতে তেওঁলোকক ঠগা বুলি সন্দেহ কৰিছিল। কিন্তু অক্সাচলৈ সেই নামনি খণ্ডৰ মাজেদিয়েই যাব লাগে, গতিকে মদ্ৰহঁতে সেই পথ বন্ধ কৰি দিবলৈ সঙ্কল্পিত হ'ল। মাজে-সময়ে এই কথা লৈয়ে ভীষণ কাজিয়াও লাগিবলৈ ধৰিলে। উত্তৰ-পৰীয়া মদ্ৰ আৰু পুৰুসকলে আন এটা বাট উলিয়াবলৈ বহুতোবাৰ যত্ন কৰিলে—কিন্তু কোনোপিনেই সফল নহ'ল।

দুয়োদলৰ মাজৰ এই কাজিয়া সম্পৰ্কে লেখত লবলগীয়া কথা হ'ল এইয়ে, নামনিৰ গোটেই লোকসকল গোট হৈ এটা সবল সঙ্ঘ গঠন কৰিবলৈ তেওঁলোক অপাৰগ হৈছিল। আনহাতে উজনীয়াহঁত একগোট আৰু সেইবাবেই আক্ৰমণেই হওক বা প্ৰতি আক্ৰমণেই হওক দুয়োটালৈ তেওঁলোক সদায়ে সাজু। এনে যুঁজ-বাগৰবোৰত



সাহস আৰু বুদ্ধিমত্তাৰ বাবে পুৰুহূতে নিজ লোকসকলৰ মাজত খ্যাতি অৰ্জন কৰিছিল আৰু সেইবাবেই ত্ৰিশ বছৰ সময়তে তেওঁ পুৰুফৈদৰ নায়ক নিৰ্বাচিত হৈছিল।

মদ্ৰহঁতৰ অসৎ ব্যৱসায়ী কাৰ্যকলাপৰ ওৰ পেলাব নোৱাৰিলে তেওঁৰ ফৈদৰ মানুহবিলাকৰ যে পৰিত্ৰাণ নাই এইকথা পুৰুহূতে জলজল-পটপটকৈ দেখিবলৈ পাইছিল। তামৰ ব্যৱহাৰ কমক চাৰি দিনক দিনে বাঢ়িহে গৈছে। উদাহৰণ-স্বৰূপে কব পাৰি অস্ত্ৰ-শস্ত্ৰ, ৰন্ধা-বঢ়াৰ আহিলা আদিৰতো কথাই নাই এতিয়া নিচেই সামান্য কিবা এফেৰা বস্তু সলাবলৈ হ'লেও মানুহে মঙহ এডোখৰ বা কাপোৰ এখন নিবিচাৰি তামৰ দা-কটাৰী এখনহে বিচাৰে।

পুৰুহূতে ফৈদৰ সকলোকে গোটালে আৰু তেওঁলোকৰ সকলো সৰ্বনাশৰ মূল যে এই ভাটীৰ বেপাৰীহঁত আৰু তাহাঁতৰ অন্যায় ব্যৱসায়, সেইকথা বঢ়িয়াকৈ বুজালে। তেওঁলোকৰ পথৰ কণ্টক আঁতৰ কৰিব নোৱাৰিলে তেওঁলোক যে ভাটীৰ মদ্ৰসকলৰ হাতৰ পুতলা হবগৈ এই কথাত সকলো একমত হ'ল। হয়তো এনে এদিন আহিব তেওঁলোক মদ্ৰসকলৰ দাস হবগৈ লাগিব। পুৰু আৰু উজনি মদ্ৰসকলৰ নায়ক-সকলৰ পৰিষদৰ যুটীয়া বৈঠকতো এই কথাতে হয়ভৰ দিয়া হ'ল। দুয়ো ফৈদৰ সম্মিলিত ৰণুৱাসকলৰ ওপৰত পুৰুহূতকে সেনাপতি বছা হ'ল আৰু তেওঁকেই ইন্দ্ৰ (ৰজা) উপাধিৰে বিভূষিত কৰা হ'ল। সেয়েহে পুৰুহূতেই প্ৰথম ৰজা।

পুৰুহূতে সৈন্যবাহিনী সংগঠন কৰিবলৈ প্ৰাণপণে কামত লাগিল। নতুন ইন্দ্ৰ উপাধি লাভ কৰাৰ লগে লগেই অস্ত্ৰ-শস্ত্ৰৰ যোগানৰ দিহা কৰিবৰ বাবে ধাতুৰ কাম কৰা দুজন দাস কাৰিকৰক তেওঁৰ তত্বাৱধানত ৰাখিলে। উজনিৰ লোকসকলে এওঁলোকক বন্ধুভাৱেই আদৰ কৰিছিল আৰু তেওঁলোকৰ সহায়ত এওঁলোকেও ৰঙা ধাতু অৰ্থাৎ তামৰ কাম শিকিবলৈ ধৰিলে। এনে ধৰণেই মদ্ৰ আৰু পুৰুসকলৰ ভিতৰৰে বহুতো কাৰিকৰে লোহা আৰু তামাৰ কামত নিপুণতা লভিলে। ওচৰ-চুবুৰীয়া নামনিৰ মানুহে ছলাই-ভুলাই নহ'লে জোৰ কৰি সেই দাসসকলক ঘূৰাই নিবৰ বাবে সচেষ্ট হ'ল। কিন্তু নামনিত ব্যৱসায়-বাণিজ্য বঢ়াৰ লগে লগে তাৰ লোকসকলৰ সামৰিক শৌৰ্য-বীৰ্য হ্ৰাস পাইছিল। ৰণক্ষেত্ৰত হাৰ মানি শত্ৰুপক্ষক তাম নেৰেচাটোকে তেওঁলোকে থিৰাং কৰিলে। কিন্তু অতি অলপ সময়ৰ ভিতৰতে তেওঁলোকে বুজিব পাৰিলে যে এই নীতিয়ে নিজ ব্যৱসায়ৰ ধ্বংসহে আনিছে। মদ্ৰ আৰু পুৰুসকলে আগতে কিনি-কুটি অনা তামৰ কেৰাহী আৰু আন আহিলা-পাতিৰে এপুৰুষলৈ অস্ত্ৰ-শস্ত্ৰৰ যোগান ধৰিব পাৰিব।

অৱশেষত ইন্দ্ৰ আৰু দুয়ো ফৈদৰ লোকসকলে তেওঁলোকৰ শত্ৰু মদ্ৰ আৰু

পৰশুসকলৰ ধ্বংস সাধনত ব্ৰতী হ'ল। পুৰুহূতে নিজেও ধাতুৰ কাম শিকিছিল। তেওঁৰ পৰামৰ্শ অনুসৰিয়েই তৰোৱাল, যাঠি আৰু কাঁড়ৰ টোপাবোৰ কিছু উন্নত ধৰণৰ কৰা হৈছিল। তেওঁৰ অতি সাহসী আৰু নিপুণ ধনুৱাসকলক ৰক্ষা কৰিবৰ কাৰণে বুকুত মৰা কিছুমান তামৰ ঢাল সজাইছিল।

প্ৰথমে এদল শত্ৰুৰ লগত যুঁজাটোকে তেওঁ ঠিক কৰিলে। পৰশুসকলেই তেওঁৰ প্ৰথম লক্ষ্য হ'ল। জাৰকালি পৰশুহঁতৰ বহুতো লোকেই ব্যৱসায়-বাণিজ্যৰ কামত আঁতৰত থাকেগৈ, এই সময়ছোৱাই অতি সুচল হব বুলি ৰজাই বিবেচনা কৰিলে। উজনি মদ্ৰ আৰু পুৰুৰ ধনুৱাসকলক ছল-কৌশল কৰি যুঁজিবলৈ তেওঁ শিকাইছিল। দুয়োটা অঞ্চলৰ লোকসকলৰ মাজত শত্ৰুতা বহুতো পুৰণি-কলীয়া যদিও অতৰ্কিতে এনে এটা আসুৰী আক্ৰমণ চলিব বুলি ভাটীৰ লোকসকলে ধাৰণাই কৰিব পৰা নাছিল—? এনে এক অভিযান হ'ল যে অক্সাচ উপত্যকাত তেওঁলোকৰ নাম নাইকিয়া কৰি দিলে।

তেওঁৰ নিজৰ অধীনত কাম কৰিবলৈ বাছি লোৱা পুৰু আৰু মদ্ৰসকলৰ এদল বাছকৱনীয়া ধনুৱা লগত লৈ পুৰুহূতে আক্ৰমণ আৰম্ভ কৰি দিলে। এই আক্ৰমণৰ অভিপ্ৰায় কি তাক বুজিবলৈ পৰশুসকলৰ সৰহ সময় নেলাগিল। কিনো ঘটিছে যেতিয়া গম পালে আৰু যেতিয়া দেখিলে যে, তেওঁলোকৰ জীৱন-মৰণ সমস্যা উপস্থিত হৈছে—তেওঁলোকে মৰোঁ-জীওঁ সোঁ-আধিকৈ যুঁজিবলৈ লাগিল। মৰা-কটাৰ প্ৰকোপ ইমান ততাতৈয়াকৈ চলোৱা হৈছিল যে বিভিন্ন গাঁৱৰ সৈন্য-সামন্ত গোটাবলৈ তেওঁলোকৰ সময়েই নহ'ল। ইন্দ্ৰৰ সেনাই গাঁৱৰ পিছত গাঁও দখল কৰিলে—হাজাৰ-বিজাৰ গাঁওবাসীক কচু-কটা দিলে—বন্দী কৰি হ'লে কাকো নিয়া নাছিল। নৈৰ সিপাৰৰ নামনিৰ মদ্ৰসকলে এই বিপৰ্যয়ৰ বতৰা ইমান পলমকৈ পাইছিল যে তেওঁলোকে আত্মৰক্ষাৰ সময়েই নেপালে। শেহত মাত্ৰ কেইখনমান গাঁওহে বাকী ৰ'লগৈ—সেইকেইখনৰ কাৰণে যথেষ্ট পৰিমাণৰ ধনুৱা ৰাখি পুৰুহূতে কুৰুৰ দেশলৈ বুলি যাত্ৰা কৰিলে।

নামনিৰ মদ্ৰৰ লোকসকলে আক্ৰমণ চলাইছিল যদিও পৰশুসকলৰ দশাই তেওঁলোকৰ দশা হ'ল। আটক কৰা পুৰুষসকলৰ কাকো নমৰাকৈ এৰা নহ'ল—তেহেলৈ ল'ৰাই হওক বা ডেকাই হওক বা বুঢ়াই হওক। তিৰোতাসকলক বিজেতাদলৰ তিৰোতা-সকলৰ লগত লগ লগাই দিয়া হ'ল। বন্দী কৰা দাসসকলৰ যিসকলে নিজৰ দেশলৈ যাবলৈ বিচাৰিলে—যাবলৈ দিয়া হ'ল। পৰাজিত দল ছুটাৰ কিছুমান মতা-তিৰোতাই প্ৰাণ লৈ পলাল—তেওঁলোক অক্সাচ উপত্যকা এৰি পশ্চিমমুৱা হ'ল। এই লোক-



সকলৰ নাতি-পুতিহঁতে পিছলৈ ইৰাণত মদ্ৰ (মিডিয়ান) আৰু পৰশু (পাৰ্চিয়ান) বুলি জনাজাত হ'ল। ইন্দ্ৰ (ৰজা) পুৰুহূতৰ নেতৃত্বত তেওঁলোকৰ উপৰি-পুৰুষসকলৰ যি অনিষ্ট সাধন কৰা হৈছিল—তাক তেওঁলোকে কেতিয়াও পাহৰিব নোৱাৰে। ইৰাণীসকলে ইন্দ্ৰক তেওঁলোকৰ ঘোৰ শত্ৰু বুলি বিবেচনা কৰে। গোটেই অক্সাচ উপত্যকাটো উজনিৰ মদ্ৰ আৰু পুৰুহঁতৰ হাতলৈ আহিল—নৈৰ দুয়োপাৰৰ ভূমি তুখণ্ড তেওঁলোক দুয়োদলৰ মাজত ভগাই ল'লে।

উপত্যকাবাসীহঁতে নতুন ধৰণ-কৰণক আঁকোৱালি নলৈ প্ৰাচীন ৰীতি-নীতিকে পুনৰ প্ৰচলন কৰিবলৈ উঠি-পৰি লাগিল। কিন্তু তামৰ ব্যৱহাৰ একেবাৰে এৰি শিলৰ আহিলা-পাতি আকৌ ব্যৱহাৰ কৰাটো সম্ভৱপৰ হৈ নুঠিল। সেইবাবেই তামৰ যোগান ধৰাৰ কাৰণে অক্সাচক সেই পৰ্বতীয়া উপত্যকাটো বিদেশৰ লগত বেহা-বেপাৰৰ আদান-প্ৰদানৰ যোগে সংযোগ কৰি ৰাখিবলৈ তেওঁলোক বাধ্যত পৰিল।

দাস-প্ৰথা কিন্তু তেওঁলোকে মানি নল'লে আৰু বহিৰাগতক সেই উপত্যকাত স্থায়ী বাসিন্দা হিচাপে বাস কৰিবলৈ নিদিলে। বহুতো শতাব্দী অতিবাহিত হোৱাৰ পিছত মানুহে যেতিয়া পুৰুহূত ইন্দ্ৰৰ (ৰজাৰ) কথা পাহৰি পেলাইছিল নাইবা পুৰুহূতক দেৱতাৰ শাৰীলৈ ৰূপান্তৰ কৰিছিল—সেই সময়লৈ এই জাতিটো ইমান বৃদ্ধি হৈছিল যে উপত্যকাটোৱে তেওঁলোকক আৰু যোগান ধৰিব নোৱাৰা হ'ল। সেইবাবেই তেওঁলোকৰ বহুতো লোক সেই ঠাই এৰি দক্ষিণৰ ফালে উঠি যাবলৈ বাধ্য হ'ল।

এসময়ত প্ৰতিটো ফৈদেই নিজ নিজভাৱে স্বাধীন আছিল। পিছলৈ ফৈদৰ মুৰব্বী বা নায়কে আধিপত্য বিস্তাৰ কৰা সময়তো জনসাধাৰণৰ সমৰ্থনৰ ওপৰত নিৰ্ভৰ কৰিব লাগিছিল। কিন্তু অক্সাচৰ পাৰত হোৱা শেহৰখন যুঁজে কেবাটাও ফৈদৰ ওপৰত এজন নায়কৰ জন্ম দিয়ালে—সেইজনেই ইন্দ্ৰ (ৰজা) বুলি জনাজাত হ'ল।

# পঞ্চম অধ্যায়

## পুৰুধান

স্থান—উজনি স্বাত।

জাতি—ভাৰতীয় আৰ্য।

সময়—২০০০ খৃঃ পূঃ।

এই কাহিনীয়ে ১৭০ পুৰুষৰ আগৰ কালছোৱাত আৰ্য (দেৱ)-অসুৰৰ মাজত ঘটা সংঘৰ্ষৰ ৰূপ দিছে। সেই যুগত পৰ্বতীয়া জীৱন যাপন কৰা আৰ্যসকলে দাস প্ৰথা তেতিয়াও গ্ৰহণ কৰা নাছিল। তাম-পিতলৰ ব্যৱহাৰ বৃদ্ধি আৰু ব্যৱসায়ৰ উন্নতি হৈছিল।

[ ১ ]

সেউজীয়া পৰ্বতমালা, জিৰজিৰকৈ বাগৰি অহা পৰ্বতীয়া নিজৰা আৰু সুদূৰ বিয়পা পথাৰখনত ঢৌ খেলি হালিজালি থকা শস্যবিলাকেৰে সৈতে সুবাস্তুৰ বাঁওফালৰ অঞ্চলটো সৌন্দৰ্যৰ এক প্ৰতিচ্ছবি মাথোন। কিন্তু আৰ্যসকলে তেওঁলোকৰ ঘৰ-বাৰীবিলাক লৈয়ে অতিকৈ গৌৰৱ কৰে—ঘৰবোৰ শিলেৰে বেৰা, সৰল গছৰ ডালেৰে চাল দিয়া আৰু সেইবাবেই এই ঠাইখনক সুবাস্তু (স্বাত—শুৱনি পঁজাৰ দেশ) বুলিছিল। অত্যাচৰ পাৰ এৰি এই আৰ্যসকলে পামিৰ আৰু অতি দুৰাগম্য, থিয় হিন্দুকুশ পৰ্বত অতিক্ৰম কৰি কুনাৰ আৰু পঞ্জকোৰাৰ নিচিনা নৈৰ ওপৰেদি অতি কষ্টকৰ অগম্য পথেৰে আগবাঢ়ি আহিব লগা হৈছিল। এই যাত্ৰাৰ স্মৃতিয়ে জাতিটোৰ মনত বহুদিন জুৰি দকৈ সাঁচ বহুৱাই থৈছিল; আজিও মঙ্গলপুৰত (মঙ্গলোৰ) অতি বাহুল্যভাৱে পতা ইন্দ্ৰোৎসৱ-ইন্দ্ৰৰ (ৰজা) প্ৰতি জনোৱা কৃতজ্ঞতাৰ নিদৰ্শন বুলি কব পাৰি—ইন্দ্ৰৰ পৰিচালনাতে তেওঁলোকে থলা-বমা বাট নিৰাপদে অতিক্ৰম কৰিব পাৰিছিল।

মঙ্গলপুৰৰ পুৰুসকলে তেওঁলোকৰ শুৱনি পঁজাবোৰ সৰল গছৰ ঠেঙুলি আৰু ৰং-বিৰঙৰ পতাকাৰে সেইদিনা ধুনীয়াকৈ সজাইছে। পুৰুধানে বেলেগ ধৰণৰ ৰঙা পতাকা আৰিছিল—তেওঁৰ চুবুৰীয়া সুমেধে তাকে দেখি তাৰে এখন পিটিকি চাই প্ৰশ্ন কৰিলে—

"হেৰা বন্ধু, তোমাৰ পতাকাবোৰ বৰ কোমল আৰু মিহি কাপোৰৰ! এনে কাপোৰ আমি ইয়াত নবওঁহক। এইবিলাক নিশ্চয় কোনো নতুন ধৰণৰ ভেড়া-নোমৰপৰা কৰা।"

"সুমেধ, এইবোৰ ভেড়া-নোমৰ উলৰ নহয়।"



"কিনো বাৰু তেনে?"

"এইবিধ এৰিধ গছত হোৱা উলহে। আমি ব্যৱহাৰ কৰা উল ভেড়া-নোমৰপৰা হয় আৰু ঠিক তেনেদৰেই এইবিধ উল হাবিৰ গছত হয়।"

"বন্ধু এইবোৰ শুনা কথাহে। কিন্তু মই নিজে তেনে গছ কেতিয়াও দেখা নাই।"

সুমেধে টাকুৰীটো কৰঙ্গত ঘঁহা মাৰি এঘঁও উলৰ সূতা উলিয়াই ক'লে—"যি ঠাইৰ মানুহে গছ-গছনিতো উল পায় সেই মানুহবোৰ কিমান যে ভাগ্যৱান! এনে গছ আমাৰ ইয়াতো লগাব নোৱাৰি নে?"

"মই কব নোৱাৰোঁ। সেই গছে কিমান তাপ বা শীত সহ্য কৰিব পাৰে আমি নেজানো। কিন্তু সেই লোকসকলৰ সৌভাগ্য যিমানেই নহওক—গছততো কোনো-পধ্যেই মঙহ নেলাগে, সুমেধ।"

"গছত উল লগা দেশ যদি থাকিব পাৰে, তেনে এনে দেশো আছে য'ৰ গছত মঙহো লাগিব। এই কাপোৰবোৰৰ কিমান দাম হে?"

"নোমৰ কাপোৰতকৈ দাম বহুতো কম। কিন্তু এই কাপোৰ বেছি দিন নেযায়।"

"তুমি এই কাপোৰখন ক'ৰপৰা কিনি আনিলা?"

"অসুৰবিলাকৰপৰা। তেওঁলোকৰ দেশ ইয়াৰপৰা মাত্ৰ এক মাইল আঁতৰতে। তেওঁলোকে এইবোৰ পিন্ধা-কাপোৰ হিচাপে ব্যৱহাৰ কৰে।"

"এইবোৰ যদি ইমান সস্তাই হয়—আমিও নিপিন্ধোঁইক কিয়?"

"এই কাপোৰ জাৰকালি একো কামত নাহে।"

"তেনে অসুৰহঁতেনো পিন্ধে কেনেকৈ?"

"তাত জাৰকালিৰ শীতৰ প্ৰকোপ আমাৰ ইয়াৰ নিচিনা নহয়। তাত কেতিয়াও বৰফ নপৰে।"

"তোমাৰ বেহা-বেপাৰৰ কাৰণে তুমি অকল দক্ষিণলৈকেহে যোৱা, উত্তৰ, পূব বা পশ্চিম ফালে নোযোৱা কিয়?"

"দক্ষিণত লাভ বেছি। তাত হৰেক ৰকমৰ বস্তুও পোৱা যায়। কিন্তু তাতো এটা ডাঙৰ অসুবিধা আছে, তাৰ গৰম অতি অসহ্য—নিৰ্মল চেঁচা পানী এঢোকা বিচাৰি তুমি হাবাথুৰি খাব লগা হয়।"

"তেওঁলোক কেনে ধৰণৰ লোক, পুৰুধান।"

"চুটি-চাপৰ, তাম-বৰণীয়া, আগঢ়ী অসুৰ—তেওঁলোকৰ মুখত নাক বুলিবলৈ নায়েই, লোধোমা চেপেটা কিবা এটাহে যেন। মানুহ বেচা-কিনা কৰা কু-প্ৰথা এটাও তেওঁলোকৰ মাজত আছে।"

"কি ক'লা ? মানুহ কিনা-বেচা !"

"তেওঁলোকে ইয়াকে দাস-প্ৰথা বোলে।"

"মুখ নাইবা গাৰ গঠনত দাস আৰু গৰাকীৰ কিবা অমিল আছে নেকি ?"

"নাই—দাসবিলাক কেৱল মাত্ৰ নিকৃষ্ট ধৰণৰ অস্থাৱৰ সম্পত্তিহে—তেওঁলোকৰ শৰীৰ আৰু মনৰ অধিকাৰী হ'ল গিৰিহঁত।"

"হে ইন্দ্ৰ, ৰক্ষা কৰা। মই এনে লোকক যেন দেখা নেপাওঁ।"

"হেৰা সুমেধ ! তুমি এতিয়াও সূতা কাটিয়েই থাকা নে—যজ্ঞলৈ যাবৰ সময় হোৱা নাই জানো এতিয়া ?"

"কেলৈ হোৱা নাই ? ইন্দ্ৰৰ কৃপাতে শকত-আৱত গৰু-ম'হ আৰু ভাল সোমৰসটোপা পাইছোঁহঁক। এই ইন্দ্ৰোৎসৱত কোন হতভাগাই বাৰু অংশ গ্ৰহণ নকৰাকৈ থাকিব ?"

"অ' তোমাৰ গৃহিণীৰ খবৰ কি হে ? আজিকালি দেখোন তেওঁক সভা-ঘৰে ৰভা-ঘৰে কোনেও চকুৰেই দেখিবলৈ নেপায়।"

"আহ্ পুৰুধান এইটো তোমাৰ বৰ ভাল লগা নাই নহয় ?"

"ভাল নলগা···? আচলতে কথা সেইটো নহয়। মূঠৰ ওপৰত তুমি এই বুঢ়া বয়সত গাভৰু ছোৱালী এজনীৰ প্ৰেমত আসক্ত হবলৈ জানি-বুজিয়ে জোৰকৈ লাগিছা।"

"আঢ়ৈ-কুৰি বছৰততো মানুহ সিমান বুঢ়া নহয় !"

"কিন্তু আঢ়ৈ-কুৰি আৰু কুৰিৰ মাজৰ ব্যৱধান বৰ বেছি।"

"সেই সময়ত তাইতো না কৰিব পাৰিলেহেতেন।"

"সেই সময়ত তুমি দাড়ি-গোঁফত কেঁকোৰা-কেঁকুৰিকৈ তাও দি ওঠৰ বছৰীয়া ডেকাটি হৈ দেখুৱাইছিলা—তাৰ বাহিৰেও উষাৰ মাক-বাপেকে তোমাৰ পঞ্চাচ বছৰ হৈছে নে নাই তালৈ চোৱা নাই—চাইছিল তোমাৰ গৰু-ম'হৰ জাকটোলৈ।"

"তেনে কথা নকবা পুৰু। তোমালোক এই ডেকা ল'ৰাবোৰে যে······"

"বাৰু বাৰু মই আৰু একো নকওঁ। সেয়া শুনা নাইনে বাজনা বাজিছে—যজ্ঞও চাগৈ আৰম্ভ হৈছে।"

"তুমিহে আমাৰ এতিয়া বেলি কৰিলা। ইফালে মই গালি খাই মৰিম।"

"আহা তেনে—আৰু আমাৰ লগত উষাকো লৈ যাওঁহক।"

"এই সময়ত তাই এতিয়াও ঘৰতে বহি আছে বুলি তুমি ভাবা নে ?"

"আহা এই উল আৰু টাকুৰীটো থোৱা—আমি যাওঁ।"

"এইবোৰ থাকিলে যজ্ঞৰ জানো কিবা ক্ষতি হব ?"

"আহ্ এনেবোৰ কথাৰ কাৰণেই উষাই তোমাক ভাল পাবলৈ এৰিছে।"



"তাই মোক সঁচাকৈয়ে ভাল পাব যদিহে তোমালোক, এই মঙ্গলপুৰীয়া ডেকাহঁতে তাইক ভাল পাবলৈ দিয়া।"

এইদৰে কথা পাতি পাতি দুয়ো বন্ধু নগৰৰ বাহিৰ ওলাল আৰু যজ্ঞৰ কাৰণে সাজু কৰা বেদীৰ কাষ পালেগৈ। ডেকা-গাভৰু যেয়ে য'তে পুৰুধানক দেখে তেওঁলৈ এমোকোৰা হাঁহিৰে সম্ভাষণ জনায় আৰু পুৰুধানেও তেওঁলোকলৈ মূৰ দোঁৱাই কেৰাহিকৈ চকু-টিপ দিয়ে। এবাৰ এজন ডেকাই তেনে কৰোঁতে সুমেধৰ চকুত পৰিলত এইবুলি গোৰ্ গোৰাবলৈ ধৰিলে—

"এই পিলিঙা ডেকাবোৰেই মঙ্গলপুৰৰ কলঙ্ক।"

"কিহে বন্ধু, কি হ'ল ?"

"কি নিৰ্গতহে বন্ধু ! দেখিছানে সিহঁতে মোলৈ চাই ফিচিঙা-ফিচিঙি কৰে।"

"এ বন্ধু, সিহঁততো দগাবাজ তুমি জানাই—সিহঁতৰ কথালৈ তুমি কাণ কৰা কেলৈ ?"

"এই মঙ্গলপুৰত মই ভদ্ৰলোক এজনো দেখা নাই।"

বেদীৰ চাৰিওকাষে বহল সমান ঠাই—মাজে মাজে ওখ মঞ্চ, তাৰ ওপৰত গাঁৰু—এইবোৰ সৰল-পাত আৰু মালাৰে জাক-জমককৈ ঢকা। বেদীৰ কাষৰ ঠাইডোখৰ দলেবলে নগৰৰপৰা অহা পুৰুষ-মহিলাৰে উপচি পৰিছে। কিন্তু আচল উৎসৱ আৰু তাণ্ডৱ সভা গধূলিলৈহে হব—সেই সময়লৈ পুৰু ফৈদৰ মতা-তিৰোতা সকলোৰেই মঙ্গলপুৰৰ এই বিৰাট উৎসৱত যোগ দিব আৰু স্বাত নদীৰ সিপাৰৰ মদ্ৰ লোক-সকলো তালৈ আহিব।

উষাই দুয়ো বন্ধু একেলগে অহা দেখি লৰালৰিকৈ আগবাঢ়ি গৈ সুমেধৰ হাতত ধৰি তৰুণী প্ৰণয়িনীৰ লয়লাস ভঙ্গিৰ ভাও দি মিহি সুৰেৰে কবলৈ ধৰিলে—

"চেনেহৰ সুমেধ ! ৰাতিপুৱাৰেপৰা মোৰ তোমালৈ চাই চাই চকুত বিষ উঠিছেগৈ। তোমাৰ কিন্তু উৱাদিহ পাবলৈ নাই। ক'লৈনো গৈছিলা ?"

"ইঃ মই জানিবা ক'ৰবালৈ গৈ মৰিলোঁহে !"

"এনে কথা নকবা দেওহে, সুমেধ। মই জীয়াই থাকোঁতে মোক বিধৱা কৰি নেযাবা।"

"পুৰুহঁতৰ বাঁৰী তিৰোতাসকলৰ কাৰণে ডেকা দেৱৰৰ অভাৱ ঘটিছে জানো ?"

পুৰুধানে হাঁহি মাৰি সুধিলে, "গিৰিয়েক জীয়াই থাকেমানে তিৰোতাই স্বামীৰ সৈতে হোৱা সম্বন্ধক ঘৃণাৰ চকুৰে চায় বুলি তুমি কব খোজা নেকি ?"

সুমেধে চিঞৰিয়েই উঠিল—"আহ্ হয়তো কথা সেইটোৱেই। তাই মোক মূৰ্খ

যেন ভাবিছে। তাই পুৱাতে ঘৰৰপৰা ওলাল—কেইঘৰৰপৰা তাই চাগৈ নিমন্ত্ৰণ পাইছে, মই কেনেকৈ জানিম। গধূলি এজনে আহি তাইক কব—'মোৰ লগত নাচাহি', আনজনে কব—'নহয়, মোৰ লগতহে' ইয়াকে লৈয়ে হব মৰা-মৰি কটা-কটি। ঘৈণীয়েকৰ বাবেই সুমেধে পাব লগা হব এনে তিৰস্কাৰ।"

উষাই তেওঁৰপৰা হাত এৰুৱাই আনিলে আৰু চকুৰ চাৱনি আৰু কথাৰ সুৰ বদলাই ক'লে, "অহ্ তেনেহলে তুমি মোক বাকচতহে ভৰাই থব খুজিছা! যোৱা, জুইৰ ওচৰত মুখ বিকটাই বহি থাকাগৈ। মই মোৰ মতে চলিম।"

কোনেও দেখা নোপোৱাকৈ পুৰুধানলৈ চাই মিচিকিয়া হাঁহি এটা মাৰি বেদীৰ কাষৰ জনতাৰ মাজত উষা সোমাই পৰিল।

অতীতৰ অশ্বাচৰ কাষৰ লোকসকলৰ দৰে বছৰৰ আজিৰ দিনটোতে স্বাত উপত্যকাত সকলোতকৈ ডাঙৰ নোদোকা ঘোঁৰাটো ইন্দ্ৰৰ উদ্দেশ্যে অৰ্পণ কৰা হয়। এই ঘোঁৰা গোটেই গোষ্ঠীটোৰ লোকসকলৰ ঘোঁৰাবোৰৰ ভিতৰৰপৰা বাছি দিয়া হয়। এই অঞ্চলৰ লোকে ঘোঁৰাৰ মঙহ নেখায় যদিও এই বাৰ্ষিক উৎসৱৰ দিনা যজ্ঞৰ অৱশিষ্ট সকলোকে বাটি দিয়া হয় আৰু নৈবেদ্য সকলোৱে শ্ৰদ্ধাৰে গ্ৰহণ কৰে। এই নিৰ্দিষ্ট দিনত ইন্দ্ৰৰ প্ৰিয় অশ্বমেধ যজ্ঞত অংশ গ্ৰহণ কৰিবলৈ প্ৰতি ফৈদৰে মুৰব্বীসকল বেদীৰ কাষত উপস্থিত হয়হি। এই মুৰব্বীসকলক আজিকালি জনপতি বোলা হয়। অশ্বাচ উপত্যকাৰ বাসিন্দাসকলে কেনে ধৰণে কিভাৱে ইন্দ্ৰক অৰ্চনা কৰিছিল—সেই বিধি-বিধান আৰু পবিত্ৰ স্তোত্ৰ, মূলমন্ত্ৰ এই সকলোবোৰ জনপতিসকলৰ মুখস্থ আছিল। স্তুতি-প্ৰাৰ্থনাৰ মাজেদি অশ্বমেধ যজ্ঞ সমাপন হ'ল—আমন্ত্ৰণ, প্ৰক্ষালন, আৰু ঘাটন সকলো কাম অতি সুকলমে সমাধা হ'ল। তাৰপিছত ঘোঁৰাৰ ছাল বথলিওৱা হ'ল। ঘোঁৰাটো কাটি টুকুৰা-টুকুৰ কৰি কেইটুকুৰামান তেনেভাৱেই আৰু কেইটুকুৰামানত সুগন্ধি দ্ৰব্য ঘঁহি যজ্ঞৰ জুইত আহুতি দিয়া হ'ল।

যজ্ঞৰ অৱশিষ্টখিনি ভাগ-যোগ কৰি বিলাওঁতে আবেলিয়ে হ'লহি। এই সময়লৈ যজ্ঞ-মণ্ডপৰ চাৰিওকাষ লোকে লোকাৰণ্য হ'ল। সকলোৱেই অতি ধুনীয়া কাপোৰ-কানি আৰু অলঙ্কাৰ-পাতি পিন্ধি আহিছে। তিৰোতাবিলাকে মিহি-কোমল, ৰং কৰা চাদৰ, হৰেক ৰকমৰ ফুল-বছা কঁকালী আৰু তলত ধুনীয়া চোলা পিন্ধিছে। কাণত তেওঁলোকৰ প্ৰায়ভাগৰে সোণৰ কাণ-ফুল। বসন্ত প্ৰায় শেষ হৈছে—ঠিক আজিৰ দিনটোৰ বাবেই যেন গোটেই উপত্যকাটো ফুলা ফুলেৰে জাতিষ্কাৰ হৈ পৰিছে। মতা-তিৰোতা সকলোৱেই মুকলি চুলিবোৰ ধুনীয়াকৈ ফুলেৰে সজাই লৈছে। আজিৰ এই উৎসৱৰ দিনা ৰুচি অনুযায়ী স্ব-ইচ্ছাৰে বিহাৰ কৰি ফুৰাত মতা-তিৰোতা



কাৰোৰেই বাধা নাই। ৰাতিলৈ উৎসৱ-মুখৰ উষাই সাজি-কাচি পুৰুধানৰ হাতত ধৰা-ধৰিকৈ ফুৰোঁতে সুমেধৰ চকু পৰিল। বেচেৰা সুমেধে মুখ ঘূৰালে—কৰিবই বা কি। এই মহোৎসৱত তেওঁনো থং কৰে কেনেকৈ? যোৱা বছৰ তেনে কৰিবলৈ গৈ নায়কৰ ( জনপতি ) ৰোষত পৰিব লগা হৈছিল।

আজি ৰাতি সোম-ৰসৰ সৈতে পগোৱা মৌ-গাখীৰৰ সোঁতহে বৈছে জানিবা। সুস্বাদু ঘোঁৰা-গৰুৰ মঙহ আৰু সোম-ৰস আনি দ'মাই থোৱা হৈছে—এইবোৰ কেবাখনো গাঁৱৰ বৰঙণি। ভালপোৱাৰ নৱ-উন্মাদনাৰ মাদকতাত উত্তেজিত ডেকা-গাভৰু দলক সকলোতে স্বাগত জনোৱা হৈছে। তেওঁলোকে এমোকোৰা মঙহ গিলি সোম-ৰস এবাটি খাব আৰু অহৰ্নিশে বাজি থকা নাইবা বজাওঁ বজাওঁ কৰি থকা বাজনাৰ ছেৱে ছেৱে নাচিব লাগিব। তাৰপিছত আন গাঁৱৰ লোকসকলক লগ পাবলৈ অভ্যৰ্থনা-গৃহলৈ যাব। ইয়াৰ বাবেই গোষ্ঠীৰ সকলো মানুহে গোট খাই বিৰাট আয়োজন কৰিছে—নাচ-গানৰ কাৰণে যথেষ্ট পৰিমাণৰ মুকলি ঠাই ৰখা হৈছে।

এই ইন্দ্ৰোৎসৱ ডেকা-গাভৰুৰ কাৰণে এটা মহৎ পৰ্বৰ দিন। এইদিনা দিনে-নিশাই তেওঁলোক সকলো প্ৰকাৰৰ বাধামুক্ত।

## [ ২ ]

গৰুৱে-ম'হে, শইচে-সাৰে উজনিৰ স্বাতৰ এই অঞ্চলটো নদন-বদন। সেইবাবেই ইয়াৰ বাসিন্দাসকল সুখী আৰু সমৃদ্ধিশালী। ব্যৱহাৰৰ আন বস্তুবিলাক ঘাইকৈ হ'ল—তাম, বিলাসৰ সামগ্ৰী হিচাপে সোণ, ৰূপ আৰু আন কিছুমান বস্ত্ৰ—এই-বিলাকৰ চাহিদা দিনক দিনে বাঢ়িহে গৈছে। এইবিলাক বস্তু যোগান দিবৰ বাবেই স্বাত আৰু কাবুল নদীৰ ( কুভা ) সঙ্গমৰ ওচৰৰ ঠাইত প্ৰতি বছৰেই অসুৰসকলে অস্থায়ী ছাউনি পাতেহি।

বোধহয় আৰ্যসকলে পিছলৈ এই অসুৰৰ ছাউনি পতা ঠাইক পুষ্কলাৱতী (চাৰছাদ্দা) নাম দিলে—এতিয়া আমিও সেই নামকে ব্যৱহাৰ কৰোঁ। জাৰকালিৰ মাজভাগতে পুৰু, কুৰু, গান্ধাৰ, মল্ল, মদ্ৰ, শিবি আৰু উশীনৰ আদি স্বাত আৰু পঞ্জকোৰা আদি পাৰ্বত্য উপত্যকাত বাস কৰা লোকসকলে নিজৰ নিজৰ ঘোঁৰা, কম্বল আৰু আন আন বস্তু-বাহানি লৈ পুষ্কলাৱতীৰ বাহিৰৰ সমান ঠাইত তম্বু তৰি ছাউনি

পাতেহি। অসুৰৰ বেপাৰীহঁতো সেই ঠাইলৈকে বস্তু-বাহানি লৈ আহে আৰু বস্তুৰ বিনিময়ত বস্তু সলায়। এই দস্তুৰ কেইবাশতাব্দীও জুৰি বেছ চলি আছিল।

এই বছৰ পুষ্কলাৱতীলৈ যোৱা পূৰু বেপাৰী দলটোৰ নেতৃত্ব কৰিছিল পুৰুধানে। আজি কেইবাবছৰো ধৰি অসুৰ ব্যৱসায়ীহঁতে এই পৰ্বতীয়া লোকসকলক বৰ বেয়াকৈ ঠগে বুলি তেওঁলোকে আপত্তি কৰা শুনা গৈছিল। অসুৰসকল নগৰীয়া ব্যৱসায়ী, পৰ্বতীয়া লোকসকলতকৈ যে সিয়ান তাত সন্দেহ নাই। অসুৰসকলে এওঁলোকক বৰ্বৰ বহুৱা বুলি যে ভাবে সেইকথাও বহুত পৰিমাণে সত্য। কিন্তু সোণ-বৰণীয়া চুলি আৰু নীলা-চকুৱা আৰ্য অশ্বাৰোহীসকলে চহৰীয়া অসুৰসকলতকৈ নিজকে কোনো-গুণেই হীন বুলি নেভাবে। লাহে লাহে পুৰুধানৰ দৰে আৰ্যসকলৰ বহুতেই অসুৰ-ভাষা শিকিবলৈ ল'লে আৰু অসুৰ-সমাজত মিলিবলৈ সুবিধা পালে—ইয়াৰপৰাই তেওঁলোকে বঢ়িয়াকৈ বুজি পালে অসুৰবিলাকে আৰ্যবিলাকক অসভ্য-বৰ্বৰ বুলিয়েই গণ্য কৰে। ইয়াকে লৈ দুয়ো জাতিৰ মাজত খৰিয়ালৰ সূত্ৰপাত হ'ল।

অসুৰ নগৰবোৰ বৰ ধুনীয়া—নগৰৰ ঘৰ-দুৱাৰবোৰ পকা ইটাৰ—পানীৰ নলা, স্নানাগাৰ, বাট-পথ, কুঁৱা ইত্যাদি সকলো তাত আছে। আনকি আৰ্যসকলেও পুষ্কলাৱতীৰ সৌন্দৰ্যক অস্বীকাৰ নকৰে। অসুৰ তিৰোতাসকলৰ ভিতৰত কোনো কোনোৰ চেহেৰা-পাতিও যে ভাল সেইকথা তেওঁলোকে মানি লব খোজে যদিও তেওঁলোকৰ নাক, চুলি আৰু গাৰ গঢ় সিমান ভাল বুলি নেভাবে। কিন্তু সৰলগছেৰে আবৰি থোৱা বহু-বৰণীয়া কাঠৰ বাৰাণ্ডাৰে শোভা কৰা চাফ-চিকুণ শাৰী শাৰী ঘৰবোৰেৰে সৈতে মঙ্গলপুৰখন পুষ্কলাৱতীতকৈ কণামাত্ৰও পাছ-পৰা বুলি মানিবলৈ তেওঁলোক সাজু নহয়। পুষ্কলাৱতীখনত একেলেথাৰিয়ে এমাহ থাকিবলৈকে তেওঁলোকে টান পায়—কিয়নো জনমভূমিখনলৈহে তেওঁলোকৰ মন উৰি উৰি যায়। সেই একেখন স্বাত নদীয়েই পুষ্কলাৱতীৰ মাজেদি বৈ গৈছে—কিন্তু ইয়াত এই নৈৰ পানীত এক সুকীয়া সোৱাদ তেওঁলোকে অনুভৱ কৰে—তেওঁলোকে কব খোজে অসুৰৰ স্পৰ্শত স্বাতৰ পবিত্ৰ নিৰ্মল পানীও কলুষিত হৈ গৈছে। সি যিয়ে কি নহওক আৰ্যসকলে অসুৰসকলক তেওঁলোকৰ সমকক্ষ বুলিও কোনোপধ্যে মানি লব নোখোজে—বিশেষকৈ অসুৰহঁতৰ দাস-দাসী আৰু ওথ ঘৰৰ বহল মজিয়াত বহি দেহাৰ বেপাৰ কৰা বেশ্যাসকলক দেখি।

ভিতৰুৱা ব্যৱহাৰত কিন্তু দুয়োটা জাতিৰে বহুতো লোকৰ মাজত বন্ধুত্ব গঢ়ি উঠিছিল। অসুৰ-ৰাজ পুষ্কলাৱতীৰ বহুত আঁতৰত সিন্ধু নৈৰ পাৰৰ এখন নগৰত বাস কৰে; সেইবাবে পুৰুধানে তেওঁক দেখা নাই। কিন্তু ৰজাৰ স্থানীয় প্ৰতিনিধিজনক



তেওঁ দেখিছিল—তেওঁ এজন চুটি-চাপৰ, শকত, সোৰোপা মানুহ—স্বৰাৰ ৰাগিত তেওঁৰ চকুৰ বাহু সদায় ওলমিয়েই থাকে—তেওঁৰ গাত সোপাসোপে সোণ-ৰূপৰ অলঙ্কাৰ—কাণৰ লতি ডাঙৰকৈ ফুটোৱা, কান্ধলৈকে ওলমি পৰা। পুৰুধানৰ চকুত এই ৰাজ্যপালজন এক কুৎসিত ৰূপ আৰু মূৰ্খামিৰ প্ৰতিমূৰ্তি। এনে এজন ৰাজ-প্ৰতিনিধি দেখি পুৰুধানৰ নিচিনা এজন লোকে সেই ৰজাৰ প্ৰতি উচ্চ-ধাৰণা পোষণ কৰিব নোৱাৰে। তেওঁ শুনিবলৈ পাইছিল ৰাজ্যপালজন বোলে ৰজাৰ খুলশালি, আৰু অকল এইফেৰা গুণৰ বাবেই তেওঁক এই বিষয়-বাবলৈ উন্নীত কৰা হ'ল।

কেইবাবছৰো ধৰি সময়ে সময়ে অসুৰসকলৰ মাজত অস্থায়ীভাৱে ছাউনি পাতি থকাত অসুৰ-সমাজৰ বহুতোখিনি দুৰ্বলতা পুৰুধানৰ চকুত পৰিছিল। অসুৰসকলৰ ওপৰ-থাপৰ লোকসকলৰ বুদ্ধিবৃত্তি থাকিব পাৰে কিন্তু বাকীসকলৰ সৰহভাগেই ভীৰু —শত্ৰুৰ লগত যুঁজ-বাগৰ দিবলৈ তেওঁলোকৰ বহুতীয়া সশস্ত্ৰবাহিনী নাইবা দাস-সকলৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। নিশকতীয়া শত্ৰুৰ বিৰুদ্ধে হয়তো এওঁলোকে সফলতা আৰ্জিব পাৰে—কিন্তু শক্তিশালী এদল শত্ৰুৰ আগত এনে এটা বাহিনী কেতিয়াও তিষ্ঠিব নোৱাৰে। অসুৰৰ ৰজাই হওক বা ৰাজ্যপালেই হওক—শাসকেই হওক বা সামন্তই হওক সকলোৱে ভোগ-বিলাসকেই তেওঁলোকৰ জীৱনৰ একমাত্ৰ লক্ষ্য বুলি ধৰি লৈছে। শাসনত অধিষ্ঠিত প্ৰতিজনেই শ-শজনী বাৰাঙ্গনা আৰু দাসীকন্যা ৰাখে। সকলো তিৰোতাকে তেওঁলোকে প্ৰকৃততে দাসী বুলিয়েই গণ্য কৰে। এতিয়া ৰাজ-অন্তেষপুৰত বলেৰে ধৰি নিয়া বহুতো আৰ্য-তিৰোতা আছে আৰু এওঁলোকৰ ভৱিষ্যৎ লৈয়ে আৰ্যসকলৰ মাজত যথেষ্ট উদ্বিগ্নতাৰ কাৰণ হৈছে। সৌভাগ্য-ক্ৰমে ৰজাৰ ৰাজধানী সীমান্তৰপৰা বহুতো আঁতৰত। সেইবাবে আৰ্যসকল এতিয়াও সিমানদূৰ আগবাঢ়ি যোৱাগৈ নাই কাৰণেই এই দুৰ্কপলীয়া আৰ্য-তিৰোতাসকলৰ কথা তেওঁলোকে সাধু বুলিয়েই ভাবিছে।

পুষ্কলাৱতীৰ দোকান-পোহাৰৰ আ-অলঙ্কাৰ, কপাহী কাপোৰ, অস্ত্ৰ-শস্ত্ৰ আৰু আন বস্তু-বাহানি অকল যে স্বাততে বিয়পি পৰিছে এনে নহয়—কুনাৰৰ উজনি খণ্ডৰ অম্বৰীৰ বহাবোৰলৈকো ইয়াৰ পোহাৰ মেল খাইছে। অসুৰ কাৰিকৰহঁতৰ সুনিপুণ হাতেৰে গঢ়া অলঙ্কাৰবোৰৰ বাবে স্বাতৰ সোণ-বৰণীয়া সুন্দৰীহঁত তেনেই বলিয়া—সেইবাবেই প্ৰতিবছৰে বেপাৰীবোৰৰ লগত তেওঁলোক পুষ্কলাৱতীলৈ যোৱাত লাগিল।

দুৰ্ভগীয়া সুমেধে উষাক সঁচাকৈয়ে বিধৱা কৰিলে আৰু উষা তাইৰ স্বামীৰ ভতিজাক, দেৱৰ পুৰুধানৰ লগত বিয়া সোমাল। এই বছৰ তায়ো পুষ্কলাৱতীলৈ আহিছে। এইবাৰ ৰাজ্যপালৰ লোকসকলে সোণ-বৰণীয়া চুলিৰ লোকৰ ছাউনিত

বহুতো সুন্দৰী তিৰোতা দেখা পালে। গৰাকীক এইকথা জনোৱাত তেওঁ এই সিদ্ধান্তত উপনীত হ'ল যে আৰ্যইতৰ দলটো ঘৰমুৱা হৈ পৰ্বতৰ ওপৰলৈ উঠাৰ সময়ত অতৰ্কিতে আক্ৰমণ কৰি তিৰোতাসকলক ধৰি আনিব লাগিব। ই এটা কু-অভিসন্ধি মাত্ৰ—পৰ্বতীয়া লোকসকল তেওঁ জনাতকৈও বেছি যুদ্ধপ্ৰিয়—কিন্তু তেওঁৰ মগজুত বুদ্ধিৰ লেশমানো নাই।

নগৰৰ ডাঙৰ ডাঙৰ সদাগৰসকলে ৰাজ্যপালক ঘৃণাৰ চকুৰে চোৱাৰ যথেষ্ট কাৰণ আছে। অলপতে সদাগৰ এজনৰ চকুত-লগা শুৱনি জীয়েকজনীক তেওঁ ধৰাই নিলে। গতিকেই তাইৰ পিতাকক ঘোৰ শত্ৰু কৰি লোৱা হ'ল—সেই সদাগৰজন আকৌ পুৰুধানৰ বৰ বন্ধু। উষা সেই সদাগৰৰ ঘৰলৈ মাজে সময়ে যায়—তেওঁৰ পৰিবাৰৰ কথা-বাতৰাৰ শব্দ এটাও তাই বুজি নেপায় বাবে পুৰুধানে দোভাষীৰ কাম কৰি সহায় কৰে। কিন্তু মহিলাগৰাকীৰ সৎভাৱৰ বলত দুয়োগৰাকী তিৰোতাৰ মাজত প্ৰীতি স্থাপন হৈছিল।

আৰ্যসকল উভতি যোৱাৰ দুদিন আগত ডাঙৰ গ্ৰাহক হিচাপে পুৰুধানৰ সন্মানাৰ্থে সদাগৰজনে ভোজ-ভাতৰ আয়োজন কৰিছিল। সদাগৰে ভোজ-ভাতৰ মাজতে তেওঁৰ আলহী পুৰুধানৰ কাণে কাণে ফুচ্ফুচাই ৰাজ্যপালৰ কু-চক্ৰান্তৰ সকলো কথা কৈ দিলে। সেই ৰাতিয়েই পুৰুধানে আৰ্যসকলৰ প্ৰতি দলৰে নেতৃস্থানীয় লোকসকলক মাতি আনি পৰামৰ্শ কৰি এটা পৰিকল্পনা দাঙি ধৰিলে। যিসকলৰ ভাল অস্ত্ৰ নাই—কিনি-কুটি লব লাগিব। তেওঁলোকে বেপাৰলৈ অনা ঘোঁৰা আৰু গধুৰ বস্তু-বাহানিবোৰ বেচি দিছিল। উঠি ফুৰা ঘোঁৰাটো আৰু কিনি-কুটি লোৱা অলঙ্কাৰ-পাতি আদি ধাতুৰ বস্তুখিনিৰ বাহিৰে তেওঁলোকৰ হাতত আন একো নাছিল, গতিকে এই যুঁজ-বাগৰৰ সময়ত আহুকাল দিবলৈ একো নাই। আৰ্য-তিৰোতাসকলৰ কাৰণে একা? স্বাতৰ জীয়ৰীহঁত ধুন-পেছ, লাহ-বিলাহ মৰাত পাকৈত হৈ উঠিছে যদিও অস্ত্ৰ-চালনা কৰাটোও গান গোৱা, নচাৰ নিচিনাই তেওঁলোকৰ শিক্ষাৰ অঙ্গ আছিল। কিনো হৈছে এই কথা যেতিয়া বুজি উঠিল, তেওঁলোকেও ঢাল-তৰোৱাল লৈ সাজু হ'ল।

পুৰুধানে পোৱা বাতৰি মতে অসুৰ সৈন্যই সীমান্তৰ সিপাৰলৈ যোৱা গিৰি-পথতে আগচি ধৰি আক্ৰমণ চলাব; ইফালে একে সময়তে শক্তিশালী আন এদলে আহি পাছফালৰপৰা তেওঁলোকক শ'ল-ঠেকত পেলাবলৈ চাব। অভিসন্ধি সম্পৰ্কে আগতীয়াকৈ পোৱা বাতৰিত ভিত্তি কৰি এই বিপদৰ সন্মুখীন হবলৈ সকলো প্ৰকাৰৰ সতৰ্কতামূলক ব্যৱস্থাকে তেওঁ অৱলম্বন কৰিছিল। এনেয়ে হ'লে পঞ্ কোৱা, কুনাৰ, স্বাত আদিৰ ভ্ৰমণকাৰীৰ দলবোৰ কোন কেতিয়া যায় তালৈ খবৰ নেৰাখি সুকীয়া



সুকীয়াকৈ যাত্ৰা কৰিলেহেতেন। কিন্তু এতিয়া সকলোৱেই লগ-বান্ধি যোৱাৰ আয়োজন কৰিলে। সেইবাবে শত্ৰুৱে একো সঁহাৰি নোপোৱাকৈ দুই-এদিনৰ আগা-পিছাকৈ তেওঁলোকে পুষ্কলাৱতীৰপৰা যাত্ৰা কৰিলে—কিন্তু এই বন্দবস্ত থাকিল যে তেওঁলোক সকলো ঠিক একে সময়তে সেই গিৰিপথৰ সমুখত উপস্থিত হবগৈ।

গিৰিপথ পাবলৈ তিনি-চাৰি মাইলমান থাকোঁতেই পুৰুধানে পঁচিশজন খামি-ডাঠ অশ্বাৰোহীক আগতীয়াকৈ পঠিয়াই দিলে। এই আৰোহীসকল গিৰিপথ সোমাই ওপৰলৈ উঠিবলৈ ধৰোঁতেই অসুৰসকলে কাঁড় বৰষিবলৈ ধৰিলে। আক্ৰমণৰ যে আয়োজন চলিছে, ই তেনে সঁচা। অশ্বাৰোহীহঁত পাছ-হুঁহকি আহি সেনাপতিক বাতৰি যাচিলেহি। পাছফালৰপৰা ওচৰ চাপি অহা শত্ৰুহঁতৰ সৈতেই প্ৰথমে এটা ব্যৱস্থা কৰি লবলৈ পুৰুধানে মনস্থ কৰিলে। ই তেওঁৰ সাধ্যাতীত নাছিল; কিয়নো অসুৰহঁতে প্ৰতি বছৰেই আৰ্যসকলৰপৰা হেজাৰে হেজাৰে ঘোঁৰা কিনি নিছিল যদিও তেওঁলোক এতিয়াও সুনিপুণ অশ্বাৰোহী হব পৰা নাই।

অশ্বাৰোহী দলটো সিমানতে ৰ'ল—পহৰা দিবৰ কাৰণে তাত অলপমান যুঁজাৰু থৈ বাকীখিনি লগত লৈ পুৰুধান ঘোঁৰাত উঠি পাছলৈ উভতিল। আৰ্যসকলৰ ফালৰ-পৰা অতৰ্কিতে এনে এটা আক্ৰমণ যে চলিব—অসুৰ সৈন্যই ভাবিবই নোৱাৰিছিল। দীঘল যাঠি আৰু তৰোৱালধাৰী আৰ্যসকলৰ আগত তেওঁলোক বেছি সময় থোপনি পুতি ৰব নোৱাৰিলে। কেৱল ৰণত ঘটুৱাই এৰি থৈ অহাই আৰ্যসকলৰ উদ্দেশ্য নাছিল—আৰ্য-ৰমণীৰ ওপৰত চকু দিয়াটো চেপেটা-নকা, শাঁও-বৰণীয়া অসুৰহঁতৰ কাৰণে যে মাৰাত্মক কথা, এই শিক্ষাও তেওঁলোকক আৰ্যসকলে বেছকৈ বুজাই দিব খুজিছিল। তেওঁলোকে যুদ্ধ কৰা দেখি পুৰুধানে তেওঁৰ সাঁচতীয়া সৈন্যলৈ খবৰ দিলে আৰু তেওঁৰ লগৰ অশ্বাৰোহীসকলক লৈ পুষ্কলাৱতীলৈ কোব ল'লে। সৈন্যবিলাকৰ দৰেই ৰাজ্যপালো বিবুধিত পৰিল। অসুৰহঁতে তেওঁলোকৰ সকলো সৈন্য ৰণলৈ আনিবলৈ নেপালেই। ৰাজ্যপালেৰে সৈতে তেওঁলোকৰ দুৰ্গ অতি সহজেই আক্ৰমণকাৰীৰ হাতত পৰিল।

অসুৰসকলৰ বিশ্বাসঘাতকতাত আৰ্যসকলে উগ্ৰমূৰ্তি ধাৰণ কৰিছিল। আটক কৰা সকলো লোককে তেওঁলোকে নিদাৰুণভাৱে কচু-কটা দিলে। ৰাজ্যপালক ৰাজহুৱা উদ্যানলৈ টানি আনি নিজ জনতাৰ আগত টুকুৰা-টুকুৰকৈ কাটি মাৰিলে। ল'ৰা-ছোৱালী, তিৰোতা আৰু ব্যৱসায়ীসকলক কিন্তু একো অপকাৰ কৰা নাছিল। বোধকৰোঁ আৰ্যসকলে সেই সময়ত দাস ৰখাৰ ইচ্ছা কৰা হ'লে তেওঁলোকে ইমানবোৰ মানুহ হত্যা নকৰিলেহেতেন। নগৰৰ বহুতো অংশ জুই লগাই পুৰি পেলালে। এনেভাৱেই অসুৰৰ প্ৰথম শক্তিশালী ঘাঁটিটোৰ পতন মিলিল—আৰু এইভাৱেই আৰ্য-অনাৰ্য দুয়োটা

জাতিৰ মাজত তুমুল যুঁজৰ সূচনা হ'ল। পিছলৈ আৰ্যসকলৰ পৌৰাণিক কাহিনীত ইয়েই দেৱাসুৰৰ মহাৰণৰ সূত্ৰপাত।

অজা গিৰিপথ আগুৰি থকা অসুৰ সৈন্যক মহিমুৰ কৰি পুৰুধান ঘৰলৈ উলটিল। পৰ্বতীয়া লোকৰ প্ৰতিদলেই নিজ নিজ অঞ্চললৈ বুলি বাট ল'লে।

কিছু বছৰলৈ পুষ্কলাৱতীৰ বেহা-বেপাৰ বন্ধ ৰখা হৈছিল। অসুৰৰপৰা কোনো বস্তু-বাহানি কিনিবলৈ আৰ্য লোকসকল অমান্তি হ'ল। কিন্তু তাম আৰু পিতল নিকিনি তেওঁলোক বেছিদিন ৰব নোৱাৰিলে।



## ষষ্ঠ অধ্যায়
## অঙ্গিৰা

স্থান—গান্ধাৰ-তক্ষশিলা।

জাতি—ইণ্ডো-এৰিয়ান।

সময়—১৮০০ খৃঃ পূঃ।

এই কাহিনী প্ৰায় ১৫২ পুৰুষৰ আগৰ। ই উত্তৰ-পশ্চিম ভাৰতত বাস কৰা আৰ্য আৰু অসুৰসকলৰ সংঘৰ্ষৰ আদিছোৱা কালৰ বৰ্ণনা।

[ ১ ]

"এই কপাহী কাপোৰবোৰ তেনেই অলাগতিয়াল; জাৰকালিৰ জাৰো ৰাখিব নোৱাৰে, বৰষুণৰপৰাও ৰক্ষা কৰিব নোৱাৰে।"—এইবুলি কৈ কৈ ডেকাজনে গাৰ তিতা কাপোৰ-সাজ সোলোকাই কান্ধৰ ওপৰেদি কম্বল এখন গাত মেৰিয়াই ল'লে।

"গৰম বতৰত এই কাপোৰ কিন্তু বৰ ভাল।"—দ্বিতীয়জন ডেকাই এইবুলি প্ৰত্যুত্তৰ দিলে আৰু তেওঁৰ সাজ-কাপোৰখিনি খিৰিকীৰ ঢাপলিকাত মেলি দিলে। গধূলি হবলৈ এতিয়াও বহুত সময় বাকী। কিন্তু অতিথিশালাটোত ইতিমধ্যেই বহুতো লোক জুইৰ কাষ বেৰি বহিলেই। ধোঁৱাই থকা জুইকুৰাৰ কাষত নবহি দুয়োজন ডেকা খিৰিকীৰ কাষত বহিলগৈ—সেমেকা চেঁচা বতাহছাটিৰপৰা ৰক্ষা পাবলৈ গাত তেওঁলোকে একোখন কম্বল মেৰাই লৈছে।

প্ৰথম ডেকাই ক'লে—"আমি আৰু আঠ মাইলমান বাট আগুৱাব পাৰিলোঁহেতেন আৰু কাইলৈ ৰাতিপুৱাৰ আগতে গান্ধাৰ (তক্ষশিলা) নগৰ পালোঁগৈহেতেন। কিন্তু এই বতাহ আৰু বৰষুণ আগত লৈ যোৱা উচিত নহয়।"

দ্বিতীয় ডেকা: "এই শীতকালৰ ডাৱৰীয়া বতৰে সকলো নষ্ট কৰে। কিন্তু ডাৱৰ নহ'লে আকৌ আমাৰ খেতিয়কসকলে স্তুতি-প্ৰাৰ্থনাৰ কোবত ইন্দ্ৰৰ কাণ ঘোলা কৰে নহয়, গৰখীয়াহঁতে আৰু বেছিহে আপত্তি কৰে।"

"হয় বন্ধু, এনে বতৰ আমাৰ নিচিনা বাটৰুৱাসকলেহে ভাল নেপাওঁ। কিন্তু কোনোৱেতো সদায় ফুৰিয়েই নুফুৰে।" এনেতে তেওঁ ইজনৰ গলধনত দ ঘাৰ দাগ এটা দেখি সুধিলে, "তোমাৰ নামটো কিহে?"

"মদ্রৰ পাল। তোমাৰ নামটো একা ?"

"বৰুণ, মই এজন সৌবীৰ। তুমি পুবৰপৰা আহিছা তেনে ?"

"ওঁ হয়, মদ্র দেশৰপৰা। তুমি দক্ষিণৰপৰা ? হয়নেহে আমি শুনিছোঁ বোলে অসুৰসকলে আৰ্যসকলৰ লগত দক্ষিণৰ ফালে এতিয়াও যুঁজ-বাগৰ চলায়েই আছে ?"

"সাগৰৰ পাৰতহে মাত্ৰ। তাত তেওঁলোকৰ এতিয়াও এখন নগৰ আছে নহয়। বন্ধু, তুমি জানাই হবলা আমাৰ মঘৱা ইন্দ্ৰই কেনেকৈ তেওঁলোকৰ এশখনমান সুৰক্ষিত নগৰ ধ্বংস কৰিলে।"

"তেওঁলোকে কয় অসুৰৰ দুৰ্গবোৰ বোলে লোহাৰে ( তামেৰে ) সজোৱা।"

"অসুৰসকলৰ অপৰ্যাপ্ত পৰিমাণৰ লোহা আছে সঁচা, কিন্তু সেয়েই নগৰ-দুৰ্গ সাজিবৰ কাৰণে যথেষ্ট নহয়। এইবো সাধুবোৰ ক'ৰপৰা ওলাল মই কব নোৱাৰোঁ। তেওঁলোকৰ ঘৰ-দুৱাৰবোৰ দীঘ-লেচাৰি চাটিচুকীয়া পোৰা ইটাৰে সজা। নগৰৰ কাষৰ দেৱালবোৰো ইটাৰেই। ইটাবোৰ মহ-ৰজীয়া বৰণৰ। ইটা আৰু আন ধাতুৰ কিন্তু যথেষ্ট পাৰ্থক্য আছে। ইটাক তাম বোলাটো কাণত নোসোমোৱা কথা !"

"তথাপিও বৰুণ ! আমি অসুৰ আৰু অসুৰৰ লোহাৰ গড়ৰ কথা শুনি আহিছোঁ।"

"আমাৰ ৰজাই সেই দুৰ্গ ভাঙিবলৈ অশেষ কষ্ট স্বীকাৰ কৰিব লগা হোৱা বাবেই বোধহয় এই কথা ওলাইছে ! সেই দুৰ্গবোৰ ইমান দুৰ্ভেদ্য বাবেই ধাতুৰে গঢ়া যেন লাগে।"

"তাৰোপৰি আমি সম্বৰৰ শৌৰ্য-বীৰ্য আৰু বিক্ৰমৰ কাহিনী সদায়ে শুনি আছোঁ— তেওঁৰ ঘৰ-বাৰী বোলে সাগৰৰ মাজতহে—তেওঁৰ ৰথ বোলে আকাশী পথেদি উৰিব পাৰে।"

"তেওঁৰ ৰথৰ কথাবোৰ ফাং-ফুংহে। অসুৰবিলাক ৰণবিদ্যাৰ কোনটো বিষয়ত দুৰ্বল বুলি কবলৈ হ'লে কব লাগিব অশ্বাৰোহী বিদ্যাতহে তেওঁলোক অপৈণত। আজিও তেওঁলোকৰ উৎসৱ আদিত ঘোঁৰাৰ ৰথৰ ঠাইত গৰু-গাড়ীহে ব্যৱহাৰ কৰে। পাল, মোৰ বিশ্বাস আমাৰ এই ঘোঁৰাৰ বাবেই আমি তেওঁলোকক পৰাজয় কৰিব পাৰিছোঁ— ইও নোহোৱা হ'লে আমি তেওঁলোকৰ নগৰ অধিকাৰ কৰিব নোৱাৰোঁ। সম্বৰৰ মৃত্যু হোৱাই আজি দুশ বছৰ হ'লহি। মোৰ মনেৰে আকাশত উৰা দূৰৰ কথা তেওঁৰ ঘোঁড়া-গাড়ী এখনেই নাছিল।"

"শত্ৰু হিচাপে সম্বৰ ইমান সাধাৰণ ধৰণৰ শত্ৰুৱেই যদি হয়—তেওঁক জিনি আমাৰ ৰজাই ইমান যশস্যা অৰ্জন কৰিবলৈ পালে কেনেকৈ ?"

"কাৰণ সম্বৰ এজন মহাবীৰ। সৌবীৰ নগৰত মই তেওঁ পিন্ধা তামৰ কৰচটো



দেখিছোঁ। কৰচটোত সোণ খটোৱা—অতি মজবুত, গধুৰ। অসুৰৰ প্ৰায়বিলাক লোকেই চুটি-চাপৰ। কিন্তু সম্বৰ এজন বৰ প্ৰকাণ্ড লোক—ওখ, শকত—বোধহয় নোদোকা শকত। কিন্তু আমাৰ মঘৱা ইন্দ্ৰ লাহী-গাৰ, কৰ্মঠ ডেকা। সিন্ধু নৈৰ পাৰৰ অসুৰৰ পুৰণি দুৰ্গবোৰ তুমি এতিয়াও দেখিবলৈ পাবা। তাৰ এটাৰ এশ বা তেনে এদল কাঁড়ীয়ে আক্ৰমণকাৰীৰ এহেজাৰক ওফোৰাই পঠিয়াব পাৰিব। দৰাচলতে এই দুৰ্গবোৰ অজেয় ; সেই দুৰ্ভেদ্য দুৰ্গকো ধ্বংস কৰে আমাৰ ৰজা মঘৱাই—মঘৱাক আৰ্যৰ ৰণনেতা বুলিয়েই মই কওঁ—তেওঁ নিশ্চয় এজন দৃঢ় মনৰ পৰাক্ৰমী পুৰুষ আছিল।"

"দক্ষিণে অসুৰৰ শক্তি এতিয়াও অটুট আছে নেকি বৰুণ ?"

"মই তোমাক এতিয়াই নকলোঁ নে—সাগৰৰ উপকূলৰ শেষ দুৰ্গটোও অলপতে জয় কৰা হ'ল ? সেই যুঁজলৈময়ো গৈছিলোঁ।" এই শেহৰ কথাষাৰ কওঁতে এক গভীৰ জ্যোতিয়ে বৰুণৰ ব'দে-ডেৰা গাল দুখন উজ্জ্বল কৰি তুলিলে। তেওঁৰ দীঘল চিক্‌মিকাই থকা হালধীয়া চুলিকোছা পাছফালে ছাটি মাৰি লৈ ক'লে—"অসুৰৰ শেষ ঘাঁটিটোৰো পতন হ'ল।"

"তোমালোকৰ ইন্দ্ৰ ( ৰজা ) কোনহে ?"

"আমি ৰজা উপাধি ত্যাগ কৰিছোঁ।"

"এৰি দিছা ?"

"ওঁ, আমি দক্ষিণৰ আৰ্যসকলে এই নাম শুনিলে ভয়ে কৰোঁ।"

"কেলৈ হে ?"

"ইন্দ্ৰৰ ( ৰজাৰ ) কৰ্তব্য হ'ল ৰণ-পৰিচালনা কৰা, নহয় জানো ?"

"ওঁ, হয়।"

"কোনো আৰ্যই সেনানায়কক সৰ্বে-সৰ্বা বুলি মানি নলয়। ৰণৰ সময়ত আমি তেওঁলোকৰ আনুগত্য মানি লওঁ, আদেশ পালন কৰোঁ কিন্তু আৰ্যই তেওঁৰ জনপ্ৰিয় পৰিষদখনকহে উচ্চতম কৰ্তৃপক্ষ বুলি বিবেচনা কৰে—প্ৰতিজন আৰ্যৰে স্বাধীন মতামত ব্যক্ত কৰিবৰ অধিকাৰ ইয়াত আছে।"

"নিশ্চয় থাকিব।"

"কিন্তু অসুৰসকলৰ প্ৰথা অন্য ধৰণৰ। তাত ইন্দ্ৰ অৰ্থাৎ ৰজাজনেই সৰ্বে-সৰ্বা— তাৰ জন-পৰিষদকো তেওঁতকৈ ক্ষমতাসম্পন্ন বুলি ৰজাই স্বীকাৰ নকৰে। অসুৰ ৰজাৰ মুখত যিহকে ওলাই তাকেই কৰিব লাগিব, নহ'লে মৰণ মিলিব।"

"তেনে ধৰণৰ ৰজাক ( ইন্দ্ৰক ) আমি কেতিয়াও মানি লব নোৱাৰোঁ।"

"হেৰা, অসুৰে তেনে এজন শাসককে মানি চলিছে। তেওঁলোকে ইন্দ্ৰক ( ৰজাক )

মানুহ বুলি নাভাবি ঈশ্বৰৰ নিচিনা ব্যৱহাৰ কৰে। বুজিছা বন্ধু, তুমি শুনিলে বিশ্বাসকে নকৰিবা, তেওঁলোকে ৰজাৰ জীৱিত কালতে তেওঁক পূজা কৰি কিযে নকৰে।"

"অসুৰ পুৰোহিতসকলে জনসাধাৰণক কেনেকৈ গাধ সজাইছে মই তাক নিজ চকুৰে দেখিছোঁ।"

"তেওঁলোকে জনতাক গাধতকৈও নিকৃষ্ট বুলিহে গণ্য কৰে। তুমি বোধকৰোঁ শুনিছা, তেওঁলোকে লিঙ্গ পূজা কৰে। মানুহৰ এই অঙ্গই মতা-তিৰোতা উভয়কে সুখ দিয়ে ই সঁচা আৰু সন্তান জন্মাই বংশ বৃদ্ধিত সহায় কৰে। কিন্তু অঙ্গ পূজা নাইবা শিল-বোকাৰে তেনে প্ৰতিমা সাজি পূজা কৰা কিমান যে মূৰ্খামি।"

"বাস্তৱিকতে মূৰ্খামিয়েই।"

"কিন্তু অসুৰ ৰজাসকল তেনে ধৰণৰ পূজা-পাতলত বেছি অনুৰক্ত। মোৰ বোধেৰে এই পূজাত প্ৰকৃততে ভণ্ডামিহে বেছি। আচলতে অসুৰ ৰজা আৰু তেওঁলোকৰ পুৰোহিতৰসকল মূৰ্খ নহয়, তেওঁলোক আমি আৰ্যসকলতকৈ চতুৰহে। তেওঁলোকৰ নিচিনা নগৰ নিৰ্মাণ কৰিবলৈ হ'লে আমি তেওঁলোকৰপৰা শিকিবলগীয়া বহুতো আছে। তেওঁলোকৰ দোকান-পোহাৰ, পদুমনি পুখুৰী, আকাশ-লজ্মা কাৰেং ঘৰ, আহল-বহল বাট-পথ—এনেবোৰ বস্তু আমাৰ প্ৰাচীন আৰ্যভূমিৰ ক'তো নোপোৱা। উত্তৰ সৌবীৰৰ অসুৰে এৰি যোৱা নগৰবোৰ মই দেখিছোঁ আৰু সেই চহৰবোৰ অলপতে মাত্ৰ দখল লোৱা হৈছে। আমি আৰ্যসকলে তেওঁলোকৰ সেই পুৰণি নগৰবোৰ মেৰামতি কৰি আগৰ অৱস্থালৈ নিবই পৰা নাই। এই নতুন নগৰখন সম্বৰে বোলে নিজে সজা—ই দেৱপুৰীহে জানিবা।"

"কি ক'লা? দেৱপুৰী?"

"সঁচা কথা, দেৱপুৰী—তাৰ লগত তুলনা কৰিব পৰা ঠাই পৃথিৱীত নাই আৰু। উদাহৰণ স্বৰূপে এটীয়া পৰিয়ালৰ কাৰণে সজা এটা ঘৰৰ কথাকে ধৰা। তাত থাকিব এটা বা দুটা সু-সজ্জিত চ'ৰাঘৰ, এটা চিম্‌নিৰে সৈতে সুকীয়া ৰান্ধনি-ঘৰ, চোতালত ইটাৰ পকী-কুঁৱা, এটা গা-ধোৱা ঘৰ, এটা শোৱনি-কোঠা আৰু এটা ভঁৰাল। সাধাৰণ নাগৰিক একোজনৰে দুই-তিনি খলপীয়া ঘৰ মই দেখিছোঁ। এইবোৰ বৰ্ণনাতীত। এখন অসুৰ নগৰক দেৱপুৰীৰ লগত তুলনা নিদি আৰু কি বুলিবা।"

"পূবফালেও অসুৰৰ নগৰ আছে, কিন্তু এইবোৰ মদ্ৰ দেশৰ (আজিকালিৰ শিয়ালকোটৰ)পৰা বহুত আঁতৰত।"

"মই সেইবোৰো দেখিছোঁ বন্ধু। এই কথা আমি মানি লবই লাগিব যে তেওঁলোক আমাতকৈ বহুগুণে চোকা-বুধীয়া। তুমি কেতিয়াবা সাগৰৰ নাম শুনিছা নে?"



"নামহে শুনিছোঁ।"

"সাগৰৰ নাম শুনি নাইবা ইয়াৰ বৰ্ণনাৰপৰা তুমি সাগৰৰ একো ধাৰণাই কৰিব নোৱাৰা। উপকূলত থিয় হৈ যেতিয়া তুমি তালৈ একেথিৰে চাই থাকিবা—ইনো কি তেতিয়াহে উপলব্ধি কৰিব পাৰিবা। তোমাৰ সমুখৰ নীলিম সলিলৰাজিয়ে নীল আকাশ চুমি আছে।"

"ই আকাশ চুবগৈ পাৰে কেনেকৈ, বৰুণ?"

"চুইছেগৈ—তোমাৰ চকুৰে মনিব পৰালৈকে পানী বিয়পি থকা দেখিবা, তাৰ পাছত ই যেন ওপৰলৈ উঠি গৈ গৈ কেবাজোপাও কাকিনি তামোলমান ওখ হৈ শেহত যেন আকাশত লাগিছেগৈ। দুয়োবো বৰণ প্ৰায় একেই কাৰণ সাগৰৰ পানী সাধাৰণ পানীতকৈ বেছি নীলা। অসুৰসকলে কিন্তু এই অসীম সাগৰত নিৰ্ভয়ে ডাঙৰ ডাঙৰ নাও বায়; মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰকৈ সাগৰ-যাত্ৰা কৰে। সাগৰৰ বুকুৰপৰা নানা তৰহৰ মণি-মুক্তা তোলে। অসুৰসকলৰ সাহস আৰু কৰ্মনিপুণতাৰ ইও এক নিদৰ্শন। ইয়াৰ বাহিৰেও তুমি আৰু এটা কথা বোধকৰোঁ শুনা নাই, বন্ধু। অসুৰহঁতে মুখ-জিভাৰ ব্যৱহাৰ নকৰাকৈয়ে কথা-বাতৰা হব পাৰে।"

"সেইটোনো আকৌ কেনেকৈ হয় হে? বিনা শব্দে ক'ৰবাত কথা পাতিব পাৰে নে?"

"পাৰি, বিনা শব্দেৰেও পাৰি। অসুৰ এজনক অলপ বোকা, শিল আৰু চামৰা দিয়া—তেওঁ তাৰে এনে কিছুমান সঙ্কেত দিব যিবোৰৰপৰা আন এজনে তেওঁ কব খোজা সকলো বুজি পায়। আমি দুঘণ্টা কথা কৈ যি কথা বুজাব নোৱাৰোঁ সেই কথা তেওঁলোকে দহ-পাঁচোটামান সঙ্কেতেৰে পৰিষ্কাৰকৈ বুজাই দিব পাৰে। আৰ্যসকলে এইবোৰ কেতিয়াও শিকা নাছিল। আজিকালি অৱশ্যে তেওঁলোকে এই সঙ্কেত-প্ৰণালী শিকিবলৈ যত্ন কৰিছে; কিন্তু বহু বছৰ ধৰি যত্ন কৰিলেও তেওঁলোকে ইয়াক সম্পূৰ্ণকৈ কেতিয়াও আয়ত্ত কৰিব নোৱাৰে।"

"তেনেহলে অসুৰসকল যে আমাতকৈ বেছি বুদ্ধিমান—এই কথাত বোধকৰোঁ সন্দেহৰ থল নাই।"

"সঁচাকৈয়ে নাই। তেওঁলোকৰ কাৰিকৰ, কুমাৰ, কমাৰ, তাঁতী, ৰথ-সাজোঁতা, তৰোৱাল চলাওঁতা এই সকলোৰে কাৰুকাৰ্য য'তে ত'তে ভৰপূৰ। আমাতকৈ যে তেওঁলোক বহুত গুণে চতুৰ তাতনো বাৰু আৰু সন্দেহৰ অৱকাশ ক'ত?"

"তুমি কৈছা অসুৰসকল বীৰো বোলে?"

"বীৰতো—কিন্তু তেওঁলোকৰ কোনো কোনোহে। পিয়াহ এৰা কেঁচুৱাটিৰেপৰাই আমাৰ ল'ৰা-ছোৱালীয়ে তৰোৱাল খেলাত লাগে—কিন্তু তেওঁলোকৰ তেনে নহয়।

তেওঁলোকৰ ৰণুৱা এদল সুকীয়া লোক—সেইদৰেই কাৰিকৰ, সদাগৰ-বেপাৰী, দাস প্ৰতিটোৰে সুকীয়া বিভাগ আছে। ৰণুৱাদলৰ বাহিৰে আন কোনোৱে অস্ত্ৰ-চালনা কৰিবলৈ নিশিকে। যুঁজাৰুসকলে বাকীবিলাকক হেয়জ্ঞান কৰে—দাসসকলৰ মতা-তিৰোতা সকলোৰে অৱস্থা পশুতকৈও হীন। তেওঁলোকৰ গৰাকীয়ে তেওঁলোকক অকল যে বেচা-কিনাই কৰে এনে নহয়—তেওঁলোকৰ শৰীৰৰ অঙ্গ আনকি জীৱন-মৰণো তেওঁলোকৰ স্বেচ্ছাচাৰী ক্ষমতাৰ গৰাহৰ ভিতৰুৱা।”

“তেওঁলোকৰ সৈন্যবাহিনীত কিমান লোক আছে?”

“এশৰ মাজৰ এজনহে সৈনিক—শতকৰা চল্লিশজনেই দাস, বাকী চল্লিশজনৰ অৱস্থাও অৰ্ধ-দাসৰ নিচিনা—কিয়নো কাৰিকৰ, খেতিয়কসকল অৰ্ধ-দাস—দহজন ব্যৱসায়ী আৰু বাদ-বাকীসকল আন বৃত্তিধাৰী।”

“সেইবাবেই তেনে আৰ্যসকলৰ হাতত অসুৰে পৰাজয় মানিলে?”

“এৰাতো—তেওঁলোকৰ পতনৰ মূল ইও এটা—আনটো কাৰণ হ'ল তেওঁলোকে যে ৰজাজনক দেৱতুল্য কৰি মানুহৰ ওপৰত তুলিলে, সিয়েই।”

“আমি আৰ্যসকলে কিন্তু কেতিয়াও তেনে নকৰোঁ।”

“সেইবাবেইতো আমি ৰজা উপাধিটোকে নাইকিয়া কৰি দিছোঁ আৰু ইয়াকে কৰিবলগীয়া হ'ল এজন ৰজাৰ বাবেই। মঘৱাৰ পিছৰ এজন ৰজায়ো অসুৰ ৰজাৰ নিচিনা হবলৈ বিচাৰিছিল।”

“হয় নে? তেওঁৰ অবৈয়াল গুণেৰে আৰ্যজাতিটোৰ ওপৰত প্ৰভুত্ব চলাবলৈ বিচাৰিছিল, নহয়?”

“সেয়েইতো—অকল তেৰেঁই নহয়। তেওঁৰ পিছত আন এজন আহিল। আৰু সকলবে কোনো কোনোৱে তেওঁৰ ইচ্ছা পূৰণাৰ্থে তেওঁক সহায় কৰিছিল।”

“সহায় কৰিছিল?”

“নিজ পৰিয়াল নাইবা খেলৰ স্বাৰ্থ পূৰণৰ উদ্দেশ্যে। সেইবাবেইতো সৌবীৰসকল কাকো ৰজা নাপাতোঁ বুলি দৃঢ়-প্ৰতিজ্ঞ হ'ল। ইন্দ্ৰ বজ্ৰধাৰী মেঘ-দেৱতাৰ নাম সেইবাবে মানুহে মনত খেলিমেলিৰ সৃষ্টি হোৱাত ইন্দ্ৰলৈ (ৰজালৈ) ভয় কৰে—ইন্দ্ৰ উপাধি ত্যাগ কৰাৰ ইও এক কাৰণ।”

“সৌবীৰসকলে ভালকে কৰিলে, বন্ধু।”

“কিন্তু কিছুমানে আকৌ আৰ্যৰ নামত দুৰ্নাম আনিবলৈ লৈছে—অসুৰৰ যিয়েইকি নহওক লাগে তাৰ গুণগান কৰিয়েই তেওঁলোকৰ অন্ত নপৰে। অসুৰৰ প্ৰশংসা কৰিবলগীয়া বহুত আছে সঁচা—ময়ো প্ৰশংসা কৰোঁ—আমিও তেওঁলোকৰ আহিলা



পাতি আমাৰ কৰি ললোঁৱেই। তেওঁলোকৰ গৰু-গাড়ীৰ আৰ্হিৰেই আমাৰ ৰজা মঘৱাই অশ্ব-ৰথখন সাজিলে। ঘোঁৰাৰ পিঠিতকৈ ৰথৰপৰা কাঁড় চলাবলৈ সুবিধা—ইচ্ছামতে তূণ আৰু কাঁড় আৰু শত্ৰুৰ আক্ৰমণৰপৰা ৰক্ষা পাবলৈ ঢাল তাত ৰাখিব পাৰি। তেওঁলোকৰ কৱচ, যাঠি, গদা আদি অস্ত্ৰ-শস্ত্ৰৰ কথাও আমি শিকিলোঁহঁক। নগৰ-চহৰবোৰৰপৰাও অনেক কথা ললোঁহঁক। তেওঁলোকৰ সমুদ্ৰ-যাত্ৰাৰ বিষয়েও শিক্ষা লোৱা উচিত কিয়নো তাম আদি ধাতু আৰু মণি-মুক্তাকে আদি কৰি আন বহুতো বস্তু সাগৰৰ পাৰৰপৰা আহে। কিন্তু এই সকলো বেহা-বেপাৰ বৰ্তমান অসুৰ-সদাগৰৰ হাততে। আমি তেওঁলোকৰ ওপৰত নিৰ্ভৰশীল নহবলৈ হ'লে সাগৰ পাৰ হবলৈ নৌ-শিক্ষা লবই লাগিব। এইবিলাকৰ বাহিৰে লিঙ্গ-পূজাৰ নিচিনা অসুৰসকলৰ এনে কেতবোৰ ৰীতি-নিয়ম আছে যাক আমাৰ পক্ষে মাৰাত্মক বুলিয়েই ধৰিব লাগিব।”

“আৰ্যহঁতে সেইবোৰ জানো মানি লব?”

“সেই বিষয়ে বৰ নিশ্চিন্ত নহবা, বন্ধু। অসুৰহঁতৰ দৰে আমিও এক পুৰোহিত সম্প্ৰদায়ৰ সৃষ্টি কৰিব লাগে বুলি আমাৰ আৰ্যসকলৰ বহুতেই কোৱা-মেলা কৰিছে। বৰ্তমান আমাৰ যুঁজাৰু, পুৰোহিত, সদাগৰ, খেতিয়ক, কাৰিকৰৰ মাজত কোনো ভেদাভেদ নাই। প্ৰত্যেকেই ইচ্ছা কৰিলেই যিকোনো প্ৰকাৰৰ কামকেই কৰিব পাৰে—আনহাতে অসুৰসকলৰ ইশ্ৰেণী সিশ্ৰেণীৰ মাজত সীমাৰেখা টনা। এবাৰ আৰ্যহঁতৰ মাজত পুৰোহিত সম্প্ৰদায় গঢ়ি তোলা, দেখিবা কেইবছৰমানৰ ভিতৰতে লিঙ্গ-পূজাৰ প্ৰচলন হৈ গৈছে। অসুৰৰ পূজাৰীসকল বৰ টেঙৰ—লাভৰ লোভত আমাৰসকলো সেই একে পথৰ পথিকেই হবগৈ”

“ই এক শাওপাতহে, বৰুণ।”

“যোৱা দুশ বছৰ ধৰি অসুৰসকলৰ সংস্পৰ্শত থাকি আৰ্যসকলৰ মাজতো বহুত কু-নীতি সোমাইছে। আমাৰ বুঢ়াসকলে হা-হুমুনিয়াহ কাঢ়ি চাইছে মাত্ৰ। মই কিন্তু নিৰাশাবাদী নহওঁ। মোৰ বিশ্বাস আমাৰ জনসাধাৰণক প্ৰাচীন সদ্ ৰীতি-নীতিবোৰ ভালভাৱে শিকাব পাৰিলে তেওঁলোকতো পথভ্ৰষ্ট হৈ বিজতৰীয়া হব নোৱাৰে। মানুহে কয় গান্ধাৰ নগৰত অঙ্গিৰা নামে এজন ঋষি আছে তেওঁ অগাঢ় পণ্ডিত—আৰ্যসকল যাতে আৰ্য ৰীতি-নীতিতে আকৌ সু-প্ৰতিষ্ঠিত হয় সেই আদৰ্শকে লৈ তেওঁ জনসাধাৰণক শিক্ষা দিছে। আৰ্যসকলক বিজয়ী কৰিবলৈ মই অস্ত্ৰধাৰণ কৰিছিলোঁ, এতিয়া আৰ্যৰ আৰ্যত্ব ৰক্ষা কৰিবলৈ মই কিবা নহয় কিবা এটা কৰিবলৈ বিচাৰোঁ।”

“কিযে অপূৰ্ব মিলন! ময়ো ঋষি অঙ্গিৰাৰ ওচৰলৈকে ওলাইছোঁ—তেওঁৰপৰা যুদ্ধ-শিক্ষা লওঁগৈ।”

"অ' হয় নেকি? কিন্তু পাল, তুমিতো মোক পূৰ খণ্ডৰ আৰ্যসকলৰ বিষয়ে একোকে নকলা?"

"পূবত আৰ্যসকল বন-জুই বিয়পাদি বিয়পি পৰিছে। গান্ধাৰৰ সিপাৰৰ ঠাইখন আমি মদ্ৰসকলে অধিকাৰ কৰিলোঁ—তাৰ সিপাৰেও মল্লসকলে নিগাজীকৈ থিতাপি লৈছে। সেইদৰেই কুৰু, পাঞ্চাল আৰু আনসকলেও নিজৰ নিজৰ কাৰণে একো একোটা বিৰাট বিৰাট অঞ্চলত থলি পুতিছে।"

"তাত আৰ্যসকলৰ সংখ্যা তেনে বহুতো বৃদ্ধি পাইছে।"

"সিমান নহয়। তেওঁলোক যিমানে আগবাঢ়ি গৈছে সিমানেই অসুৰ আৰু আন জাতিৰ লোকসকলে হেঁচি ধৰিছে।"

"আন জাতিবোৰনো কোন কোন?"

"মাগুৰ-বৰণীয়া—নাইবা তাম-বৰণীয়া অসুৰসকল। তাৰ পূবলৈ কেইবাধৰণৰো মানুহ আছে—তেওঁলোকক কোল বোলা হয়—একেবাৰেই কুলি চৰাইৰ বৰণৰ। তেওঁলোকৰ কোনো কোনোৱে গাঁৱত বাস কৰে, কোনো কোনোৱে হৰিণা পহুৰ দৰে হাবিত কটায়। হাবিত বাস কৰা লোকসকলৰ ব্যৱহাৰৰ আহিলা-পাতিবোৰ শিলৰ।"

"মোৰ বোধেৰে আৰ্য আৰু অনাৰ্যসকলৰ মাজত তুমুল ৰণ চলিছে।"

"এতিয়ালৈ কেবাখনো তয়াময়া ৰণ হ'ল। আমাৰ ঘোঁৰা দেখা মাত্ৰকে থলুৱা লোকসকলে পলাই পত্ৰং দিয়ে, কিন্তু সিহঁতে আমাৰ ছাউনীবোৰ ৰাতি ৰাতি আক্ৰমণ কৰেহি। সেইবাবেই আমি সিহঁতক নিৰ্মম শিক্ষা দিবলগীয়া হ'ল—বহুতো অসুৰ আৰু কোল-গাঁও এৰাবাৰীত পৰিণত হ'ল। তেওঁলোক সেই ঠাই এৰি পূবলৈ গ'লগৈ।"

"সেইবাবেই অসুৰৰ ৰীতি-নীতি তোমালোকৰ মাজত শিপাব পৰা নাই, পাল?"

"মদ্ৰসকলৰ মাজততো নায়েই মল্লসকলৰ মাজতো শিপোৱা নাই। অৱশ্যে তাৰ পূবৰ কথা মই নেজানো। সঁচা কথা কবলৈ হ'লে আমাৰ ফালৰ অনাৰ্যসকল হাবিতহে থাকে।"

দুয়ো বন্ধুৱে সন্ধিয়া আন্ধাৰ হোৱালৈকে বা-বতৰা, খবৰ-বাতৰিৰ আদান-প্ৰদান কৰি কথা পাতি আছিল। অতিথিশালাৰ ৰখীয়াজনে তেনে সময়তে তেওঁলোকৰ আহাৰ-পানীৰ কথা সুধিবলৈ নহা হ'লে তেওঁলোকৰ কথা হয়তো চলিয়েই থাকিলহেতেন। গাঁৱৰ খৰচতে যাত্ৰীৰ সুবিধাৰ অৰ্থে এই অতিথিশালা সজা হৈছে—কিন্তু কোৱা বাহুল্য যে শ্বেত-সম্প্ৰদায়ৰ যাত্ৰীৰ বাবেহে। তাত যিসকল বাটৰুৱাৰ লগত আহাৰ-পানীৰ সুবিধা নেথাকে সেইসকলক ভজা চাউল-মাহ আৰু গো-মাংসৰ জোলৰ যোগান



দিয়া হয়। যিসকল বাটৰুৱাৰ লগত খোৱা বস্তু-বাহানি থাকে সেইবোৰ দি দিলে ৰখীয়াজনে তাকে ৰান্ধি-বাঢ়ি দিয়ে, নহ'লে তেনেধৰণৰ আন আহাৰ যোগায়। অতিথিশালাটো সোমৰস আৰু সুৰাৰ বাবে বিখ্যাত। বৰুণ আৰু পাল দুয়ো বন্ধুৱে ভজা গো-মাংস আৰু সুৰাপানৰ যোগে বন্ধুত্বৰ বান্ধোন কট্‌কটীয়া কৰি তুলিলে।

## [ ২ ]

ঋষি অঙ্গিৰা—এখেতে সিন্ধু নৈৰ পূব-পাৰৰ মাজত শ্ৰেষ্ঠ আসন লাভ কৰিছিল। পুষ্কলাৱতী প্ৰথম বিপৰ্যয়ৰ সন্মুখীন হোৱাৰ পিছতে অসুৰসকলে পাছ-হুঁহকি যাবলৈ ধৰিছিল; তাৰ পিছৰ পুৰুষত গান্ধাৰ দেশৰ পশ্চিমাংশ দখল লবলৈ বুলি কুনাৰ নদীৰ পাৰৰপৰা গান্ধাৰ ফৈদৰ এদল আগবাঢ়ি আহোঁতেই সেই অঞ্চলত তেতিয়াও বাস কৰি থকা অসুৰসকলে ততাতৈয়াকৈ সেই ঠাই এৰি গ'ল। ইয়াৰ মাত্ৰ ত্ৰিশ বছৰ হওঁতে নহওঁতেই গান্ধাৰ আৰু মদ্ৰসকলে সিন্ধুৰ পূব অঞ্চল আক্ৰমণ কৰি তেওঁলোকৰ মাজত ভাগ বটাই ল'লে—গান্ধাৰসকলে সিন্ধু আৰু বিতস্তা নৈৰ মাজ খণ্ড আৰু মদ্ৰসকলে বিতস্তা আৰু ইৰাৱতীৰ মাজৰ ঠাইখণ্ড ল'লে—পিছলৈ সময়ৰ সোঁতত ঠাই দুখণ্ড বিজেতাসকলৰ নামানুসৰি জনাজাত হ'ল।

আৰ্য আৰু অসুৰৰ সংঘৰ্ষৰ আৰম্ভৰপৰাই অমানুষিক নিষ্ঠুৰতাৰে ইদলে সিদলক চেৰ পেলাইছিল—ফল স্বৰূপে গান্ধাৰত অসুৰৰ এজনো লোক নৰ'লগৈ আৰু মদ্ৰতো ক'ৰবাত এজন-দুজনহে থাকিলগৈ। কিন্তু সময় অতিবাহিত হোৱাৰ লগে লগে দাঁতি-কাষৰীয়া ঠাইবোৰত অসুৰৰ প্ৰতিশোধৰ মাত্ৰা ক্ৰমাত কমি আহিল—আৰু সোণ-বৰণীয়া চুলিৰ আৰ্যসকলেও যুদ্ধ-বিগ্ৰহ আৰু নিষ্ঠুৰতাৰ প্ৰকোপ কমাই দিলে। অকল সেয়েই নহয়, বৰুণে কবৰ দৰে হালধীয়া চুলিৰ জাতিটোৰ ওপৰত অসুৰৰ সংস্কৃতিৰ বহুতো বিষয়ৰে প্ৰভাৱ পৰিল।

অস্লাচ উপত্যকাৰ আৰ্য-বংশধৰসকলৰ কৌলিক প্ৰথা আৰু ৰীতি-নীতি আদিতেই যে ঋষি অঙ্গিৰা সুদক্ষ এনে নহয় আৰ্যসকলে যাতে তেজৰ পৱিত্ৰতা, ধৰ্ম-বিশ্বাস, ঐতিহ্য আদি হেৰুৱাই নেপেলায় তাক লৈও তেওঁ অতি চিন্তান্বিত। এই উদ্দেশ্য লৈয়ে তেওঁ পশুপালকসকলৰ মাজত ঘোঁৰা-মঙহ খোৱা আকৌ প্ৰচলন কৰিবলৈ উৎসাহ উদগনি দিছিল কিয়নো যিকোনো কাৰণেই নহওক ঘোঁৰা-মঙহ খোৱা সেই সময়লৈ লোপ পাইছিল। আৰ্যৰ ঐতিহ্য, ৰীতি-নীতি, শিক্ষা-দীক্ষাৰ প্ৰতি তেওঁৰ অনুৰাগ আৰু ৰণকৌশলৰ নিপুণতাত ঋষি অঙ্গিৰাই ইমান খ্যাতি অৰ্জন

কৰিছিল যে দূৰ-দূৰণিৰ আৰ্যাবৰ্তৰ যুৱকসকল তেওঁৰ শিক্ষাৰ্থী হবলৈ ল'ৰি আহিছিল। সেইদিনা কিন্তু ঋষি অঙ্গিৰাই সিঁচা গুটিয়েই যে সময়ত তক্ষশিলা মহা-বিশ্ববিদ্যালয়ৰূপে বিশাল বৃক্ষত পৰিণত হব তাক কোনেও উমানকে ধৰিব পৰা নাছিল—এই বৃক্ষৰ পকা সোৱাদ ফলৰ আস্বাদ লবলৈ আৰ্য-সংস্কৃতিৰ যুৱকসকল হেজাৰ হেজাৰ মাইল বাটকুৰি বাই আহিছিল।

তিনি কুৰি পাঁচ বছৰীয়া বুঢ়া অঙ্গিৰা ঋষিজন—পকা চুলি, কঁকাললৈকে পৰা চিক্‌মিকাই থকা বগা দাড়িকোছা, সৌম্য, চিন্তাশীল মুখখনেৰে গহীন-গম্ভীৰ মানুহজন বেছ আকৰ্ষণীয়। কাপ-মৈলাম, সাঁচিপাতত লিখা আদিৰ প্ৰচলন হবলৈ তেতিয়াও বহুত যুগ বাকী। ঋষি অঙ্গিৰাই তেওঁৰ উপদেশ-বাণী মুখে মুখেই দি যায় আৰু শিষ্যসকলে পুৰণি গীত-কাহিনীবোৰ বাৰে বাৰে আওৰাই মুখস্থ কৰে। দূৰ-দূৰণিৰ শিষ্যসকলে খোৱা-পিন্ধাৰ যোগাৰ আনিব নোৱাৰে। অঙ্গিৰাই তেওঁলোকক খোৱা-পিন্ধাৰ যোগাৰ দিব লাগে। ইয়াৰ বাবে তেওঁৰ নিজৰ মাটি-বাৰীখিনিতো ব্যৱহাৰ কৰেই তাৰোপৰিও শিষ্যবৰ্গৰ সহায়ত হাবিতলীয়া মাটি এডোখৰ ভঙাই খেতিৰ উপযোগী কৰি লয়। এই পথাৰত হোৱা ঘেঁহুৰে গোটেই বছৰ জোৰা মাৰিব পৰা হয়। বাগিচা বা ফল-মূলৰ বাৰী তেতিয়াও পতা হোৱা নাছিল। কিন্তু বছৰৰ যি সময়ত হাবিত ফল-মূলবোৰ পকে তেনে সময়ত অঙ্গিৰাই শিষ্যসকলে সৈতে দলে-বলে হাবিত ফল-মূল গোটায়গৈ। পথাৰত হাল বাওঁতে, চহাওঁতে, দাওঁতে, হাবিত ফল-মূল, ফুল বা খৰি-কাঠ লোৰোঁতে তেওঁলোকে অক্সাচ আৰু স্বাতৰ পাৰত ৰচনা কৰা গীতবোৰ সমস্বৰে গায়।

অঙ্গিৰাৰ ঘোঁৰা-পোহা পামখনো গান্ধাৰৰ ভিতৰতে আটাইতকৈ ডাঙৰ। ভাল ঘোঁৰা-ঘুঁৰীৰ সঁচ ক'ত পাব পাৰি তাক চাবলৈ দূৰ-দূৰণিৰ দেশলৈ তেওঁ শিষ্যসকলক নাইবা তেওঁৰ লগৰ জনা-শুনা লোকক পাচে। ভাল ঘোঁৰাৰ সঁচ আনি পোহে আৰু পিছলৈ তেওঁৰ পামৰ ভাল ভাল সঁচৰ ঘোঁৰাবোৰেই সিন্ধী জাতীয় বুলি জনাজাত হ'ল। ইয়াৰ বাহিৰেও অঙ্গিৰাৰ হেজাৰ হেজাৰ গৰু-ভেড়াৰ জাক আছিল। তেওঁৰ শিষ্যবৰ্গই মানসিক শ্ৰমৰ লগে লগে হাতৰ কামো কৰিব লাগে—ঋষিয়ে নিজেই প্ৰায়েই এই কামত হাত-উজান দিয়ে। কাম নকৰিলেই নহয় কিয়নো এনেধৰণেই তেওঁলোকৰ খোৱা-পিন্ধাৰ সমস্যা সমাধান কৰিব লাগে।

তক্ষশীলাৰ পূবফালৰ সেউজীয়া পৰ্বতৰাজিত ভাল বৰষুণ হয় বাবে ঠাইখন সুজলা আৰু সাৰুৱা। ডেকাদলৰ সৈতে গৰু-ম'হ চৰাই ফুৰা ঋষি অঙ্গিৰাৰ লগত এতিয়া বৰুণ আৰু পালেও যোগ দিছেহি। তম্বুৰ অলপ আঁতৰতে শুধ মুগা-বৰণীয়া গৰু-



পোৱালিয়ে চেকুৰি ফুৰিছে—ঋষি আৰু শিষ্যসকল বননিতে বহিছে। অঙ্গিৰাৰ বাঁওহাতে এনেছা মিহি উল, ইহাতেৰে কাঠৰ টাকুৰী এটাত তেওঁ পাক দিছে। শিষ্যসকলৰ কোনোৱে সূতা কাটিছে, কোনোৱে ধুনিছে, কোনোৱে আকৌ ভেড়াৰ নোম আঙুলিৰে কমাইছে। ঋষিয়ে নতুন-পুৰণি বহুতো বিষয়ে শিষ্যসকলৰ লগত আলচ কৰিছে। আৰ্য-অনাৰ্যৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ—কোন ধৰণৰ শিল্প, কেনে কাৰিকৰী বিদ্যা লোৱা উচিত বা কোনটো লোৱা অনুচিত ইত্যাদি নানা কথা তেওঁ শিষ্যসকলক বুজাইছে।

তেওঁ কয়—"নতুনৰ প্ৰতিটোকে বাদ দিব লাগে আৰু পুৰণিৰ প্ৰতিটোতে খামুচি ধৰি থাকিব লাগে—এনেকৈ কোৱাটো হাস্যাস্পদ কথাহে আৰু এনে মত কাৰ্যক্ষেত্ৰত লগোৱা সম্ভৱপৰ নহয়। অক্সাচ উপত্যকাৰ আৰ্যসকলৰ মাজত শিলৰ পৰিৱৰ্তে তামৰ সা-সঁজুলি ব্যৱহাৰ হোৱাৰ সময়তো কোনো কোনোৱে আগতে নেদেখা নতুন বস্তুক আদৰ নকৰি বিৰোধিতা কৰিছিল।"

ঋষিৰ প্ৰিয় শিষ্য বৰুণে সুধিলে, "শিলৰ সা-সঁজুলিৰে তেওঁলোকে বা কাম চলাইছিল কেনেকৈ ?"

"এতিয়া তামৰ সা-সঁজুলিৰে কাম কৰা হয়, বোপাই—কাইলৈ হয়তো তাতকৈ চোকা কিবা এটা আবিষ্কাৰ হব। তেতিয়া মানুহে হয়তো আচৰিতেই হব—তামৰ আহিলাৰেনো কাম চলাইছিল কেনেকৈ বুলি! সময়ত মানুহে হাতত যি সঁজুলিকে পায়—তাৰেই কাম চলাব লাগিব। মানুহে শিলৰ কুঠাৰ লৈ যুঁজ কৰা সময়ত দুয়োদলেই সেই একে অস্ত্ৰেৰেই সজ্জিত হৈছিল—আৰু যেতিয়াই এদলে তামৰ কুঠাৰ হাতত ল'লে, ইদলেও শিলৰ অস্ত্ৰ দলিয়াই পেলাবলৈ বাধ্য হ'ল—নহ'লেতো পৃথিৱীত থাকিবলৈ ঠাই নহব। সেই কাৰণেই মই কওঁ নতুনক নতুন বুলিয়েই এৰিবলৈ যোৱাটো মূৰ্খামি মাত্ৰ। মই নতুনৰ প্ৰতিটোৰে যদি বিৰোধিতা কৰিলোঁহেতেন, এনেবোৰ ধুনীয়া গৰু-ম'হ পুহিবলৈ মই সমৰ্থ নহলোঁহেতেন। ভাল জাতীয় ঘোঁৰাৰ ষাঁড় আৰু ভাল সঁচৰ ঘুঁৰীৰ ভাল পোৱালি হয়—সেইবাবেই মই ভাল সঁচৰ কিছুমান ঘোঁৰা-ছাগলী-গৰু গোটালোঁ আৰু এতিয়া একুৰি পোন্ধৰ বছৰৰ পিছত এই জন্তুবোৰ কেনেধৰণে বৃদ্ধি পাইছে, দেখিছা।...

"অসুৰহঁতৰ পথাৰত পানী যোগোৱা এটা ভাল প্ৰণালী আছে—পৰ্বতীয়া নৈৰ-পৰা খাল খান্দি পানী বোৱায়, আমি গান্ধাৰত সেই প্ৰণালীৰে কাম কৰিছোঁ। নগৰ-পৰিকল্পনা, ঔষধ-পাতি আদি বিষয়ত তেওঁলোকৰ কিছুমান আদৰ্শনীয় বস্তু আছে। আমাৰ ভাত-কাপোৰ, আত্মৰক্ষাৰ কাৰণে উপকাৰী যি বস্তুকে পাওঁ, নিজৰ কৰি লব

লাগিব—সেই সময়ত ইয়াৰ ন-পুৰণি নাইবা ইয়াৰ মূল আৰ্য নে অনাৰ্য তাক বিচাৰ কৰিলে নচলিব। স্বাতৰ পাৰত সুবাস্তুত থকাৰ সময়ত বা তাৰ আগত আৰ্যসকলে কপাহী কাপোৰৰ নামেই শুনা নাছিল—এতিয়া আমি এই কাপোৰ পিন্ধিছোঁ, কিয়নো গৰমকালি পিন্ধি ভাল লাগে।

"কিন্তু এনে কিছুমান বস্তু আছে যিবোৰক বিষতুল্য ভাবি ত্যাগ কৰিব লাগে। আমাৰ বাবে অসুৰহঁতৰ লিঙ্গপূজা এক ঘৃণনীয় প্ৰথা। তেওঁলোকৰ কটকটীয়া জাতি-বিভাগো আমাৰ অনুকৰণীয় হোৱা অনুচিত—কাৰণ তেনে বিভাগৰ সৃষ্টি কৰিলেই দেশৰক্ষাৰ কাৰণে সকলো লোককে অস্ত্ৰধাৰণ কৰিবলৈ তুমি আহ্বান জনাব নোৱাৰিবা—আৰু জনসাধাৰণৰ মাজত উচ্চ-নীচৰ ভেদাভেদৰ ভাব গঢ়ি উঠিব। অসুৰ আৰু আমাৰ তেজৰ সংমিশ্ৰণ হোৱা অনুচিত—তেনে কৰিবলৈ যোৱা মানেই আমিও অসুৰৰ শাৰীলৈ পৰিৱৰ্তন হমগৈ আৰু আৰ্যসকলৰ মাজতো বিভিন্ন বিদ্যা, ব্যৱসায় আৰু বৃত্তি অৱলম্বী উচ্চ-নীচ শ্ৰেণীবিভাগৰ সৃষ্টি হব।"

পালে সুধিলে, "আৰ্য-অনাৰ্যৰ অসৱৰ্ণ বিবাহ হোৱাতো সকলো আৰ্যয়ে উচিত নহয় বুলি ভাবে নেকি ?"

ঋষি : "ওঁ, ভাবে। কিন্তু তেওঁলোকে এই বিষয়ত সিমান সতৰ্কতা অৱলম্বন কৰা নাই। অসুৰ আৰু কোল তিৰোতাৰ লগৰ সংস্পৰ্শ ৰখা আৰ্য নাই জানো ?"

বৰুণ : "ঠিকেইতো, সীমান্ত অঞ্চলত বহুতেই সংস্পৰ্শ ৰাখে—অসুৰ-নগৰৰ বাৰাঙ্গনা-সকলৰ লগত আমাৰ গান্ধাৰসকলে লেনদেন কৰাটো সাধাৰণ ঘটনাই।"

ঋষি : "তাৰপৰানো কি ভাল হব ? বৰ্ণসঙ্কৰ কিছুমানৰ জন্ম হব। আনহাতে আমাৰ তেজ-মঙহৰ ল'ৰা-ছোৱালী কিছুমানে অসুৰৰ মাজত জন্ম লব আৰু আমি আৰ্যসকলে চিন নাইকিয়া কাৰণেই হওক বা ফাকি-ফুকা দিয়েই হওক তাহাঁতক আমাৰ বুলি গ্ৰহণ কৰিম। তেনে আমাৰ তেজৰ পৱিত্ৰতাই বা ৰ'ল ক'ত ? আমাৰ তেজৰ পৱিত্ৰতা ৰক্ষা কৰিবৰ কাৰণে মতা-তিৰোতা সকলোৱেই সতৰ্ক হোৱা উচিত। তাৰ উপৰিও আমাৰ দেশত যাতে দাস-প্ৰথা নোসোমাই তাৰ বাবেও আমি সাৱধান হব লাগে কাৰণ ইয়াতকৈ জাতিৰ পৱিত্ৰতা নষ্টকাৰী আৰু একোৱেই নাই। আনকি মই তোমালোকক এই পৰ্যন্ত কব খোজোঁ—অনাৰ্যৰ যাতে লেশমানো চিন আমাৰ দেশত নেথাকেই তালৈহে আমি চকু দিব লাগে।

"সকলোতকৈ বিপদজনক আৰু সকলো অনিষ্টৰ কেৰোণ অসুৰসকলৰ ৰাজতন্ত্ৰ প্ৰথা আৰু তাৰ পাবত-গজা পুৰোহিত সম্প্ৰদায়। অসুৰ জনসাধাৰণৰ কোনো স্বতন্ত্ৰতা নাই—ৰাজআজ্ঞা পালন কৰাই তেওঁলোকৰ ধৰ্মমূলক কৰ্তব্য বুলি অসুৰ-



সকলে ভাবে। স্বৰ্গৰ ঈশ্বৰ আৰু মৰতত ৰজাই সকলো ৰাজহুৱা কাৰ্য নিয়ন্ত্ৰণ কৰে বুলি পুৰোহিতসকলে শিকনি দিয়ে; জনসাধাৰণৰ কোৱা আৰু কৰা কোনো কামৰে অধিকাৰ থাকিব নোৱাৰে। মৰতত ৰজায়ে ঈশ্বৰ। অসুৰৰ এজন ৰজাই যিমান ক্ষমতা লাভৰ সুবিধা পাইছে, এজন আৰ্য-ৰজাই সিমান ক্ষমতা পোৱা নাই—তথাপিও শিবি-সৌবীৰসকলে ইন্দ্ৰ ( ৰজা ) উপাধি ত্যাগ কৰা বুলি শুনিবলৈ পাই মই বৰ সুখী হৈছোঁ। আৰ্য-ৰজাজন এজন সুনিপুণ যুঁজাৰু, জনসাধাৰণে তেওঁক বাছি লয়—সেইবাবেই তেওঁলোকৰ ওপৰত শাসনৰ ক্ষমতা বিস্তাৰ কৰা অধিকাৰ তেওঁৰ নাই। কিন্তু এই উপাধিটোৱেই এটা ভয়ৰ কাৰণ—ইয়াৰ গাতে আউজি কোনোৱে আৰ্যসকলৰ মাজতো অসুৰ-ৰাজ প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছিল।...

"আৰ্যসকলে যদি নিজৰ বৈশিষ্ট্য বজাই ৰাখিবলৈ চায়, কোনো ব্যক্তি-বিশেষৰ ওপৰত ৰাজ-ক্ষমতা অৰ্পণ কৰাটো উচিত নহব। আৰ্যহঁতে অসুৰ-ধৰ্ম ঘৃণা কৰে—সন্দেহ নাই; কিন্তু যিদিনাই তেওঁলোকৰ মাজত ৰজাৰ উদ্ভৱ হব সেইদিন ধৰি অসুৰ পুৰোহিত-সম্প্ৰদায়ৰ নিচিনা এশ্ৰেণী লোকে মূৰ দাঙি উঠিব আৰু তেতিয়াই আৰ্যত্বও মৃত্যু-তুল্য হব। ৰজাই জনসাধাৰণৰ ওপৰতেই বৰ্তি থাকি ভোগ-বিলাস কৰিব—দেৱতাৰ অনুগ্ৰহ লাভৰ আশাৰে পুৰোহিতসকলক তোষামোদ কৰি নিজ ফলীয়া কৰিব। এইদৰেই ৰজা আৰু পুৰোহিতৰ হাতত পৰি জনসাধাৰণ দাসত পৰিণত হবগৈ।

"আৰ্যৰ প্ৰাচীন ৰীতি-নীতি আমি দৃঢ়তাৰে আঁকোৱালি ধৰিব লাগিব আৰু যদি আমাৰ জাতিৰ কোনো এদলে ফালৰি কাটি যাব খোজে সেই দলক আৰ্য গোষ্ঠীৰপৰাই বাদ দিব লাগিব।"

## [ ৩ ]

সৌবীৰৰ ( কৰাচীৰ দাঁতিকাষৰীয়া ঠাইখণ্ড ) দক্ষিণ অঞ্চলৰপৰা বহুতো ধৰণৰ বিৰক্তিকৰ উৰা-বাতৰি বৰুণৰ কাণত পৰিছিলহি। বাতৰিবোৰৰপৰা এইটো স্পষ্ট বুজা যায় যে অসুৰৰ শেষ ঘাঁটিটোও অধিকাৰ কৰাৰ পিছৰেপৰা আৰ্যসকলৰ মাজত গৃহ-কন্দল ভয়ঙ্কৰ ৰূপে মূৰ দাঙি উঠিছে। বৰুণে প্ৰায়েই নিজ গুৰুৰ সৈতে সৌবীৰৰ সমস্যাৱলীৰ প্ৰতিটো কথাকে খৰচি মাৰি আলোচনা কৰিছে। ঋষি অঙ্গিৰাই সদায়েই কয় এই গৃহ-কন্দল যদিও প্ৰথমে অকলে সৌবীৰতহে দেখা দিছে—এদিন নহয় এদিন ই গোটেই আৰ্যাৱৰ্ততে বিয়পি পৰিব। অতীজৰেপৰাই আৰ্যসকলে ব্যক্তিৰ ওপৰত জনতাৰ কৰ্তৃত্ব স্বীকাৰ কৰি আহিছে—কিন্তু অসুৰসকলৰ অবাধ স্বেচ্ছাচাৰ আৰু

জাক-জমকীয়া ৰাজভোগে আৰ্যসকলৰো বহুতো নেতাৰে ক্ষমতা আৰু ভোগ-বিলাসৰ প্ৰলোভন জন্মাইছিল। এই দুই মনোবৃত্তিৰ থকা-খুন্দাত মাৰাত্মক সংঘৰ্ষৰ সৃষ্টি হবই হব। যি অঞ্চলতে অসুৰৰ সংখ্যা বেছি তাতেই অতি কম সময়তে এই জুই জ্বলি উঠা সম্ভৱপৰ—কিয়নো আৰ্যসকলৰ গৃহ-কন্দলৰ সুবিধা লবলৈ পৰাজিত অসুৰসকলে আশা পালিয়েই আছে।

আঠ বছৰ গান্ধাৰ নগৰত থকাৰ পিছত বৰুণে এই ঠাই এৰি যোৱাকে থিৰ কৰিলে—কাৰণ সৌবীৰ ( বৰ্তমানৰ ৰোড়ী ) নগৰৰপৰা দিনক দিনে অনেক ভয়াবহ বাতৰি আহিয়েই আছে। তেওঁ ইয়ালৈ অহাৰ সময়ত ঋষিৰ শিষ্যসকলৰ ভিতৰত তেওঁ প্ৰথমে সহযাত্ৰী হিচাপে দেখা পোৱা পালও তেওঁৰ লগত ওলাল। গান্ধাৰৰ সীমা অতিক্ৰম কৰি লোণ পাহাৰৰ মাজেদি সিন্ধু নৈখন বৈ যোৱা সেই অঞ্চলত তেওঁলোক ওলালগৈ। লোণ পুঙত কৰ্তব্য-ৰত বহুৱা, সদাগৰ প্ৰায়ভাগেই অসুৰলোক—আৰ্য-সকলৰ ওপৰত ইয়াৰ প্ৰভাৱ অতি বেয়া ধৰণে পৰিছিল। তেওঁলোক এলেহুৱা আৰু আৰামপ্ৰিয় হৈ উঠিছিল। অনাৰ্যসকলৰ হতুৱাই কাম-বন কৰোৱাই লব পৰাটোকে তেওঁলোকে ভাল বুলি ভাবিছিল। ঘোঁৰা-চালনা অস্ত্ৰ-চালনা আৰু ভাল ব্যৱসায়-বাণিজ্য চলাব পৰাটোৱেই তেওঁলোকৰ আচল কাম বুলি বিবেচনা কৰিছিল। অসুৰ-সকলতকৈও অধিক ক্ষমতাশালী ৰজা গঢ়ি উঠাত অনাৰ্যভূমি আৰ্যসকলৰ কাৰণে অতি সাংঘা ক্ষেত্ৰ। সি যিকি নহওক, লোণ পাহাৰ পাৰ হৈ দুয়ো বন্ধুৱে সৌবীৰৰ প্ৰথম ছাউনীটো পালেগৈ—আজিকালি এই ঠাইখনেই মূলতাম ( মূলস্থান )। তাত অৱশ্যে অৱস্থা অলপ বাৰু যেন অনুভৱ হ'ল। তাৰ বাসিন্দাসকলৰ সকলোৱেই আৰ্য—এই ডেই-পুৰি যোৱা প্ৰখৰ তাপতো তেওঁলোকে ইয়াত এখন পূৰামাত্ৰাই আৰ্যভূমি গঢ়িছে বাবেই তেওঁলোকক শলাগিবলগীয়া। বৰুণ আৰু পালে গ্ৰীষ্মৰ মাজভাগতে যাত্ৰা আৰম্ভ কৰিছিল। কিন্তু সিন্ধু নৈয়েদি নাৱেৰে ভটিয়াই যোৱা বাবে তেওঁলোকৰ কষ্ট কিছু লাঘৱ হৈছিল। সৌবীৰপুৰত ( বৌৰুক, ৰোড়ী ) কিন্তু তাপৰ প্ৰখৰতা বৰ্ণনাৰ অতীত—ইয়াত তেওঁলোকৰ কষ্টৰো সীমা নাইকিয়া হৈছে।

আৰ্যসকলে লিপি তেতিয়াও আবিষ্কাৰ কৰিব পৰা নাই। বৰুণে মাজে সময়ে সৌবীৰ পৰিব্ৰাজকসকলৰ যোগে বন্ধু-বান্ধৱহঁতলৈ বা-বতৰা পঠায় যদিও সকলো খবৰ দিব নোৱাৰে। তেওঁ সেইবাবেই অসুৰহঁতৰ লিখা প্ৰণালীৰ কথা প্ৰায়েই ভাবে।

ইতিমধ্যেই অৱস্থা যে বহুত দূৰ অতিক্ৰম কৰি গৈছে সৌবীৰ নগৰত ভৰি দিয়েই তেওঁ বুজি উঠিল। সৌবীৰপুৰ নগৰতেই সুমিত্ৰৰ সমৰ্থকৰ অভাৱ—এৱেঁই কিন্তু অসুৰৰ শেষ ঘাঁটি ধ্বংস কৰিছিল। সেইবাবে দক্ষিণৰ ফালে বহুতো আৰ্যই এওঁৰ পক্ষকে



সমৰ্থন কৰিব। অসুৰসকলৰ শেষ পৰাজয়ৰ সময়ত সুমিত্ৰই নগৰবাসীৰ প্ৰতি কৃপাদৃষ্টিৰে চাইছিল—কেতিয়াবা উদাৰতাৰ মাত্ৰা চেৰাই গৈছিল। বৰুণে অৱশ্যে এইবাবে তেওঁৰ শলাগেই লৈছিল। কিন্তু এতিয়া আৰু তেওঁৰ বুজিবলৈ বাকী নাই, এইবোৰ সুমিত্ৰৰ চাতুৰীহে মাত্ৰ। সুমিত্ৰয়ো জানিছিল অসুৰসকলে আৰু আৰ্যসকলৰ বিৰুদ্ধাচৰণ কৰিব নোৱাৰে—অসুৰহঁতক মৰমেৰে বশ কৰি সাগৰৰ সিপাৰৰ অসুৰ সদাগৰৰ সা-সম্পত্তি আৰু শক্তি-সামৰ্থ্যেৰে তেওঁ নিজ চৰিতাৰ্থ লাভ কৰিব।।

সুমিত্ৰই সৈন্য-সামন্ত লৈ উপকূলৰ অসুৰ-নগৰত এতিয়াও বাস কৰিছে আৰু মিছা যুদ্ধৰ ভয় দেখুৱাই উভতি আহিবলৈ বিচৰা নাই। জনসাধাৰণৰ সাধাৰণ লোকসকলে সুমিত্ৰৰ অভিসন্ধিৰ একো ভু পোৱা নাই বুলি বৰুণে তেওঁলোকৰ লগত কথা-বতৰা হৈয়ে বুজিব পাৰিলে। তেওঁলোকৰ ধাৰণা ব্যক্তিগত শত্ৰুতাৰ বাবেই হয়তো ডাঙৰ মুখিয়াল লোকসকলৰ কোনো কোনোৱে সুমিত্ৰৰ বিৰোধিতা কৰিছে। বৰুণে নায়কসকলক লগ ধৰাত তেওঁলোকে গোটেই পৰিস্থিতিটো বুজাই ক'লে, কিন্তু লগতে ইয়াকো ক'লে যে, সুমিত্ৰৰ কু-অভিসন্ধিৰ কথা তেওঁলোকে বঢ়িয়াকৈ গম পাইছে যদিও সৰ্বসাধাৰণ লোকে সেই কথা উপলব্ধি কৰিব পৰা নাই—তেওঁলোকে আন ধৰণেহে ভাবে।

অসুৰ-নগৰ আক্ৰমণৰ সময়ত সেনানায়ক হিচাপে সুমিত্ৰৰ পাছতে আছিল বৰুণ আৰু এতিয়াও নটা বছৰ পাৰ হৈ গ'ল যদিও ৰাইজে তেওঁৰ ৰণ-বিক্ৰমৰ গুণ অতিকৈ বখানে। তেওঁৰ উদ্দেশ্য জনসাধাৰণক বুজাবলৈ যোৱাৰ আগতে তেওঁ নিজে গৈ সুমিত্ৰৰ খবৰ-বাতৰি লবলৈ মন মেলিলে। সেই উদ্দেশ্যে এদিন তেওঁ সহপাঠী বন্ধু পালৰ সৈতে গান্ধাৰ সদাগৰৰ বেশ ধৰি সৌবীৰমুৱা নাও এখনত উঠিল।

অসুৰপুৰ দেখিয়েই তেওঁলোকে বুজিলে—অসুৰ-নগৰখন প্ৰকৃততে অসুৰৰ নগৰেই, আৰ্যৰ নাম-গন্ধ তাত নাই। ইয়াৰ বাণিজ্যপ্ৰধান বাট-পথবোৰ অসুৰ নৌ-সদাগৰৰ বিৰাট বিৰাট অট্টালিকা আৰু নানা দেশৰ বেহা-বেপাৰৰ পণ্যেৰে ভৰপূৰ। অসুৰৰ বহুতো সম্ভ্ৰান্ত পৰিয়াল আগৰ দৰেই নগৰৰ অ'ত ত'ত নিজৰ নিজৰ ঘৰ-বাৰীত বাস কৰে আৰু আগৰ দৰেই শিকলি বন্ধা দাস-দাসীবিলাকক বিক্ৰীৰ কাৰণে ৰখা হয়। 'হায়! বিজয়ী আৰ্যসকলৰ অৱস্থা কি হ'ল!'—বৰুণে ভাবি আচৰিত হয়। সুমিত্ৰই অতীতৰ অসুৰ ৰাজকাৰেঙতে বাস কৰে। এদিন গান্ধাৰ সদাগৰৰ উপঢৌকন দিয়াৰ ছলেৰে বৰুণে পালক সুমিত্ৰইনো কেনেকৈ কটাইছে চাবলৈ পঠালে। পালে ঘূৰি আহি বতৰা দিলে—সুশ্ৰী চেহেৰাটো আৰু বগা চুলিকোছাৰ বাহিৰে সুমিত্ৰ একেবাৰে অসুৰ ৰজালৈ ৰূপান্তৰিত হৈছে। তেওঁৰ ৰাজপুৰীত আৰ্য নায়কসকলৰ

আড়ম্বৰবিহীন সৰলতা নাই—তাত আছে অসুৰ ৰাজ-দৰবাৰৰ সোণ-ৰূপৰ জলমলনি। তেওঁৰ সামৰিক অনুচৰসকলৰো সেইদৰেই সৰল জীৱন-যাপনৰ ভাব নাইকিয়া হ'ল। দিনৰ পিছত দিন, সপ্তাহৰ পিছত সপ্তাহ পাৰ হ'লত এই কথাও তেওঁলোকে স্পষ্টকৈ বুজিব পাৰিলে যে অসুৰ কন্যাৰ লগত নাচ-গান, সুৰাপান কৰাতে আৰ্য-সকল ব্যস্ত। আৰ্য-তিৰোতাবিলাকৰ বহুতেই গিৰিয়েকহঁতৰ কাষলৈ আহিবলৈ ইচ্ছা কৰে—কিন্তু সদায়েই এটা নহয় এটা চেলু উলিয়াই তেওঁলোকক বাধা দিয়া হয়। সুমিত্ৰই নিজেও তেওঁৰ পৰিবাৰক নাহিবলৈ বতৰা পঠায়—তেওঁ অসুৰ পুৰোহিত এজনৰ জীয়েক এগৰাকীৰ প্ৰণয়াসক্ত—তেওঁৰ অন্তেষপুৰৰ অগণন ৰূপহী অসুৰ কন্যাৰতো কথাই নাই। তেওঁৰ অনুচৰসকলকো সেই একে স্বাধীনতা দিয়া হৈছে। বাহিৰৰপৰা কোনো আৰ্য লোক আহিলে, দাসৰ হতুৱাই তেওঁলোকক অপমান কৰোৱা হয়—ইয়াৰ ফলত বহুতৰে প্ৰাণহানিও হয়গৈ। সেইবাবেই আৰ্যসকল তালৈ যোৱা বন্ধই হৈছে।

জানিবলৈ বিচৰা বিতং বা-বতৰা লৈ কোনেও নজনাকৈ সেই ঠাই এৰি বৰুণে বন্ধুজনৰ সৈতে সৌবীৰ নগৰলৈ উলটিল। সুমিত্ৰ কেনেকৈ কটকটীয়া ক্ষমতাত অধিষ্ঠিত হৈছে সেই সকলো কথা বৰুণে মুখিয়াল লোকসকলক জনালেহি। তেওঁ ক'লেহি সুমিত্ৰই শাসন ইমান দৃঢ় কৰি তুলিছে যে অসুৰ-নগৰৰ অকল আৰ্য সৈন্য-সকলৰ লগত যুঁজিলেই নহব—অসুৰ সেনাৰ লগতো যুঁজিব লাগিব। ইয়াৰ বাবে তেওঁলোক সাজু হোৱা উচিত আৰু অলপো সময় খৰচ নকৰি পৰিস্থিতিনো কি, জনসাধাৰণক বুজাই কবৰ হ'ল।

বৰুণ এজন কুতী নৃত্য-শিল্পী। যিবিলাক তিৰোতাই আজি অতদিন ধৰি গিৰিয়েকহঁতৰ মুখ দেখিবলৈ পোৱা নাছিল, তেওঁলোকে এই সুন্দৰ নৃত্য-শিল্পীজনৰ মুখে গিৰিয়েকহঁতৰ কু-কৰ্মৰ কথা শুনি তেওঁৰ কথাতে হয়ভৰ দিলে। ইকাণ সিকাণকৈ এই কথাবোৰ গোটেইখনতে বিয়পি পৰিল। বৰুণ এজন কবিও। অসুৰ কন্যা-সকলৰ ওপৰত বিৰহিণী আৰ্যতিৰোতাৰ অভিশাপ বৰ্ষণ, সুমিত্ৰৰ আপোনপেটীয়া কামাতুৰ জীৱন-কাহিনীৰ হৃদয়স্পৰ্শী গীত তেওঁ ৰচনা কৰিলে—সমগ্ৰ সৌবীৰ-বাসিন্দা-সকলৰ মাজত গাঁৱেভূঁঞে এই গীতৰ প্ৰভাৱ বনজুই বিয়পাৰ দৰে অতি অলপ দিনৰ ভিতৰতে বিয়পি পৰিল।

শেহত এই সজাত নথকা গিৰিয়েকহঁতৰ ওচৰলৈ একে সময়তে কেইগৰাকীমানকৈ আৰ্যতিৰোতা তেওঁ পঠিয়াই দিলে। এওঁলোকক অৱজ্ঞা কৰি ঘূৰাই পঠিওৱাত গিৰিয়েকহঁতৰ কু-কৰ্মবিলাক আগতকৈও জল্জল্-পট্পট্কৈ ওলাই পৰিল। সুমিত্ৰকো



ঘৰলৈ মাটি পঠোৱা হৈছিল, কিন্তু আহিব নোখোজাত বৰুণকে সেনানায়ক নিৰ্বাচিত কৰা হ'ল। শেষত সকলোৱে এটা বিৰাট সৈন্যবাহিনী গোটাই লৈ অসুৰ-নগৰ অভিমুখে যাত্ৰা কৰিলে।

বৰুণ নগৰৰ কাষ চাপি অহা গম পাই সুমিত্ৰৰ অনুগামীসকলৰ মাজত অনেকাই দেখা দিলে। তেওঁলোকৰ অনেকেই অসুৰৰ ধৰণ-কৰণ মানি চলা বাবে প্ৰকৃততে অনুতাপ কৰিলে। বাকী থকা সৈন্য-সামন্তেৰে যুঁজি সুমিত্ৰই আৰু জিকাৰ আশা কৰা নাছিল; সেইবাবে অৱশেষত বৰুণৰ হাতত নগৰখন গটাই দি তেওঁ সৌবীৰ নগৰলৈকে উভতি যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে।

এনে ধৰণেই আৰ্যসকল প্ৰথম অগ্নি-পৰীক্ষাত উত্তীৰ্ণ হ'ল। অসুৰসকলৰ তেতিয়া অস্ত্ৰধাৰণ কৰিবৰ শক্তি নথকা বুলিয়েই বৰুণে তেওঁলোকৰ ওপৰত উপদ্ৰৱ নকৰিলে। কিন্তু তেওঁৰ আৰ্যজাতিটোক অসুৰ-প্ৰভাৱমুক্ত কৰি সুকীয়াকৈ ৰাখিবৰ বাবে তেওঁ এখন নতুন নগৰ নিৰ্মাণ কৰিলে। ঋষি অঙ্গিৰাৰপৰা শিক্ষালাভ কৰা আদৰ্শ কামত খটাবলৈ তেওঁ উঠি-পৰি লাগিল।

## সপ্তম অধ্যায়

# সুদাস

স্থান—কুৰু-পাঞ্চাল—উত্তৰ প্ৰদেশৰ পশ্চিম অঞ্চল।

জাতি—বৈদিক আৰ্য।

সময়—১৫০০ খৃঃপূঃ।

এই কাহিনী ১৪৪ পুৰুষৰ আগৰ আৰ্যসকলৰ। সেই সময়ত বশিষ্ঠ, বিশ্বামিত্ৰ, ভৰদ্বাজ আদি ঋষিসকলে ঋগ্‌বেদৰ স্তুতিগীতবোৰ ৰচনা কৰিছিল। কুৰু-পাঞ্চাল অঞ্চলৰ আৰ্য শাসকসকলে এই সময়তে আৰ্য পুৰোহিতসকলৰ সহায়ত প্ৰাচীন গণতান্ত্ৰিক সমাজ-ব্যৱস্থাৰ ওপৰত শেষবাৰলৈ ভীষণ আঘাত কৰিলে।

[ ১ ]

বসন্তকাল শেষ হওঁ হওঁ। চন্দ্ৰভাগাৰ ( জোনবাইৰ দেশৰ নৈ ) পাৰৰ সমান ঠাইখন দূৰ-দূৰণিলৈ বিয়পি পৰা পকা সোণ-বৰণীয়া ঘেঁহুধানেৰে ভৰপূৰ—বতাহত ধানবোৰে হালিছে-জালিছে—অ'ত-ত'ত মতা-তিৰোতাৰ একোটা জাক, তেওঁলোকে দাইছে আৰু গান গাইছে। দাই-যোৱা পথাৰত নকৈ গজা কোমল ঘাঁহ খাবলৈ মাইকীয়ে-পোৱালিয়ে ঘোঁৰা এজাক মেলি দিয়া হৈছে।

ৰ'দৰ তাপত এজন বাটকুৱাই কাচোঁ-নাকাচোঁকৈ খোজ দি আগবাঢ়িছে। তেওঁৰ মূৰৰ খহি যোৱা কাপোৰৰ পাগুৰিৰ মাজেদি জঁট বন্ধা সোণালী চুলি একোছা চকুত পৰে—গাত পুৰণি চাপকন এটা, আঁঠুলৈকে পৰা চুৰিয়া—হাতত আটি ধৰা এডাল লাখুটি। পিয়াহত তেওঁৰ অষ্ঠে-কণ্ঠে শুকাইছে। তেওঁ দৃঢ়-সঙ্কল্পিত, ইয়াৰ পাছৰ নগৰখন পাবগৈয়ে লাগিব। কিন্তু বাটৰ কাষৰ এটা কুঁৱা আৰু এজোপা জোপোহা শমী গছ দেখি তেওঁৰ প্ৰতিজ্ঞা ক'ৰবালৈ উফৰিল। তেওঁ পাগুৰিটো সোলোকালে, চুৰিয়াখন খুলিলে আৰু দুয়োখন কাপোৰৰ আগে আগে জোৰা দি এটা মূৰ পানীলৈ পেলাবলৈ যত্ন কৰি চালে—কিন্তু পানী ঢুকি নেপালে। অৱশেষত কাষৰ গছজোপাত হেলাই-হেপাই তেওঁ আউজি বহিল—তেওঁৰ মনত খেলাইছে যেন তেওঁ কোনো কালে আৰু উঠিবই নোৱাৰিব।



এনে সময়তে এজনী ছোৱালী সেইখিনিত ওলালহি—তাইৰ কান্ধত পানী-মোনা, এহাতে এডাল ৰছী, আনহাতে এটা চামৰাৰ কলহ। গাভৰু ছোৱালীজনী কুঁৱাটোৰ কাষলৈ গ'ল আৰু পানীৰ মোনাটো মাটিত থ'লে। চামৰাৰ কলহটো কুঁৱাৰ পানীলৈ পেলাবলৈ ধৰিছে মাত্ৰ—এনেতে অচিনাক পথিকজনৰ চকুৱে চকুৱে পৰিল। পথিকজনৰ মুখখন শেঁতা, ওঁঠ দুটা ফটা, গাল দুখন পোটোকা পৰা, চকু সোমোৱা আৰু ভৰি দুটা বোকাই-বালিয়ে পোট খোৱা। এই সকলোখিনি বাদ দিও কিন্তু তেওঁ যে ডেকা তাক চিনিব পাৰি।

তেওঁ দেখিছে গাভৰুজনীৰ গাৰ সাজ-পোছাক সাধাৰণ ধৰণৰ যদিও তাত গাম্ভীৰ্য আছে—তাইৰ মূৰৰ সোণালী চুলিকোছাৰ ওপৰত আছিল ওৰণি, গাত জাকিত চোলা, মেখেলা আৰু চাদৰ। ৰ'দৰ তাপত তাইৰ গাল-মুখ ৰঙচুৱা হৈ পৰিছে—কপাল আৰু ওপৰ-ওঁঠত ঘামৰ টোপালবোৰ জিলিকি পৰিছে। হঠাতে দেখা পোৱা অচিনাকি বাটকুৱাজনলৈ তাই কিছু সময়ৰ লাগি চালে আৰু মদ্ৰকন্যাইঁতৰ ওঁঠতে লাগি থকা ধুনীয়া হাঁহিটি মাৰি ডেকাক সুধিলে—"ককাইটি, তোমাৰ পিয়াহ লাগিছে নহয়?"—এই মৌ-বৰষা মাত শুনি ক্লান্ত পথিকৰ ভোক-পিয়াহ হৰিলেই। কিন্তু তেওঁৰ ৰাঁইজাঁই কৰি থকা মুখটো বৰ যত্ন কৰিও পোনাব নোৱাৰি বাটকুৱাজনে সেহাই সেহাই ক'লে—"ওঁ, মোৰ বৰ পিয়াহ লাগিছে।"

"বাৰু, মই পানী আনি দিওঁ।"

ইতিমধ্যেই তাই কলহটোত পানী ভৰালে আৰু ডেকাও লাহে লাহে উঠি আহি তাইৰ কাষ চাপিল। তেওঁৰ হাড়-শকত, দীঘল চেহেৰা দেখিলেই বুজা যায় যে এতিয়াও তেওঁৰ বল-বীৰ্য লোপ হৈ যোৱা নাই। তাই পানীৰ মোনাত ওলোমাই অনা চামৰাৰ বাটি এটা ডেকাৰ হাতত দি কলহটোৰপৰা পানী বাকি দিলে। তেওঁ মুখত এমোকোৰাকৈ পানী লৈ লাহে লাহে গিলিবলৈ ধৰিলে, তাৰপিছত মূৰ দোঁৱাই বহি ঢোকা-ঢোকে পানীখিনি খালে। তেনেতে তেওঁৰ হাতৰ বাটি সৰি পৰিল। তেওঁ কোনোপধ্যে থিৰেৰে ৰব নোৱাৰিলে, পাছলৈ ঢলি পৰিল।

ভয়ত গাভৰুৰ মাত-বোল হৰিল, কিন্তু ডেকাৰ থৰ হৈ থকা চকুৰ মণিকেইটালৈ চাই খন্তেকতে তাই বুজিলে, ডেকা মূৰ্ছাহে গৈছে। তৎক্ষণাৎ তাই মূৰৰ কাপোৰখন খুলি তিয়াই ডেকাৰ কপালে-মুখে মচি দিলে। অলপ সময়ৰ পিছতে তেওঁ চকু মেলিলে কিন্তু লাজ পাই অতি:কষ্টেৰে ক'লে, "তোমাক বৰ কষ্ট দিয়া হ'ল, বেয়া নেপাবা।"

"নাই, মোৰ একো কষ্ট হোৱা নাই। কিন্তু বৰ ভয়হে খালোঁ। তোমাৰ কি হৈছিল?"

"নাই, হোৱাকৈ একো নাই। মোৰ পেট তেনেই খালী—বৰ পিয়াহো লাগিছিল—পানীও বহুত খোৱা হ'ল। এতিয়া ভাল পাইছোঁ।"

"তুমি তেনেই শুদা-পেটে আছা?"—এইবুলি কৈয়েই উত্তৰলৈ বাট নেচাই তাই লৰ ধৰিলে আৰু খন্তেক পিছতে এচৰিয়া দৈ, আখৈ, মুৰি আৰু মৌ লৈ উভতি আহিল। ডেকাৰ লাজত কি কৰোঁ কি নকৰোঁ হোৱা মুখৰ ভঙ্গিমা দেখি তাই কৰৈ ধৰিলে—"ভয় নকৰিবা, খোৱা। কেইবাবছৰো আগতে মোৰ এজন ককাই ঘৰ এৰি গুচি গ'ল; তোমাক এইকণ শুশ্ৰূষা কৰিবলৈ পাই মোৰ ককাইটিলৈ মনত পৰিছে।"

তেওঁ চৰিয়াটো চপাই ল'লে, ছোৱালীজনীয়ে তাতে আৰু অলপ পানী ঢা দিলে আৰু তেওঁ আখৈ-মুৰিবোৰ সানি লৈ লাহে লাহে খাবলৈ লাগিল। খাই-বৈ শেষ হ'লত তেওঁৰ অৱসাদ কিছু আঁতৰিল আৰু মুখত কৃতজ্ঞতাৰ অস্ফুট ভাষা বিৰি উঠিল। কি বুলিনো কব তাৰ আঁত বিচাৰি থাকোঁতেই ছোৱালীজনীয়ে ডেকা মনৰ কথাখিনি সৰৱজানে কোৱাদি কৈ গ'ল—

"ককাইটি, তুমি ইমান ব্যতিব্যস্ত হৈছা কিয়? তুমি বহুত দূৰৰপৰা আহিছ নহয়?"

"অঁ, পাঞ্চালৰপৰা—পূৱ ফালৰ বহুত দূৰৰপৰা।"

"তুমি যাবা ক'লৈ?"

"ইফালে সিফালে য'লৈকে-ত'লৈকে যাম।"

"কিন্তু সঁচাকৈ যাবা ক'লৈ?"

"ভাত-কাপোৰৰ সংস্থান হোৱা এটা কাম বিচাৰি মই ওলাইছোঁ।"

"তুমি খেতি-পথাৰৰ কাম কৰিবানে বাৰু?"

"কিয় নকৰিম? মই হাল বাব জানো, কঠীয়া পাৰিব জানো, দাব জানো, মৰ মাৰিব জানো। গৰু-ছাগলী-ঘোঁৰা প্ৰতিপাল কৰিবও জানো। মোৰ গাত বে বল আছে—এতিয়া মাত্ৰ অলপ খীণাইছোঁ। কিছুদিনৰ পিছত আকৌ টান কা কৰিব পৰা হম। মোৰ কাম গৰাকীৰ মনঃপূত নোহোৱাকৈ নেৰোঁ।

"অ', তেনেহলে মোৰ পিতায়ে তোমাক কাম দিব—মোৰ লগত আহা—মই এই কলহটোত পানী ভৰাই লওঁ।"

ডেকায়ে পানীৰ কলহটো নিব খুজিছিল, তাই নিদিলে। তাহাঁতৰ সমুখৰ পথাৰ খনত আছে এটা ৰঙা তম্বু। তাৰ বাহিৰত মতা-তিৰোতা মিলি চল্লিশজনমা লোক বহি আছে। লগৰীৰ পিতাকনো কোনজন ডেকাই ঠাৱৰ কৰিব নোৱাৰিলে তেওঁলোকৰ সকলোৰেই সাধাৰণ পোছাক পিন্ধা। প্ৰত্যেকৰে একে বগা চুলি, গা



বৰণো বগা—সকলোৰে মুখত আনন্দৰ ৰেখ। ছোৱালীজনীয়ে তেওঁলোকৰ মাজতে পাৰি থোৱা চামৰা এখনত পানীৰ মোনা আৰু কলহটো থ'লে আৰু তাৰে মানুহ এজনৰ কাষ চাপি গ'ল—মানুহজনৰ বয়স ষাঠি বছৰ যদিও বেছ নিপোটল স্বাস্থ্যৱান।

তাই ক'লেগৈ—"পিতা, এই আচহুৱা মানুহজন কাম বিচাৰি আহিছে।"

"খেতি-পথাৰৰ কাম নে আই?"

"যিকোনো কামেই, পিতা।"

"তেনে তেওঁ ইয়াতে কাম কৰক। আনে যেনেকৈ পায়, তেৱোঁ তাকে পাব।"

নৰাগতে সকলো শুনিয়েই আছিল। তথাপি বুঢ়াই তেওঁক ওচৰলৈ মাতি নি কাম কাজ থকা-মেলাৰ কথা দোহাৰিলে, আৰু তেওঁ তাতেই মান্তি হ'ল। বুঢ়াই তেতিয়া ক'লে—

"তেনেহলে আহা, আমি দুপৰীয়াৰ আহাৰত বহিছোঁ—তুমিও খোৱাহি।"

"আপোনাৰ জীয়েকে দিয়া আখৈ-মুৰি অলপ মই খালোঁ, আৰ্য।"

"আৰ্য!—ইয়াত এইবোৰ আৰ্য-চাৰ্য নেগাবা। মোৰ নাম জেতা, মন্দ্ৰৰ ঋভুৰ পুত্ৰ। তুমি যিমান পাৰা পেট ভৰাই খোৱা। অপালা, এওঁক অলপ পগোৱা ঘোঁৰাৰ গাখীৰ দিয়াহি—গৰমত ই বৰ ভাল বস্তু বুজিছা। বিয়লি মই তোমাৰে সৈতে কথা-বতৰা হম। বাৰু, এতিয়া কোৱাচোন তোমাৰ নামটো কি?"

"সুদাস, পাঞ্চাল মই।"

"সুদাস বুলি নকবা—আচলতে হব লাগে 'সুদাঃ'—অৰ্থাৎ সুন্দৰ দান দিওঁতা—তোমালোক এই পূবৰ মানুহবোৰে দেখিছোঁ ঠিকমতে কথাকে কব নেজানা। বাৰু, বাৰু, তুমি তেনে পাঞ্চাল দেশৰ? বুজিছা অপালা, এই পূব অঞ্চলৰ মানুহবোৰ বৰ লাজকুৰীয়া। এওঁক ভালকৈ খাবলৈ দিয়া যাতে আবেলিকৈ কামলৈও যাব পাৰে।"

অপালাই জোৰকৈ ধৰাত সুদাসে দুই-তিনি বাটিমান পগোৱা ঘোঁৰাৰ গাখীৰ খালে, আৰু আন কিবাকিবি অলপো মুখত দিলে। যোৱা দুদিন তেওঁৰ পেটত কণ এটাও পৰা নাছিল বাবে অলপ খাবলৈ পোৱাতে ভোক গুচিল।

ৰ'দৰ তাপ কমিলত তেওঁৰ গালৈ অলপ ৰস অহা যেন পালে আৰু সন্ধিয়াৰ কাম শেষ হোৱালৈ তেওঁ ভাল দাউনীজনীৰ দৰেই কাচি চলাব পৰা হ'ল।

ৰাতি হোৱাৰ আগতে তেওঁলোক বহুদূৰ আগবাঢ়ি গৈ ভঁৰাল পালেগৈ। সেইদিনা ৰাতিলৈ মৰণা-মৰা চোতালৰ কাষত দুশৰো অধিক কৰ্মী গোট খাইছেহি—জেতাৰ পথাৰখন কিমান যে ডাঙৰ এই কথাটোৱেই প্ৰমাণ কৰে। জুপুৰি ৰান্ধনিঘৰবোৰত ৰান্ধনীহঁত ব্যস্ত। এটা ডাঙৰ ষাঁড় কটা হৈছে—তাৰ হাড়-মূৰ নাড়ী-ভুঁৰু আৰু

অলপ মাংস বেলি পৰাৰ তিনি ঘণ্টামান আগতে ডাঙৰ জকা এটাত বঢ়োৱা হৈছে। বাকীখিনি মঙহ আধাসেৰ আধাসেৰমান ওজনৰ একোটুকুৰা কৰি লোণে সৈতে সিজোৱা হৈছে। ঘৰবিলাকৰ দাঁতিত আহল-বহল এডোখৰ ঠাইত মৰণা-মৰা হয়—একাষে এটা কুঁৱা আৰু পানীৰ খাৱৈ। তাত গোট খোৱা মতা-তিৰোতা সকলোৱে খাৱৈৰ পানীৰ কাষত গোট খাইছে—তাতে কোনোৱে হাত-মুখ ধুইছে, কোনোৱে গাকে ধুইছে।

ৰাতি হ'লত সকলো শাৰী শাৰী হৈ বহিল। তেওঁলোকৰ আগত পিঠাপনা, মঙহ আৰু সুৰাৰ কলহ। সুদাসৰ লাজকুৰীয়া স্বভাৱলৈ মন কৰি অপালাই তেওঁক নিজৰ কাষতে বহুৱাই ল'লে—প্ৰকৃততে কিন্তু বিদেশলৈ যোৱা ককায়েকজনৰ কথাহে তেওঁৰ মনত খুন্দিয়াই আছিল। খোৱা-বোৱাৰ পিছত নাচ-গান আৰম্ভ হ'ল। সুদাসে প্ৰথম ৰাতি নাচ-গানত যোগ দিব নোৱাৰিলে যদিও দলটোৰ ভিতৰতে সকলোৰে প্ৰিয় গায়ক আৰু নাচনি বুলি জনাজনি হবলৈ সৰহ দিন নালাগিল।

দোৱা, কটা, ডাঙৰি কঢ়িওৱা, মৰণা-মৰা আদি কামবোৰ ডেৰ-মাহ দিন চলিল। কিন্তু পষেক পাৰ হওঁতে নহওঁতেই সুদাসৰ চেহেৰা বদলি হৈ চিনিবই নোৱাৰা হ'ল। তেওঁৰ বৈ পৰা বহল চকুযুৰি উজ্জ্বল হৈ উঠিল—গাল দুখনলৈ আগৰ বহল ঘূৰি আহিল—তেওঁৰ সিৰা-উপসিৰা ছালৰ ওপৰত আৰু জিলিকি নথকা হ'ল। সাত দিনৰ পিছতে জেতাই তেওঁক নতুন কাপোৰ এসাজো দিলে।

শস্য মৰা-কটা প্ৰায় শেষেই হৈছেহি; জেতা, জীয়েক, সুদাস আৰু ছয়-সাতজন মানৰ বাহিৰে বাকী সকলো তাৰপৰা গ'ল—তেওঁলোকক শস্যেৰে পাৰিতোষিক দিয়া হ'ল। এই মানুহবোৰৰ নিজৰ মাটি-বাৰী বৰ কম, সেইবাবেই নিজৰ খেতি চপাই জেতাৰ পথাৰত কাম কৰিবলৈ আহে।

এই ডেৰ মাহতে জেতা আৰু অপালাই ডেকা ৰঙিয়াল কৰ্মীজনৰ মনোমোহা সৰল স্বভাৱটোৰ বেছ পৰিচয় পাইছে। এদিন সন্ধিয়া জেতাই পূব-প্ৰান্তৰ মানুহবোৰৰ বিষয় লৈ সুদাসৰ সৈতে আলাপ-আলোচনা কৰিছিল। অপালাও তেওঁলোকৰ কাষতে কথা-বতৰা শুনি বহি আছিল।

বুঢ়াই কয়, "মই পূবফালে বেছি দূৰলৈ যোৱা নাই। কিন্তু তোমাৰ পাঞ্চালপুৰ (অহিচ্ছত্ৰ) মই দেখিছোঁ। খৰালি মই তালৈ ঘোঁৰা বেচিবলৈ যাওঁ।"

"সেই পাঞ্চাল (ৰুহিলখণ্ড)খন বাৰু আপোনাৰ কেনে লাগে।"

"দেশ হিচাপে বেয়া বুলিবলৈ একো নাই। আমাৰ মদ্ৰ দেশৰ দৰেই ই সুৰক্ষিত আৰু সমৃদ্ধিশালী। মাটিবোৰ আমাৰ ইয়াতকৈ সাৰুৱা, কিন্তু..."



"কিন্তু মানে আৰৌ কি?"

"হেৰা সুদাঃ, খং নেখাবা আৰৌ। বোলোঁ তাত মানুহেই নাই।"

"মানুহ নাই? সেইবোৰ তেনে কি—দেৱতা নে দানৱ?"

"হেৰা মই মাত্ৰ ইয়াকেহে কৈছোঁ—তাত মানুহ বাস নকৰে।"

"খং কৰিম কেলৈ আৰৌ? পিছে আৰ্য, কি কাৰণেনো আপুনি এই কথাষাৰ কৈছে?"

"সুদাঃ, মোৰ পথাৰত মতা-তিৰোতাক লৈ দুশৰো অধিক মানুহে কাম কৰা দেখিলা, নহয় নে বাৰু?"

"ওঁ, দেখিলোঁ।"

"মোৰ পথাৰত কাম কৰিছে, বেতন লৈছে—এইবাবেই তেওঁলোক মোৰ ওচৰত সেও মানি থকা দেখা পাইছিলা জানো?"

"নাই দেখা—তেওঁলোক সকলোকে আপোনাৰ পৰিয়ালৰ লোক যেনহে লাগিছিল।"

"ওঁ, হয়তো—তেওঁলোক প্ৰকৃততেই মানুহ—একেটা পৰিয়ালৰ নিচিনা। সমূহীয়াভাৱে আমি সকলোৱেই মদ্ৰ। পূব অঞ্চলতো আমি এনে এটা অৱস্থাকেই বিচাৰোঁ। তাত তুমি কিন্তু পাবা দাস আৰু গিৰিহঁত—তাততো মানুহ নাই, বন্ধুত্ব ভ্ৰাতৃত্ব বুলিবলৈ নাই।"

"আপুনি কোৱা সকলো সঁচা। মানৱতাৰ মূল্য কি—শতদ্ৰু নৈ এৰি অহাৰ পিছতহে বুজিলোঁ—বিশেষকৈ মদ্ৰলৈ অহাৰ পিছত। মানুহৰ সঙ্গ কৰি থকাতো আনন্দ—ই এক গৌৰৱৰ বিষয় আৰু সঁচাকৈ সৌভাগ্যৰ কথা।"

"মোৰ কথাত তুমি যে বিৰক্তি বোধ কৰা নাই—তাক দেখি মই বৰ আনন্দ পাইছোঁ, —ই ঠিক যে মাতৃভূমিক সকলোৱে ভাল পায়।"

"ভালপোৱা বস্তুৰ দোষবোৰ দেখিও নেদেখা ভাও জুৰি চকু মুদা উচিত নহয়।"

"সেই কুৰু-পাঞ্চাল অঞ্চলত ভ্ৰমণ কৰা কালত মই এই কথাকে সদায় ভাবোঁ। তাৰ জনা-বুজা লোকসকলৰ লগত মই এই বিষয়ে কথা-বতৰা হওঁ। এই দোষবোৰ কেনেকৈ সোমালগৈ—বুজিও পাইছোঁ। কিন্তু ইয়াৰ প্ৰতিকাৰনো কি—তাৰহে উপায় পোৱা নাই।"

"এই কু-প্ৰথাবোৰনো সোমালগৈ কেনেকৈ?"

"পাঞ্চাল দেশখন পাঞ্চালসকলৰহে ঘৰ বুলি সাধাৰণতে জনা যায়। কিন্তু দৰাচলতে তাৰ বাসিন্দা আধাখিনিয়েই পাঞ্চাল ফৈদৰ নহয়।"

"হয়তো—বাহিৰৰ বহুতো লোক আহি তাত বসতি কৰিছে।"

“নহয়, মই সেই নতুনকৈ অহাসকলৰ কথা কোৱা নাই, মই তাৰ আদিবাসীসকলৰ কথাহে কৈছোঁ। সেই লোকসকলেই এতিয়া কাৰিকৰ, সদাগৰ, দাসশ্ৰেণীত বিভক্ত হৈছে। পাঞ্চালসকল সেই অঞ্চলত প্ৰদাৰ্পণ কৰাৰ বহুত আগৰেপৰা তেওঁলোকে তাত বসতি কৰিছে। তেওঁলোকৰ গাৰ বৰণ কি তুমি জনাই !”

“অঁ, জানো—পাঞ্চালসকলৰ বৰণতকৈ সম্পূৰ্ণ পৃথক। তেওঁলোকৰ বৰণ ক'লা, নাইবা তাম-বৰণীয়াই বুলিব পাৰ।”

“আৰু জানানে—পাঞ্চালসকলৰ গাৰ বৰণ মদ্ৰসকলৰ দৰে বগা ?”

“কম-বেছি পৰিমাণে একেই দেখোন আৰ্য।”

“অঁ, ঠিকেইতো, কম-বেছি। কাৰণ আন জাতিৰ লগত সানমিহলি হোৱাৰ কাৰণে তেওঁলোকৰ গাৰ বৰণো বদলি গৈছে। মোৰ বিশ্বাস ইয়াৰ মদ্ৰসকলৰ দৰেই তাতো সোণালী চুলিৰ চাবেক আৰ্যসকলেই যদি বসতি কৰিলেহেতেন—তেতিয়া হয়তো তাৰ মানৱ জীৱনৰ অৱস্থা ‘মানুহ’ৰ জীৱনৰ দৰেই হ'লহেতেন। ছালৰ ৰং স্বকীয়া হৈছে—কাৰণ হয়তো আৰ্য-অনাৰ্য দুয়ো জাতিৰ মৰ্যাদা আৰু উচ্চ-নীচ ভাবৰ প্ৰভাৱতে।”

“আৰু আপুনি জানেই বোধকৰোঁ, অনাৰ্যসকলৰ ভিতৰত প্ৰাচীন কালতো উচ্চ-নীচ, দাস-স্বামীৰ প্ৰভেদ আছিল। অনাৰ্যসকলক আমাৰ বোপা-ককাসকলে অসুৰ বুলিছিল।”

“হয় বোপা, পাঞ্চালসকলো এসময়ত নিভাঁজ আৰ্যই আছিল—একে আৰ্যৰ তেজ-মঙহৰ। তেওঁলোকৰ মাজতো পিছলৈ লাহে লাহে উচ্চ-নীচৰ ভেদভাব সোমাল। তেওঁলোকৰ ৰজা দিবোদাসে এসময়ত মোৰপৰা ঘোঁৰা কিনিছিল আৰু তেওঁ মোক তেওঁৰ ওচৰলৈ এদিন লৈ গৈছিল। তেওঁ এজন নিপোটল, ধুনীয়া বগা বৰণৰ ডেকা। কিন্তু তেওঁৰ মূৰত আছিল ৰঙা-হালধীয়া বৰণৰ গধুৰ মুকুট এটা—কাণ দুখন ফুটাই বিন্ধা কৰা, তাত পিন্ধিছিল ডাঙৰ লোকাপাৰ। ডিঙি আৰু আঙুলিত আছিল নানা তৰহৰ অলঙ্কাৰ। এইবোৰ দেখি-শুনি মোৰ তেওঁলৈ পুতৌহে উপজিছিল—তেওঁ যেন ৰাহুগ্ৰস্ত চন্দ্ৰহে। তেওঁৰ কাষত তেওঁৰ পৰিবাৰো আছিল—মদ্ৰছোৱালী এজনীৰ দৰেই তেৰোঁ অতি শুৱনি। কিন্তু বেচেৰী নানা তৰহৰ ৰং-বিৰঙীয়া অলঙ্কাৰৰ হেঁচাত মুজুৰা লাগিছিল।”

সুদাসে বুকুত যেন কঁপনি অনুভৱ কৰিছে। অন্তৰৰ উদ্বেগ যাতে মুখত প্ৰকাশ নেপায় তাক সহি-সামৰি ৰাখিবৰ কাৰণে তেওঁ যত্ন কৰিও নোৱাৰি কথাৰ পেচকে ঘূৰাই দি সুধিলে—“তেনেহলে ৰজাই আপোনাৰ ঘোঁৰাবোৰ কিনিলে ?”



“তেওঁ ভাল দামতে মোৰ ঘোঁৰাবোৰ কিনিলে—কিমান সোণ পাইছিলোঁ মোৰ মনত নাই। কিন্তু পাঞ্চালইঁত তেওঁৰ ওচৰলৈ আহি আঁঠু-লোৱা, সেৱা-কৰা, ভিক্ষা-মগা দেখি মোৰ গাটো ভম্‌ভমাই গৈছিল। কোনো মদ্ৰই তেনে কৰিবলৈ নেযায় বোপাই, প্ৰাণ গ'লেও নকৰে।”

“আপুনি তেনে ব্যৱহাৰ কৰা নাছিল নেকি ?”

“কোনোবাই মোক তেনে কৰিবলৈ কোৱা হ'লেও কিলহে খালেহেতেন। পূবৰ ৰজাসকলে আমাক তেনে আদেশ কেতিয়াও দিয়া নাই। কিন্তু তেওঁলোকৰ তাত এইবোৰ অতি পুৰণি প্ৰথা।”

“কেলৈ বাৰু ?”

“তুমি সুধিছা কেলৈ ? ই বৰ ডাঙৰ কাহিনী, বোপা। পাঞ্চালসকল পশ্চিমৰ-পৰা উঠি আহি গঙ্গা-যমুনা আৰু হিমালয়ৰ মাজ অঞ্চলত ( উত্তৰ-দক্ষিণ পাঞ্চাল ) বসতি কৰোঁতে মদ্ৰইঁতৰ দৰেই একে পৰিয়ালৰ লোক থকাদি বাস কৰিছিল। তাৰ-পিছত অসুৰসকলৰ লগত সনা-পোতকা খালে আৰু অসুৰইঁতক অনুসৰণ কৰি পাঞ্চালইঁতৰো বহুতেই—কোনোৱে ডা-ডাঙৰীয়া, কোনোৱে ৰজা, কোনোৱে আকৌ পুৰোহিত হোৱাৰ অভিলাষত বলিয়া হ'ল।”

“তেওঁলোকৰনো এই অভিলাষৰ গুৰি ক'ত ?”

“কি হব আৰু ? সুখ সম্ভোগৰ আশা, নিজে মেহনতি নকৰাকৈ আনৰ শ্ৰমৰ ওপৰত ভোগ কৰাৰ আকাঙ্ক্ষাত। এই ৰজা আৰু পুৰোহিতইঁতে পাঞ্চালসকলৰ মাজত ভেদাভেদৰ সৃষ্টি কৰিলে—তেওঁলোকক আৰু মানুহ হৈ থাকিবলৈ দিয়া নাই।”

ইয়াকে কৈ জেতা উঠি কামলৈ গ'ল।

[ ২ ]

চাৰি বছৰ পাৰ হৈ গ'ল। জেতাৰ পৰিয়ালৰ লগতে সুদাস এতিয়াও আছে। তেওঁলোকে আজিকালিৰ শিয়ালকোটৰ ওচৰৰ মদ্ৰ নগৰ এখনতে বাস কৰে। জেতাৰ পৰিবাৰ ঢুকাল। তেওঁৰে কেইগৰাকীমান বিবাহিতা বাই-ভনী আৰু জীয়েক ঘৰত থাকে। কিন্তু ঘৰৰ স্থায়ী বাসিন্দা হ'ল জেতা নিজে, অপালা আৰু সুদাস। অপালাৰ এতিয়া কুৰি বছৰ হ'ল। সুদাস আৰু অপালাৰ ইজনৰ প্ৰতি সিজনৰ যে অনুৰাগ জন্মিছে, তেওঁলোকৰ ব্যৱহাৰৰপৰাই বেছ বুজিব পৰা যায়। মদ্ৰদেশৰ ৰূপহী

'গাভৰুহঁতৰ ভিতৰত অপালাই আটাইতকৈ ধুনীয়া বুলি গণ্য হৈছিল আৰু ৰূপহ ডেকাহঁতৰ ভিতৰতো অপালাৰ প্ৰেম-প্ৰাৰ্থীৰ অভাৱ নহৈছিল। আনহাতে সুদাসৰ নিচিনা ধুনীয়া ডেকা এজনক পাবলৈ বিচৰা সুন্দৰী যুৱতীৰো অভাৱ নাই। কিন্তু নাচৰ সময়ত সদায়েই এওঁলোক দুজনেই ইজনে সিজনক বাছি লয়। আনৰ লগতে জেতায়ো এই কথা দেখিছে আৰু সুদাসে যদি তাতে চিৰকাললৈ থকাটো থাটাং কৰি পেলায়—বুঢ়াই ভালকৈ পাব। সুদাসক কিন্তু মাক-বাপেকলৈ সদায় মনত পেলাই মন মাৰি থকা দেখা যায়। জেতায়ো জানে, তেৱেঁহে মাত্ৰ বাপেকৰ একমাত্ৰ ল'ৰা।

এদিন সুদাস আৰু অপালা চন্দ্ৰভাগা নৈত গা ধুবলৈ গৈছিল—চন্দ্ৰভাগা অৰ্থাৎ প্ৰেমিক-প্ৰেমিকাৰ নৈ। গা ধোওঁতে দেখা অপালাৰ অপৰূপ সৌন্দৰ্য্যৰ উদং গাটো সুদাসে আগতেও বহুতবাৰ দেখিছে। কিন্তু আজি আটৈকুবিজনী শুদা গাৰে গা-ধোৱা যুৱতীৰ মাজত তাইক দেখি আৰু ইবিলাকৰ লগত অপালাৰ ৰূপ বিজাই চাই সুদাসে অনুভৱ কৰিলে যেন আজিহে তেওঁ অপালাৰ বিনন্দীয়া ৰূপ-মাধুৰী পোনপ্ৰথমে দেখা পাইছে। ঘৰলৈ উভতি আহোঁতে তেওঁ মাত-বোল নকৰাকৈ অহা দেখি অপালাই সুধিলে, "তোমাৰ ভাগৰ লাগিছে, নহয় সুদাস—তুমি দেখোন মুখেৰে নমতা হ'লা? চন্দ্ৰভাগাখন সাঁতুৰি দুবাৰকৈ ইপাৰ-সিপাৰ হোৱা সঁচাকৈয়ে ভাগৰ লগা কাম।"

"তোমাৰ বেলা একা, অপালা? তুমি এবাৰহে অহা-যোৱা কৰিলা, মই দুবাৰ। কিন্তু বেছি সময় থাকিলে মই দহবাৰ ইপাৰ-সিপাৰ হব পাৰোঁ।"

"আমি পানীৰপৰা উঠি আহোঁতে মই তোমালৈ লক্ষ্য কৰি দেখিছিলোঁ, তোমাৰ বুকুখন কিমান যে ফুলি উঠিছিল আৰু তোমাৰ হাত-ভৰিৰ মাংসপেশীবোৰ যেন দুগুণ শকত হৈ গৈছিল!"

"সাঁতোৰ এটা ভাল ব্যায়াম। ই শৰীৰ আটিল আৰু সুঠাম কৰে। কিন্তু অপালা, তুমি যে ইমান ধুনীয়াজনী হৈ পৰিছা! এতিয়া তোমাৰ মান ধুনীয়া এই পৃথিৱীত আৰু কেও নাই।"

"তোমাৰ চকুৱেহে মোক ধুনীয়া দেখিছে, নহয় নে বাৰু?"

"মিছা মোহত মই এই কথা কোৱা নাই অপালা।"

"হয়তো—তুমিতো আজিলৈকে মোৰপৰা চুমা এটাও বিচৰা নাই। কিন্তু মাদ্ৰী যুৱতীহঁত এই দান যচাত উদাৰ।"

"মই নিবিচাৰিলেও তুমি এই বিষয়ত মোৰ প্ৰতি উদাৰ—নহয় জানো?"



"সেইটো হয়—কিন্তু মই তোমাত মোৰ ককাই শ্বেতশ্ৰভাক দেখা পাওঁ বাবেহে।"

"তেনেহলে এতিয়াৰপৰা তুমি মোক আৰু নেযাচা?"

"তুমি বিচাৰিলে মইনো তোমাক চুমা নেযাচিম কিয়?"

"আৰু যদি মই বিচাৰোঁ—তুমি মোৰ……"

"আৰু নকবা সুদাস, মই 'না' কব লগা হ'লে বৰ বেজাৰ পাম।"

"কিন্তু সেই অশান্তি দূৰ কৰাৰ ক্ষমতাচোন তোমাৰ হাতত।"

"মোৰ হাতত নাই—তোমাৰহে।"

"কেনেকৈ?"

"তুমি মোৰ পিতাৰ ঘৰত আজীৱন থাকিবলৈ সন্মত হবা জানো?"

কোন সময়ত সুকোমল ওঁঠ দুটিৰপৰা এই দুৰ্কপলীয়া কথাষাৰ শুনে—সুদাসে সেই মুহূৰ্তলৈকে তাকেই ভয় কৰি আছিল। এতিয়া এই কথাকেইষাৰে বিজুলী সঞ্চাৰে তেওঁৰ কাণেদি সোমাই অন্তৰ স্পৰ্শ কৰিলেগৈ। খন্তেকৰ বাবে বিমোৰত পৰি তেওঁৰ মুখ ক'লা পৰিল। কিন্তু তেওঁৰ মনৰ গতি কেনে হৈছে অপালাক জানিবলৈ নিদি টপৰাই গহীনভাৱে মাত লগালে—

"অপালা, মই তোমাক যে কিমান ভাল পাওঁ!"

"মই জানো, আৰু তুমিও জানা—ময়ো তোমাক ভাল পাওঁ। গোটেই জীৱন মই তোমাৰে হৈ থাকিব খুজিছোঁ—পিতাকো ই আনন্দ দিব। কিন্তু তুমি পাঞ্চাললৈ পিঠি দিবই লাগিব।"

"মোৰ কাৰণে সেইটো একো টান নহয়—কেৱল মাত্ৰ মোৰ বুঢ়া আই-বোপাই তাত আছে। মোৰ আইৰ ময়েইহে একমাত্ৰ ল'ৰা। আইক মই কথা দি আহিছোঁ—তেওঁৰ মৃত্যুৰ আগতে মই তেওঁক এবাৰ দেখা দিমগৈ।"

"মই তোমাক কথা এৰিবলৈ কব খোজা নাই। তুমি এৰি গ'লেও মই তোমাক সদায়েই ভাল পাম, সুদাস। তুমি যদি এৰিও যোৱা মই জানো, গোটেই জীৱন মই তোমাৰ কাৰণে কান্দিয়েই কটাব লাগিব। কিন্তু আমাৰ কোনোজনেই আমি কৰা প্ৰতিজ্ঞা ভঙ্গ কৰিব নেলাগে—তুমি তোমাৰ আয়েৰাক কথা দিছা, মই মোৰ অন্তৰত পণ কৰিছোঁ।"

"তোমাৰনো অন্তৰত তুমি কি প্ৰতিজ্ঞা কৰিছা, অপালা?"

"এই মানুহৰ দেশখন এৰি সেই অমানুহৰ দেশখনলৈ কেতিয়াও নেযাওঁ—এই বুলি।"

"অমানুহ! পাঞ্চাল দেশ নিষ্ঠুৰ লোকৰ দেশ নেকি?"

"ওঁ হয়। য'ত মানৱতাৰ কোনো মূল্য নাই—তিৰোতাৰ স্বাধীনতা নাই।"

"তোমাৰ দৰে এই কথা ময়ো ভাবোঁ।"

"আৰু সেইবাবেইতো মই তোমাক এই চুমা যাচিছোঁ"—এইবুলি চকুলোৰে তিতা তাইৰ গালখন সুদাসৰ ওঁঠত হেঁচি ধৰিলে। সুদাসে চুমা খালত তাই ক'লে—

"এতিয়া যোৱাগৈ—তোমাৰ আইক দেখা কৰি তেওঁৰ আশীৰ্বাদ লৈ ঘূৰি আহিবাগৈ। মই তোমালৈ ইয়াতে বৈ থাকিম।"

অপালাৰ এই সৰল কথা শুনি এটা অদমনীয় আত্মবিৰক্তিৰ ভাবে সুদাসক আৱৰি ধৰিলে—তাক আৰু তেওঁ অন্তৰৰপৰা আঁতৰাব নোৱাৰা হ'ল।

মাক-বাপেকক দেখা কৰি আকৌ ঘূৰি আহিম বুলি কথা দিয়াত জেতায়ো তেওঁক যাবলৈ দিলে। বাপেক-জীয়েক দুয়ো এই বিষয়ত একেমত।

তেওঁ বিদায় লোৱাৰ আগদিনা অপালাই তেওঁক এৰাকে নাছিল—আগতে কোনোদিনেই তাই ইমানকৈ লগা নাছিল। তেওঁলোক দুয়োৰো পদুমৰ দৰে নীলা চকু দুযুৰি লোতকেৰে উপচি পৰিছিল—আজি কিন্তু ইয়াক গোপনে ৰাখিবলৈ কোনেও যত্ন কৰা নাছিল। বহুত সময় ধৰি দুয়ো দুয়োৰো ওঁঠত চুমা খালে—কেতিয়াবা হয়তো বিস্ময়জনক আলিঙ্গনত আবদ্ধ হ'ল—কোনো সময়ত চল্‌চলীয়া চকু দুযুৰিৰে দুয়ো দুয়োকো ৰ লাগি চালে।

বিদায়ক্ষণত অপালাই শেষবাৰৰ কাৰণে তেওঁৰ ডিঙিত আঁকোৱালি ধৰি ক'লে—

"সুদাস, মই ইয়াতে তোমালৈ বৈ থাকিম।"

সুদাসৰ অন্তৰত মৰণ-কাললৈকে এই কথাষাৰৰ সঁচ বহি ৰ'ল।

## [ ৩ ]

সুদাসে মাকক বৰ ভাল পাইছিল। তেওঁৰ পিতাক দিবোদাস বৰ প্ৰতাপী ৰজা—তেওঁৰ গুণানুকীৰ্তন* কৰি বিশ্বামিত্ৰ, বশিষ্ঠ, ভৰদ্বাজৰ নিচিনা খ্যাতিমন্ত ঋষিয়ে শ্লোকৰ পিছত শ্লোক ৰচনা কৰিলে—ঋগ্বেদতে সেই শ্লোকে ঠাই পাইছে। এই শ্লোক সংগ্ৰহ কৰি ঋগ্বেদত লিপিবদ্ধ কৰা কাৰণেই ইয়াৰ মাজত লুকাই থকা চাটুক্তিৰ প্ৰতি মন নকৰিলে নচলিব। সুদাসে অকল মাককহে ভাল পাইছিল। কাৰণ তেওঁ জানে দিবোদাসৰ কেবাগৰাকীও পৰিবাৰ আছে আৰু তেওঁ অসংখ্য দাসী-কন্যা ৰাখিছে। ৰজাৰ বৰ-ল'ৰা আৰু পাঞ্চাল সিংহাসনৰ উত্তৰাধিকাৰীৰ জননী হিচপে সুদাসৰ মাকক

* ঋগ্বেদ ৬।২৬।২ ।, ২৫



সন্মান কৰা হয়; নিতৌ ন ন ৰূপহী যুৱতীৰে ভৰপূৰকৈ থোৱা ৰাজ-অন্তেসপুৰত থাকোঁতে দিবোদাসে সোলা বুঢ়ী তিৰোতা এজনীৰ প্ৰতি ভালপোৱাত আসক্ত হৈ নথকাটো অসম্ভৱ নহয়। সুদাস মাকৰ একমাত্ৰ ল'ৰা যদিও বাপেকৰো যে একমাত্ৰ সন্তান হব তাৰ মানে নাই। তেওঁৰ মৃত্যু হ'লে ভায়েক প্ৰতৰ্দনে সিংহাসন লাভ কৰিব।

বছৰৰ পিছত বছৰ পাৰ হৈ যোৱাত সুদাসৰ মাক সুদাসক চাবলৈ অতিষ্ঠ হৈ উঠিছে—কান্দোতে কান্দোতে চকুৰ পানীৰে বাট নেদেখা হৈছে। এনেতে এদিন সুদাস তেওঁৰ আগত থিয় দিলেহি। তেওঁ কোনেও গম নোপোৱাকৈ—আনকি বাপেকক লগ নোপোৱাকৈ সংগোপনে তালৈ আহিছে। মাকে নীৰস দৃষ্টিৰে তেওঁলৈ চাই থকা দেখি তেওঁ মাত লগালে—

"আই, মই তোমাৰ সুদাস—আহিছোঁ নহয়।"

মাকৰ চকুকিটা উজ্জল হৈ পৰিল। কিন্তু শোৱা-পাটীৰ ওপৰতো অকণো লৰচৰ নকৰি উত্তৰ দিলে—

"তুমি যদি মোৰ সুদাসেই হোৱা, চকুৰ আঁৰত থিয় দি আছাহি কিয়? মোক ডিঙিত সাবটি নধৰাহি কিয়? মোৰ কোলাত তোমাৰ মূৰ নোথোৱাহি কেলেই?"

সুদাসে মাকৰ কোলাত মূৰ গুজি ধৰিলে। মাকে হাতেৰেই অনুভৱ কৰিলে—এইটো সঁচাকৈয়ে তেওঁৰে ল'ৰা—বতাহত মিলহি হৈ যোৱা কিবা এটাৰ মৰিচিকা নহয়। সুদাসৰ গালে-মুখে, কপালে-মূৰে বাৰে বাৰে তেওঁ চুমা খালে, চকুৰ পানীৰে গাল-মুখ তিয়াই পেলালে আৰু সাবটি ধৰি থাকিল।

সুদাসেও বৈ অহা চকুৰ পানী সামৰিব নোৱাৰি মাকক সুধিলে, "আই, মই এতিয়া ঘৰলৈ উভতি আহিলোঁ, তুমি আকৌ কান্দিছা কেলৈ?"

"অকল আজিৰ কাৰণেহে, বোপাই—আজিৰ কাৰণেহে। এইকিটোপাল মোৰ শেষ চকুৰ পানী, সুদাস, মোৰ চকুৰ মণি—সুদাস।"

তিৰোতাহঁতৰ ভিতৰৰপৰা এই বতৰা গৈ ৰজাৰ কাণ পালেগৈ। তেৰোঁ লৰি আহি পুতেকক আঁকোৱালি ধৰিলে—তেওঁৰ দুগালেদিও আনন্দৰ চকুৰ পানী বৈ গ'ল।

দিনৰ পিছত দিন পাৰ হৈ মাহ হ'ল—ইমাহ সিমাহকৈ পূৰা দুটা বছৰ পাৰ হ'লহি। সুদাসে মাক-বাপেকৰ আগত হাঁহি-মাতি থাকিবলৈ বৰ যত্ন কৰে। কিন্তু অকলশৰীয়া হৈ থাকোঁতে সেই বুকু কঁপাই তোলা এই মাতষাৰ—'মই তোমাৰ কাৰণে ইয়াতে বৈ থাকিম'—কাণত বাজি উঠে। সেই মাহৈ তামোল যেন ৰঙা কঁপি উঠা

ওঁঠ দুটি চকুৰ আগত ভাহি উঠে—দুচকু ভৰা চকুৰ পানীৰে চল্‌চলীয়া হ'লেহে তাক যেন নেদেখা হয়। দুমুখীয়া প্ৰেমে তেওঁক মেৰাই ধৰিছে—এফালে অপালাৰ অকৃত্ৰিম ভালপোৱা আনহাতে বৃদ্ধা মাকৰ গভীৰ বাৎসল্য প্ৰেম। মাকক চাৰ-চিতিবলৈ কোনো নথকা অসহায় অৱস্থাত তেওঁক আঘাত দি যোৱাটো তেওঁৰ মানত নীচ স্বাৰ্থৰহে পৰিচয় মাত্ৰ। সেইবাবে মাকৰ জীৱিত অৱস্থাত পাঞ্চাল এৰি নোযোৱাটোকে থিৰ কৰিলে। কিন্তু ৰাজপুত্ৰৰ বিলাসপূৰ্ণ জীৱন-যাপন কৰিবলৈ লোৱাটো তেওঁৰ পক্ষে সম্ভৱপৰ নহয়। তথাপিও তেওঁ পিতাকৰ লগত সন্মানজনক সম্বন্ধ ৰক্ষা কৰিবলৈ যত্নপৰ হৈছিল। এদিন বুঢ়া ৰজাই পুতেকক ক'লে—

"মোৰ জীৱন শেষ চাপি আহিছে, সুদাস। পাঞ্চাল শাসনৰ দায়িত্ব মোৰ ওপৰত এটা বোজাহে হৈছে এতিয়া।"

"তেনে এই শাসনভাৰ পাঞ্চালবাসী জনতাৰ ওপৰতে অৰ্পণ কৰা নহয় কেলৈ পিতা?"

"জনতাৰ হাতত? মই তোমাৰ কথা একো বুজিব পৰা নাই, সুদাস।"

"আচলতে ক্ষমতা পাঞ্চালবাসী জনতাৰহে। আমাৰ পূৰ্বপুৰুষসকল পাঞ্চালৰ কেৱল সৰ্বসাধাৰণ লোকৰ লগৰে আছিল। তেতিয়া ৰজা নাছিল—পাঞ্চালৰ জনতায়ে সকলোৰে মীমাংসা কৰিছিল—এতিয়াও মদ্ৰ, মল্ল আৰু গান্ধাৰসকল এনেভাৱেই চলে। তেনেতে মোৰ ককা বধ্ৰ্যশ্বৰ উপৰিপুৰুষৰ কোনো এজনে সুখ-সম্ভোগৰ আশা আৰু আনৰ শ্ৰমৰ ফল চুৰ কৰি বৰ্তি থকাৰ লোভ সামৰিব নোৱাৰিলে। তেওঁ হয়তো এদিন মুখিয়াল লোক নাইবা কৈদৰ ৰণ-নেতা আছিল—দুই-এখন যুঁজত জিকি জনতাৰ প্ৰিয়পাত্ৰ আৰু বিশ্বাসভাজন হ'ল—সা-সম্পত্তি অৰ্জন কৰিলে আৰু শেহত এইবিলাকৰ সহায়তে জনতাক বিশ্বাসঘাতকতা কৰি তেওঁলোকৰ ওপৰতে মাধমাৰ সোধালে। জনতাৰ হাতৰপৰা ক্ষমতা কাঢ়ি ল'লে আৰু অসুৰইতৰ দৰে ৰাজ-শাসন প্ৰৱৰ্তন কৰিলে। তেওঁ অসুৰসকলকে অনুসৰণ কৰিলে—বশিষ্ঠ, বিশ্বামিত্ৰ আদিৰ অজ্ঞাত পূৰ্বপুৰুষসকলক পুৰোহিতৰ পদত থাপি তোষামোদ কৰিবলৈ লাগিল আৰু এইসকলে জনসাধাৰণৰ চকুত ধূলি দিবলৈ বুলি নানা কথা প্ৰচাৰ কৰিবলৈ লাগিল—ইন্দ্ৰ, অগ্নি, সোম, বৰুণ, বিশ্বদেৱ আৰু আন সকলো দেৱতাই পৃথিৱী শাসন কৰিবলৈ এই ৰজাক পাচিছে, তেওঁৰ আজ্ঞা জনতাই বহন কৰিব আৰু তেওঁৰ প্ৰাপ্য সন্মান প্ৰদৰ্শন কৰিব লাগে। এই সকলো প্ৰৱঞ্চনা, পিতা—ঠগ-দস্যুবৃত্তি মাত্ৰ। আমাৰ বোপা-ককাইঁতৰ যিজনে আমাক এই ক্ষমতা দি গ'ল, আমি তেওঁক আনকি তেওঁৰ নামটোও পাহৰি পেলোৱা উচিত—তেওঁলৈ কৃতজ্ঞতা প্ৰকাশ কৰাৰ প্ৰশ্নই নুঠে।"



"নহয় বোপাই, বিশ্বৰ সমূহ জনতাইহে আমাক ৰাজ-ক্ষমতা অৰ্পণ কৰিছে—এই কথা আমি স্বীকাৰ কৰোঁ। অভিষেক প্ৰতিজ্ঞাৰ সময়ত ৰাজদণ্ড হিচাপে পলাশৰ দণ্ডডাল ৰাইজৰপৰাই আমি গ্ৰহণ কৰোঁ।"

"অভিষেক উৎসৱ দেখনিয়াৰহে মাত্ৰ। সঁচাকৈয়ে জানো, প্ৰজা (জনতা) ৰজাৰ গৰাকী? লেশমাত্ৰও নহয়। ৰজা সৰ্বসাধাৰণৰ লগত নবহে, তেওঁলোকৰ লগত নেখায়, কাম-বন নকৰে—এইবোৰ দেখিলে শুনিলে যিকোনোৱেই এই কথা বুজিব। মদ্ৰ বা গান্ধাৰৰ মুখিয়াল লোক এজনে এনে ব্যৱহাৰ কৰে নে বাৰু?"

"তেওঁলোকৰ নিচিনাকৈ আমি বাস কৰিবলৈ গ'লে এদিন হয়তো হঠাৎ আমাক শত্ৰুৱে হত্যা কৰিব—বিহ দি মাৰিব।"

"কেৱল চোৰ আৰু ডকাইতইঁতেহে তেনেকৈ ভয় কৰে। গাঁৱৰ মুখিয়াল লোকইঁত চোৰ-ডকাইততো নহয়। তেওঁলোকে নিজকে জাতিটোৰ প্ৰকৃত সন্তান বুলি ভাবে—আৰু আনকো তেনে জ্ঞান কৰে, সেইবাবেই তেওঁলোকৰ এই ভয়ৰ কাৰণ নাই। ৰজাবোৰ হ'ল চোৰ—তেওঁলোকে ৰাইজৰ ক্ষমতা হৰণ কৰে আৰু সেইবাবেই ভয়ত কাল কটাব লগাত পৰে। ৰজাই অন্তেসপুৰ সাজে, সোণ-ৰূপ, মণি-মুক্তা, দাস-দাসী গোটায় আনক ডকাইতি কৰি আনি—সি নিজৰ শ্ৰমৰ উপাৰ্জন নহয়।"

"ইয়াৰ মানে তুমি মোকো জগৰীয়া বুলি ভাবা নেকি—হয় নে হে বোপা?"

"অঃ নহয়, নহয় পিতা। মই আপোনাৰ আসনত বহিলে ইচ্ছাৰেই হওক বা অনিচ্ছাৰেই হওক—ময়ো আপোনাৰ নিচিনাই কৰিব লাগিব। তেনেহলে মইনো মোৰ নিজ পিতাক দোষী বোলোঁ কেনেকৈ?"

"তুমি জনতাৰ হাতত ৰাজ্যভাৰ গতাই দিবলৈ কৈছা—সি জানো হব পাৰে? কিন্তু পুত্ৰ, তুমি জনা উচিত যে জনতাৰ অধিকাৰ হৰণকাৰী অকল পাঞ্চালৰাজ দিবোদাসেই নহয়—বহুতো পৰাক্ৰমী অপহৰণকাৰীৰ তেৱোঁ এজন। তেওঁ হয়তো সবাতোকৈ শক্তিশালী, কিন্তু আনসকলৰ সন্মিলিত শক্তিৰ আগত তেওঁ কোন কুটা? সেইসকল হ'ল সামন্তবৰ্গ, পৰিয়ালৰ ৰাজপুত্ৰবৰ্গ, সৈন্যবাহিনীৰ সেনাপতি—আৰু এই সকলোতকৈও পৰাক্ৰমী হ'ল—পুৰোহিতবৰ্গ।"

"অঁ, পুৰোহিতৰ ক্ষমতা কিমান মোৰ জনা আছে। কোনো ৰজাৰ সৰু পুতেক ৰাজ-সিংহাসনৰ উত্তৰাধিকাৰী হব নোৱাৰে। সেইবাবেই তেওঁলোক পুৰোহিত—ব্ৰাহ্মণ হয়। মোৰ ধাৰণা মোৰ ভাই প্ৰতৰ্দনেও তাকেই কৰিব। ইতিমধ্যেই ৰজা আৰু পুৰোহিত, চৰকাৰ আৰু ধৰ্ম পৃথক হবলৈ ধৰিছে আৰু কোনে জানে সময়ৰ সোঁতত ক্ষত্ৰিয়, ব্ৰাহ্মণ এই দুটা সুকীয়া গোষ্ঠীত পৰিণত নহব—সুকীয়া

জাতি নহবগৈ ? গান্ধাৰত একেজন মানুহেই যুঁজো কৰে, যাগ-যজ্ঞও কৰে। কিন্তু ইয়াত বধ্যশ্বৰ বংশধৰ বাবে আপুনিহে অন্তৰ্ধাৰণ কৰিব আৰু যাগ-যজ্ঞৰ অধিকাৰী হ'ল বিশ্বামিত্ৰ। আমাৰ জনসাধাৰণৰ সামন্তসকলৰ সুবিধাৰ অৰ্থে, জনসাধাৰণৰ ক্ষমতা হৰণৰ উদ্দেশ্যে আৰু বৈবাহিক বান্ধোন আৰু তেজ-মঙহৰ সম্বন্ধ ঘটোৱাৰ বাবে ফলাফলি কৰি তিনি ভাগ কৰা হ'লেই। অথচ মাক-বাপেক ৰজা আৰু পুৰোহিত দুয়োবো একেই হব পাৰে—দুয়োবো নাম হ'লে দুটা—ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়। কিন্তু এতিয়াই এই দুয়োটাকে স্বকীয়া সম্প্ৰদায় হিচাপে গণ্য কৰা হৈছে আৰু এই দুয়ো সম্প্ৰদায়ৰ স্বাৰ্থৰ সংঘৰ্ষ আৰম্ভ হ'লেই—সেইবাবেই ক্ষত্ৰিয় আৰু ব্ৰাহ্মণৰ মাজত আকৌ বন্ধুতা স্থাপনৰ বাবে প্ৰচেষ্টা চলোৱা হৈছে। ব্ৰাহ্মণ-ক্ষত্ৰিয় এই দুই বৰ্গৰ বাহিৰে জনসাধাৰণৰ সৰহ সংখ্যক লোককেৰে এটা তৃতীয় বৰ্গ কৰা হ'ল। আৰু এতিয়া এই আচল বিৰাট জনসাধাৰণৰ সমষ্টিটোক 'সাধাৰণ লোক' অৰ্থাৎ প্ৰজা ( পুত্ৰ ) বুলি গণ্য কৰা হয়। অৱস্থাৰ কি যে পৰিৱৰ্তন! এই গোটেইখিনিয়েই প্ৰৱঞ্চনা নহয় নে বাৰু, পিতা।"

"ইয়াৰ উপৰিও আৰু অনেক আছে তাক তুমি লেখত লোৱা নাই।"

"সঁচাই—সেই অনাৰ্যসকল, কাৰিকৰ, ব্যৱসায়ী আৰু দাস-দাসীহঁত। জনসাধাৰণৰ ক্ষমতা হৰণ কৰিবলৈ শাসকসকলে সফলতা লাভ কৰিব পাৰিছে বোধকৰোঁ এই লোকসকলৰ বাবেহে। এওঁলোকক পৰাভূত কৰোঁতাসকলক যদি আন কোনোৱে বশ্যতা স্বীকাৰ কৰোৱায়, সেইসকলৰ দৰে দাসত্ব স্বীকাৰ কৰাবলৈ বাধ্য কৰায়—এই অনাৰ্য লোকসকলে আনন্দহে পাব। ইয়াকে ৰজাৰ 'ন্যায় বিচাৰ' বুলি কোৱা হয়।"

"তুমি বোধকৰোঁ ভুল কোৱা নাই, বোপাই। কিন্তু কোৱাচোন বাৰু ক্ষমতা কাৰ হাতত গতাম? ডকাইটি কৰি জীৱন-যাপন কৰোঁতা, শাসক আৰু ব্যৱসায়ী সামন্ত-সকলক বাদ দি, আৰ্যই হওক বা অনাৰ্যই হওক বাকীসকল হ'ল সাধাৰণ প্ৰজা। তেওঁলোক জানো শাসনৰ যোগ্য? আৰু মই তেওঁলোকক মুক্তি দিয়া মাত্ৰেই শাসনত অধিষ্ঠিত পুৰোহিত আৰু সামৰিক শ্ৰেণীৰ লোকে এই আৰ্য-অনাৰ্য প্ৰজাহঁতৰ ওপৰত শ'ত শগুণ পৰাদি পৰিবলৈ চোপ লৈ আছে। কুৰু-পাঞ্চাল জনসাধাৰণে ক্ষমতা হেৰুওৱা মাত্ৰ ছয়-সাত পুৰুষহে হৈছে। জনতাৰ শাসনৰ সেই দিনৰ কথা তেওঁলোকৰ মনৰপৰা এতিয়াও আঁতৰ হোৱা নাই। সেই দিনত কোনো দিবোদাসে এই দেশ শাসন কৰা নাছিল—ইয়াৰ নাম আছিল পাঞ্চালভূমি, পঞ্চালৰাজ্য বুলি জনাজাত এই দেশ তেওঁলোকৰে আছিল। কিন্তু মই এতিয়া আৰু সেই দিনলৈ উভতি যোৱাৰ কোনো পথ দেখা নাই।"



"সেই বাটত বিশ্বামিত্ৰ, বশিষ্ঠ আদি বহুতো ঘঁৰিয়ালে হেঙাৰ পুতিছে।"

"ইয়ে প্ৰমাণ কৰিছে আমি পৰৰ দাস। আমি এতিয়া পাছলৈও উভতিব নোৱাৰোঁ আৰু কালিলৈ কি হব তাকো জানিবৰ উপায় নাই। সুদাসৰ নিচিনা এজন পুত্ৰ লাভ কৰাটো মোৰ পক্ষে সুখৰ বিষয়। ময়ো ডেকা আছিলোঁ। তেতিয়া পুৰোহিতৰ সাধু বশিষ্ঠ-বিশ্বমিত্ৰৰ কবিতা আৰু মানুহক বিবুধিত পেলাবলৈ উদ্ভাৱন কৰা কু-সংস্কাৰজনিত ছল-চাতুৰী আৰু মায়াৰ ছলনাৰ কথাও ইমানকৈ শুনা নাছিলোঁ। ময়ো ভাবিছিলোঁ জনতাৰ ওপৰৰপৰা ৰাজকীয় অপহৰণৰ মাত্ৰা কিছু কমাব লাগিব। কিন্তু তাকে লাঘৱ কৰিবলৈ মোৰ যে শক্তি-সামৰ্থ্যৰ অভাৱ মোৰ বুজিবলৈ বাকী নেথাকিল। সেই দিনত তোমাৰ আয়েই মোৰ সৰ্বস্ব আছিল—পিছলৈ মোৰ ইচ্ছাশক্তি বিচলিত হ'ল, মই নিৰাশ হলোঁ। তেতিয়া এই পুৰোহিতসকলে অকল স্তুতি-গীতেৰেই নহয় তেওঁলোকৰ জীয়েকহঁতকো দি মোৰ ডিঙিত খোৰোচা লগাই দিয়াদি দিলে। শ শ জনী দাসী-কন্যাৰে মোৰ ৰাজপ্ৰাসাদ ভৰাই পেলালে—যেন অমৰাৱতীৰ ইন্দ্ৰৰ পত্নীহঁতহে। পিতাৰাৰ পতনৰ শিক্ষা লোৱা—সতৰ্ক থাকিবা, আপ্ৰাণ যত্ন কৰা, কোনো পথৰ সন্ধান পাবা—তাৰেই ৰজাহঁতৰ এই লুট-পাটৰ ওৰ পেলাব পাৰিবা। কিন্তু সুদাসৰ নিচিনা অন্তঃকৰণৰ এগৰাকী প্ৰভুৰ ঠাইত প্ৰতৰ্দনৰ দৰে নিৰ্দয়ী চতুৰ লোক এজনৰ কবলত পাঞ্চালহঁতক এৰি যোৱা মানে তেওঁলোকৰ প্ৰতি দয়া কৰা নহয়। বোপাই, মই পিতৃলোকৰপৰাই তোমাৰ সংগ্ৰাম চাই চাই সুখী হম।"

[ ৪ ]

দিবোদাসে উপৰিপুৰুষসকলৰ লগ ল'লেগৈ। পাঞ্চালৰ শাসক হ'ল এতিয়া সুদাস। পুৰোহিত আৰু ঋষিমণ্ডলী তেওঁৰ চৌপাশে ওলমি পৰিল। ইন্দ্ৰ, বৰুণ, অগ্নি আৰু সোমৰ নাম লৈ এই পকা-ডঢ়ীয়াসকলে সৰ্বসাধাৰণ ৰাইজক কেনেকৈ মূৰ্খ পাতিছে—সুদাসে এইকথা বঢ়িয়াকৈ বুজিছে। তেওঁ নিজেও এওঁলোকৰ জালত বাৰুকৈয়ে মেৰ খাই পৰিছে। যিসকলৰ তেওঁ উপকাৰ সাধন কৰিবলৈ বিচাৰিছিল, তেওঁলোকেই তেওঁক অধৰ্মী ৰজা বুলি প্ৰচাৰ কৰিবলৈ ধৰিলে আৰু তেওঁৰ উদ্দেশ্যকো ভুল বুজিলে। তেওঁৰ মনলৈ অতীতৰ সেই দিনবোৰৰ কথা অহা হ'ল—শুদা ভৰিৰে, ফটা-চিটা কানি-কাপোৰেৰে অচিন দেশত অনাই-বনাই ফুৰাৰ কথাবোৰ। তেতিয়া তেওঁ আছিল মুকলিমুৰীয়া। কিন্তু এতিয়া তেওঁৰ মৰমিয়াল অন্তৰখন বুজা লোক এজনো নোপোৱা

হ'ল—সহানুভূতিৰ মাত এষাৰিও নোপোৱা হ'ল। পুৰোহিতইঁতে জীয়েক-নাতিয়েকইঁতক তেওঁলৈ পঠায়, সামন্তবাদী বিষয়াসকলে তেওঁলোকৰ তিৰোতাসকলকো পঠায়। সুদাসে কিন্তু ভাবে তেওঁ তপত খোলাতহে যেন বহি আছে। চন্দ্ৰভাগাৰ পাৰৰ তেওঁলৈ অপেক্ষা কৰি বৈ থকা সেই নীলা চকুযুৰিৰ কথা তেওঁ পাহৰিব নোৱাৰে।

আৰ্য-অনাৰ্য সকলো প্ৰজাকে সমানে সেৱা কৰিবলৈ সুদাসে স্থিৰ কৰিলে। তাৰবাবে তেওঁ প্ৰথমে অন্ধবিশ্বাসৰ মায়াত মোহাচ্ছন্ন হৈ থকা জনসাধাৰণক এই কথাষাৰকে পতিয়ন নিয়াবলগীয়া হ'ল যে সুদাস ঈশ্বৰৰ অনুগ্ৰহ লাভৰ সমৰ্থ হৈছে কিন্তু পুৰোহিত-ঋষিসকলৰ গুণ-গানেইহে যে ইয়াৰ একমাত্ৰ নিদৰ্শন তাকো তেওঁ জানে। সেইবাবে পুৰোহিতসকলৰ শুভেচ্ছা লাভ কৰিবলৈ সোণ-ৰূপ, গৰু-ঘোঁৰা, দাস-দাসীৰে তেওঁলোকক পুৰস্কৃত কৰিবলৈ তেওঁ বাধ্যত পৰিল। কোমল গো-মাংস আৰু ভাল সোম-ৰস পেট ভৰাই খাই-বই সেই পুৰোহিতসকলে এইবুলি সাব্যস্ত কৰিলে—হয়, সুদাসৰ (সু-দাতা) নাম চাই কাম—উদাৰ দানশীল লোক তেওঁ; আৰু তেওঁৰ উদাৰতাৰ গুণানুকীৰ্তন কৰি সেই সাধু চাটুকৰসকলে অনেক শ্লোক ৰচনা কৰিলে—ঋগ্বেদত এইবোৰ এতিয়াও পোৱা যায়। কিন্তু কোনে জানে এই স্তুতি-গীতবোৰ শুনি ইয়াৰ ৰচকসকলক সুদাসে কিমান ঘৃণাৰ চকুৰে চায়!

সুদাসৰ এই ঈৰ্ষা জন্মোৱা খ্যাতি অলপ সময়ৰ ভিতৰতে উত্তৰ পাঞ্চাল বা যাক আজিকালি ৰোহিলাখণ্ড বোলে—তাতে আবদ্ধ নেথাকিল, ই বহুত আঁতৰলৈকে বিয়পি পৰিল। তেওঁ নিজে ভোগশূন্য জীৱন-যাপন কৰিবলৈ লৈ সমগ্ৰ প্ৰজাৰে উন্নয়নৰ অৰ্থে যিমান পাৰে সিমান ব্ৰতী হ'ল।

পিতাকৰ মৃত্যুৰ কেইবছৰমানৰ পিছতে সুদাসৰ মাকো ঢুকাল। আজি অতদিন তেওঁৰ অন্তৰত দিনে-ৰাতিয়ে খুন্দিয়া-খুন্দি কৰি শৰীৰ ডেই পুৰি নিয়া নিদাৰুণ শোক পায়ো তেওঁ তাতে অভ্যস্ত হৈ পৰিছিল, কিন্তু এতিয়া আকৌ সি মাৰাত্মক কৰ্কটব্যাধিৰ দৰে উক দিবলৈ ধৰিলে। দিনৰ দিনটো প্ৰতি মুহূৰ্ততে সেই চল্‌চলীয়া চকুযুৰি আৰু কঁপি উঠা ওঁঠ দুটি লৈ অপালাই যেন তেওঁৰ আগত থিয় দি বাৰে বাৰে কয়—'মই তোমাৰ কাৰণে ইয়াতে ৰৈ থাকিম।' তেওঁৰ অন্তৰৰ সেই পোৰণি ধাৰাসাৰে বোৱা চকুলোৰেও কমাব পৰা নাই।

এদিন পৰ্বতত চিকাৰ অভিযান চলোৱা ভাও ধৰি তেওঁ পাঞ্চালপুৰ নগৰৰপৰা আঁতৰি গ'ল।

যিটো পঁজাত থাকি তেওঁ অপালাৰ ভালপোৱা লাভ কৰিছিল সেই পুৰণি পঁজাটো এতিয়াও আছে। কিন্তু তাত নাই জেতা, নাই তেওঁৰ সাদৰী জী, প্ৰিয় অপালা।



তেওঁলোক দুয়ো মৰিল—অপালা ঢুকোৱা মাত্ৰ এবছৰহে হৈছে। তেওঁৰ হেৰোৱা ককায়েকজন ওলাল, তেওঁৰ পৰিয়ালে সৈতে তেওঁ তাতে বাস কৰিছেহি। সুদাসৰ কিন্তু সেই ঘৰৰ প্ৰতি একো নতুন মোহ নজন্মিল। অপালাৰ বান্ধৱী এজনীক তেওঁ লগ পালে। অপালাৰ মেখেলা, চাদৰ, চোলা টুপী আদি কিছুমান ৰংচঙীয়া বস্ত্ৰ তেওঁৰ হাতত আছে—তাকে দেখুৱাই তেওঁ কান্দি কান্দি ক'লে—"মোৰ বান্ধৱীয়ে তেওঁৰ জীৱনৰ শেষ দিনা এই কাপোৰবোৰ পিন্ধিছিল। তেওঁৰ শেষ বাণীও এয়ে—'মই সুদাসক কথা দিছিলোঁ—মই ইয়াতে তেওঁলৈ ৰৈ থাকিম'।"

সুদাসে কাপোৰখিনি দাঙি বুকুৰে চকুৰে হেঁচি ধৰিলে—অপালাৰ শৰীৰৰ সৌৰভ তাত এতিয়াও আছিল।

# অষ্টম অধ্যায়

## প্ৰবাহণ

স্থান—পাঞ্চাল—উত্তৰ প্ৰদেশ।

জাতি—আৰ্য।

সময়—৭০০ খৃঃ পূঃ।

এই কাহিনী ১০৮ পুৰুষৰ আগৰ—বৈদিক যুগৰ শেষ সময়ৰ। সেই কালত উপনিষদৰ ব্ৰহ্মজ্ঞানৰ তত্ত্ব ৰচিত হৈছে। ভাৰতবৰ্ষত বাগিচা নিৰ্মাণ আৰু লোৰ ব্যৱহাৰ জনপ্ৰিয় হৈ উঠিছে।

[ ১ ]

"একাষে কৰিন্দৰ সুবাসেৰে আমোল-মোলাই থকা সেউজীয়া হাবিখন আৰু তাত চৰাইৰ কঁপি উঠা মানোমোহা গীত-মাত—ইকাষে ধৱল তৰঙ্গমালা শোভিত শ্ৰোতসলিলা গঙ্গাখন। ইয়াৰ পাৰে পাৰে হেজাৰ হেজাৰ ক'লা-ৰঙা-মৃগাবৰণীয়া গৰুৰ জাক চৰি ফুৰিছে। সেই জাকবোৰৰ মাজত ধুনীয়া ষাঁড়বোৰে হুঁকৰি ফুৰিছে—মানুহে মাজে সময়ে এনে দৃশ্য উপভোগ কৰা উচিত নহয় নে বাৰু প্ৰবাহণ! কিন্তু তোমাক দেখিছোঁ সদায়ে স্তোত্ৰ পাঠ কৰাতে ব্যস্ত—সেয়ে নহ'লে বশিষ্ঠ, বিশ্বামিত্ৰৰ বাণী মুখস্থ কৰিয়েই সময় কটোৱা।"

"লোপা, তোমাৰ চকুযুৰিয়ে এই দৃশ্যাৱলী চায়—মই কিন্তু তোমাৰ চকুযুৰি চাইহে আনন্দ উপভোগ কৰোঁ।"

"অঃ তুমি বৰ টেঙৰ, কথাৰ মুৰতে কথাটো সাজি কব জানা। আন সহপাঠী শিষ্য-সকলৰ লগত পুৰণি শ্লোকবোৰ কুকুৰে ভেউ ভেউ কৰাদি যেতিয়া তুমি বাৰে বাৰে আওৰোৱা, তেতিয়া মই ভাবোঁ—মোৰ প্ৰবাহণ জীৱনৰ বাকীছোৱা কালতো কেঁচুৱা ল'ৰাটিৰ দৰেই থাকিব।"

"প্ৰবাহণ সম্পৰ্কে তোমাৰ ধাৰণা এয়ে নেকি ?"

"মোৰ সেই মতামতৰ কথা বাদ দিয়া বাৰু—মোৰ কিন্তু আনটো ধাৰণাহে সঁচা। প্ৰবাহণ সদায় মোৰেই হৈ থাকিব।"



"মযো তাকে আশা কৰোঁ আৰু বিশ্বাসো কৰোঁ, লোপা। ইয়েই মোক কঠোৰ পৰিশ্ৰম আৰু পঢ়া-শুনাত বল যোগায়। মই মোৰ মন কঠোৰ সংযমেৰে ৰখাত অভ্যস্ত হৈছোঁ—নহ'লে পুৰণি কবিতা, পুৰণি স্তোত্ৰবোৰ আৰু সেই পুৰণি সূত্ৰবোৰৰপৰা মোৰ মনে যেন লৰি পলাবলৈ হাবিয়াস কৰে। শ্ৰম কৰি কৰি মন মোৰ যেতিয়া ক্লান্ত হয়, মই কাম এৰি শুব খোজোঁ তেতিয়া মোৰ সান্ত্বনা লাভৰ উপায় মাত্ৰ এটা—আৰু সিয়েই হ'ল মুহূৰ্তৰ কাৰণে হ'লেও লোপাৰ সংস্পৰ্শ লৈ অহা।"

"আৰু মযো তোমাৰ কাৰণে সদায় বাট চাই থাকোঁ।"

লোপাৰ চাৱনি বহুত দূৰলৈ আঁতৰি গ'ল। পুৱাৰ মলয়াৰ বা-ই তাইৰ মিহি চিকমিকাই থকা চুলিকোছাত ঢৌ খেলি গ'ল। লোপা যেন দূৰ-দূৰণিৰ অন্তৰালত হেৰাই পৰিছে। তাইৰ চুলিকোছাত আঙুলি বুলাই বুলাই প্ৰবাহণে কবলৈ লাগিল—

"লোপা, তোমাৰ কাষত মই নিজকে বাওনা যেন অনুভৱ কৰোঁ।"

"বাওনা!"—এইবুলি তায়ো চিঞৰি উঠিল আৰু প্ৰবাহণৰ গালত গালখন পেলাই কবলৈ লাগিল, "নহয় বাওনা নহয়, মোৰ চেনেহৰ প্ৰবাহণ—তোমাক লৈ মই গৌৰৱ কৰোঁ। মনত আছে নে সেইদিনাৰ কথা—তুমি যে জেঠাইৰ লগত আমাৰ ঘৰলৈ আহিছিলা—তোমাতকৈ সৰু মোৰ কুমলীয়া চকুযুৰিৰে তোমাৰ আঠ-বছৰীয়াতে প্ৰথমে দেখা। তেতিয়া মোৰ মাত্ৰ তিনি কি চাৰি বছৰহে হব। মোৰ ল'ৰালিকালৰ সেই ছবি অঁকাত মোৰ স্মৰণ শক্তিয়ে পাহৰা নাই। মই সকলো ফট্‌ফটীয়াকৈ দেখা পাইছোঁ—তোমাৰ সেই সোণবৰণীয়া কেঁকোৰা-কেঁকুৰি চুলি, ভাটৌৰ দৰে নাক আৰু মাখৈ তামোল যেন ওঁঠ দুটি—তোমাৰ নীলা, উজ্জ্বল ডাঙৰ চকুযুৰি আৰু তোমাৰ সেই সতেজ বগা গাৰ ছালখন! আৰু মোৰ মনত আছে মোৰ আয়ে মোক কোৱা—'লোপা, এওঁ তোমাৰ ককায়েৰা।'—মোৰ বৰ লাজ লাগিছিল; আয়ে তোমাক চুমা খাই কৈছিল—'প্ৰবাহণ, এই তোমাৰ ভনী, লোপা—বৰ লাজকুৰীয়া তাই। তাইৰ লৈতে চা-চিনাকি হোৱা'।"

"আৰু তেতিয়া মই তোমাৰ কাষ চাপি গলোঁ। কিন্তু তুমি মাহীৰ ধুনীয়া সুগন্ধি চুলিকোছাৰ আগেৰে মুখ ঢাকি ধৰিলা।"

"কিন্তু মই লুকাওঁতে মই চাবলৈ এটা ফুটা উলিয়াই লৈছিলোঁ আৰু তুমি কি কৰিছিলা, চাইছিলোঁ। সেই সময়ত মোৰ আই, দাসী ছোৱালীকিজনী আৰু তাহাঁতৰ ল'ৰা-ছোৱালীকেইটাৰ বাহিৰে ঘৰত কোনো নাছিল। মোৰ পিতাৰ বিদ্যাপীঠ তেতিয়াও গঢ়ি উঠা নাই। ঘৰটোত মই অকলশৰীয়া অনুভৱ কৰিছিলোঁ, তোমাক দেখি ভাল লাগিছিল।"

"খেলৰ লগৰীয়া পালে ভাল লগাৰ কথাই, কিন্তু তথাপি তুমি মোক দেখি মুখ লুকাইছিলা। মই তোমালৈ চাই দেখিছিলোঁ গাত কাপোৰ-কানি নথকা ভোটোকা মুখৰ সৰু ছোৱালী এজনী। মোৰ শিশু-সুলভ চকুৰ আগত তোমাক বৰ ধুনীয়া লাগিছিল—মই তোমাৰ কাষলৈ গলোঁ আৰু তোমাৰ কান্ধত হাতখন থলোঁ। আমাৰ আইহঁতে কি কৈছিল মনত আছে নে? তেওঁলোক দুয়োৱে হাঁহি হাঁহি কৈছিল,—'আমাৰ আশা পূর্ণ কৰা, হে দয়াময়!' সেই আশানো কি মই তেতিয়া বুজা নাছিলোঁ।"

"মোৰ সেইবোৰ সিমান মনত নাই। মোৰ কান্ধত তোমাৰ কোমল হাতৰ পৰশ অনুভৱ কৰিছিলোঁ—সেয়ে মোৰ যথেষ্ট।"

"তোমাৰ আজলি মুখখন গোলাকাৰ আছিল, তুমি বৰ লাজুকীয়া আছিলাহে।"

"তুমি মোৰ হাতখন টানি ধৰিছিলা—কিন্তু তুমি নিবোকা হৈ আছিলা। আয়ে তেতিয়া কি কৈছিল?"

"তেওঁ কোৱা প্রতিটো কথাই মোৰ মনত আছে—মইনো মাহীৰ কথা পাহৰিব পাৰোঁ নে? আয়ে মোক গার্গ মোমাইৰ ঘৰত থৈ ঘৰলৈ গুচি গ'লগৈ। কিন্তু মামীহঁতৰ আদৰ-সাদৰত মই আইক পাহৰি পেলালোঁ। মামীকনো বাৰু পাহৰোঁ কেনেকৈ?"—প্ৰবাহণৰ চকুত জৰ-জৰকৈ পানী বৰলৈ লাগিল। তেওঁ লোপাৰ ওঁঠত চুমা খাই কৈ গ'ল—"তেওঁৰ মুখৰ গঢ় তোমাৰ নিচিনাই আছিল, লোপা। আমি দুয়ো ওচৰা-ওচৰিকৈ শোওঁ। তোমাৰ টোপনি আহে—মোৰ চকু কিন্তু প্রায়েই মেল খাই থাকে। মামী অহা দেখিলেই জোৰেৰে চকুকেইটা মুদি ধৰোঁ। তেওঁ লাহেকৈ হুমুনিয়াহ চাৰে আৰু মোৰ গালত তেওঁৰ ওঁঠৰ পৰশ লগাই যায়। মই যেতিয়া চকু মেলি চাওঁ, তেওঁ কয়—'উঠা মোৰ সোণ'—আৰু তেওঁ তোমাকো চুমা খায়—কিন্তু তুমি তেতিয়াও টোপনিত লালকাল হৈয়ে থাকা।"

লোপাৰ চকুতো পানী বৰলৈ ধৰিলে। থোকা-থুকি মাতেৰে তাই ক'লে, "মই মোৰ আইক অলপ দিনহে পালোঁ মাত্র।"

"ওঁ, হয়। সেইদিনা মই তোমাৰ কাষত বোৱাৰ দৰে থিয় হৈ থকা দেখি তেওঁ কৈছিল—'এইজনী তোমাৰ ভনী, মোৰ সোণ। তাইক চুমা এটা দিয়া আৰু তোমাৰ লগত ঘোঁৰা খেলিবলৈ মাতা'।"

"আৰু তুমিও মোক চুমা দিছিলা আৰু ঘোঁৰা খেলিবলৈও মাতিলা। আইৰ চুলিৰ আঁৰৰপৰা মই মূৰ আঁতৰাই আনিলোঁ—তুমি ঘোঁৰা হ'লা আৰু মই তোমাৰ পিঠিত উঠিলোঁ।"



"মই তোমাক বাহিৰ পোৱালোঁগৈ।"

"মই বৰ চুলুং আছিলোঁ, নহয়?"

"তুমি কোনোদিনেই একোলৈকে ভয় নকৰা, লোপা। অতি কম দিনৰ ভিতৰতে তুমিয়েই মোৰ সর্বস্ব হৈ পৰিলা। মামাৰ ভয়ত মই মনপুতি পঢ়িবলৈ লাগিলোঁ আৰু কেতিয়াবা ভাগৰ লাগিলে তোমাৰ কাষলৈ আহোঁ।"

"তোমাৰ কাষ চাপি থাকিবৰ কাৰণেই মই তোমাৰ ওচৰত বহি থাকোঁহি।"

"তুমি যদি পঢ়া-শুনাত মোৰ আধাও পৰিশ্রম কৰা তথাপিও মামাৰ সমূহ শিষ্যসকলৰ ভিতৰত তুমিয়েই সর্বশ্রেষ্ঠ শিষ্যা হব পাৰিবা বুলি মোৰ বিশ্বাস হয়, লোপা।"

"তোমাতকৈ শ্রেষ্ঠ হব নোৱাৰোঁ,"—এইবুলি কৈ ভাব-গধুৰ দৃষ্টিৰে তেওঁৰ চকুলৈ চাই ক'লে—"মই তোমাক চেৰ পেলাব খোজা উচিত নহব।"

"কিন্তু তেনে কৰিলেহে মই বেছি ভাল পাম।"

"কিয়নো আমাৰ দুজনৰ ভিতৰত ইজনে সিজনক বাদ দি কোনো স্বকীয়া সত্তা নাই।"

"লোপা, তুমি মোক শাৰীৰিক শক্তিও দিছা—মানসিক বলো দিছা। মই ৰাতিনো কিমান সময় শোওঁ। মোৰ পাঠ আওৰাওঁ—আনে আওৰোৱা শুনো—মই আহাৰ-পানীৰ কথাই পাহৰি যাওঁ। তুমি মোক পঢ়াশালিৰ আন্ধাৰ কোঠাৰপৰা উলিয়াই আনা—কেতিয়াবা উদ্যানলৈ, কেতিয়াবা হাবি-বননিৰ কাষলৈ নাইবা গঙ্গাৰ পাৰলৈ জোৰ কৰি লৈ যোৱা। সেইবোৰ কিমান মনোৰম! কিন্তু ইয়াৰ লগে লগে যিমান সোনকালে পাৰোঁ তিনিওখন বেদ আয়ত্ত কৰা আৰু ব্রাহ্মণৰ সকলো জ্ঞান-বিদ্যা আহৰণ কৰাৰ নিমিত্তেহে মই হাবিয়াস কৰিছোঁ।"

"তুমিতো এতিয়া সেইবোৰ শিকি সাং কৰিছা। পিতাই কয় বোলে তুমি এতিয়া তেওঁৰ সমান।"

"ময়ো জানো—ব্রাহ্মণৰ বিদ্যা শিকিব-কৰিবলৈ মোৰ আৰু বেছি বাকী নাই। কিন্তু জ্ঞানৰ সীমা তাতেতো শেষ নহয়!"

"মই তোমাক তাকেতো সদায় কওঁ। তেনে তুমি এতিয়াও শিষ্যৰ পলাশৰ দণ্ড আৰু তেল নঘঁহা চুলিৰেই থাকিবা নে?"

"নহয়—সেইবোৰ চিন্তা নকৰিবা লোপা। মই পলাশৰ দণ্ড ত্যাগ কৰিলোঁ আৰু তুমিও এতিয়া মোৰ চুলিত সুগন্ধি তেল ঘঁহিব পাৰিবা। আজি ষোল বছৰ এই চুলি শুকানে আছে।"

"প্ৰবাহণ, অনৰ্থক তেল-কুৰ নঘঁহাকৈ থকাৰ ওপৰত বাৰু ইমান জোৰ কিয় দিয়া হয়, মই হ'লে বুজি নেপাওঁ। তুমিতো মোৰ এই ওঁঠ দুটাত চুমা খাবলৈ কেতিয়াও এৰা নাই।"

"নাই এৰা। মইতো তোমাক সকুকালৰেপৰাই চুমা খাই আহিছোঁ।"

"আন আন বিদ্যাপীঠৰ শিষ্যসকলেও এই কঠোৰ নিয়ম পালন কৰি চলে নে বাৰু?"

"বাধ্যত পৰিলে কৰে—নহ'লে এইবোৰ মাত্ৰ যশস্যা অৰ্জন কৰিবৰ বাবেহে কৰা হয়। ইয়াকে ব্ৰাহ্মণ যুৱকৰ বিষয়-ভোগ ত্যাগৰ কঠোৰ তপস্যা বুলি জনসাধাৰণে বিশ্বাস কৰে।"

"সেয়ে যদি হয় ইতিমধ্যেই কুৰুৰজাই মোৰ পিতাক কেইখনমান গাঁও, সোণ-ৰূপ, দাস আৰু ঘোঁৰা-ৰথ দিছে। আমাৰ ঘৰত দাসী-কন্যা অনেক আছেই, তেওঁ এতিয়া আৰু তিনিজনী পঠিয়াই দিছে—তাহাঁতৰ কাৰণে কোনো কামেই নাই।"

"তাহাঁতক বেচি দিয়া, লোপা। তাহাঁত গাভৰু, প্ৰতিজনীৰ কাৰণে ত্ৰিশটাকৈ সোণৰ মোহৰ পাবা।"

"অহ, নহয়। নেপায়—আমি ব্ৰাহ্মণ—আনতকৈ জ্ঞানী আৰু শিক্ষিত—কাৰণ জ্ঞান আহৰণৰ অৰ্থে আমাৰ সুবিধা আছে, আজৰি আছে। কিন্তু দাস-দাসীহঁতৰ জীৱনৰ কথা ভাবিলে ব্ৰহ্মা, ইন্দ্ৰ, বৰুণ আৰু আন দেৱতাসকল, বশিষ্ঠ, ভৰদ্বাজ, ভৃগু, অঙ্গিৰা আদি ঋষিসকল, আৰু পিতাৰ নিচিনা চহকী ব্ৰাহ্মণসকলৰ প্ৰতি মোৰ ঘৃণাৰ ভাৱহে ওপজে। য'তে ত'তে দেখিবা ব্যৱসায়, দৰাদৰি, লাভ খোৱাৰ লোভ। এদিন মোৰ পিতাই পঞ্চাশটা সোণৰ মোহৰ লৈ কোশলৰ সদাগৰ এজনলৈ কানি দাসীৰ মতাটো বেচি দিলে। তাই কান্দি-কাটি আউলী-বাউলী হৈ মোক খাটনি ধৰিলেহি। মই পিতাক কলোঁগৈ। তেওঁ উত্তৰ দিলে—'আমাৰ ঘৰতে যদি আমাৰ আটাইবোৰ দাস ৰাখাই—তাহাঁতলৈ ঠাইনো হব ক'ৰ? আৰু যদি এই দাসটো ৰাখাই তোমাৰনো সি কি উপকাৰত আহিব? এই টকাকেইটা হেৰুৱাবা।' সিহঁতহঁত আঁতৰা-আঁতৰি হোৱাৰ আগৰাতি সিহঁতে হুৱাওৱাৰে কিমান যে কান্দিলে! তাহাঁতৰ সৰু ছোৱালী এজনী আছিল, দুবছৰ হৈছিল মাত্ৰ—সকলোৱে কয় তাইৰ চেহেৰা-পাতি হেনো পিতাৰ লগত মিলে। তাই উপজি পুৱাতে উঠি কান্দিয়েই আছিল। কিন্তু মাতাটোক বেচি দিয়া হ'ল, সি যেন মানুহ নহয় পশুহে আৰু যেন সেইবাবেই ব্ৰহ্মাই তাক আৰু তাৰ পো-পোৱালিহঁতক সৃজন কৰিছিল! মই এইবোৰ কথা মানি লব নোৱাৰোঁ, প্ৰবাহণ। তোমাৰ দৰে মই তিনিওখন বেদ অধ্যয়ন কৰা নাই যদিও শুনিবলৈ পাইছোঁ আৰু শুনি ইয়াকে বুজিছোঁ তাত কেৱলমাত্ৰ চকুৰে নেদেখা



অশৰীৰী পদাৰ্থ—জগৎ—শক্তি—মায়াৰ প্ৰলোভন আৰু সেইবোৰৰ সন্ত্ৰাসৰ কথাহে কোৱা হৈছে।"

প্ৰবাহণে লোপাৰ ৰঙা পৰি থকা গালখনত কপালখন থৈ ক'লে—"আমাৰ ভাল-পোৱাই দেখিছোঁ মতভেদ পোষণ কৰিবলৈহে সুবিধা দিছে।"

"আৰু মতভেদেহে আমাৰ ভালপোৱা গাঢ়তৰ কৰি তুলিছে।"

"হয়, লোপা—তুমি নহৈ আন কোনোবাই এনে কথা কোৱা হ'লে মোৰ খঙেই উঠিলেহেতেন। কিন্তু সকলো দেৱ-দেৱতা, ঋষি-মুনি, গুৰু-আচাৰ্যৰ প্ৰতি তোমাৰ সেই ওঁঠ দুটিয়ে প্ৰয়োগ কৰা কটু বাক্যবাণ হানিলে মোৰ এনেহে লাগে যেন মই তাত চুমাহে দিম—কেলৈ বাৰু?"

"কিয়নো আমাৰ নিজৰ ভিতৰতে প্ৰায়েই দুটা পৰস্পৰ-বিৰোধী ভাৱৰ দ্বন্দ্ব চলে আৰু আমি সেই দুয়োটাকে সহিব পাৰোঁ—যিহেতু সিহঁত আমাৰ নিজৰে অভেদ অঙ্গ-বিশেষ।"

"আৰু তুমি লোপা, তুমিও মোৰ অভিন্ন অঙ্গ।"

[ ২ ]

"তুমি শিবিৰ চাল-কাপোৰো নিপিন্ধা, কাশীৰ চন্দনৰ প্ৰলেপো নোলোৱা—এইবোৰৰ প্ৰতি তোমাৰ ইমান বিতৃষ্ণা কিয়হে?"

"সেইবোৰ পিন্ধিলে মোক কিবা বেছি ভাল দেখি নেকি?"

"মোৰ কাৰণে তুমি সদায়েই ধুনীয়া।"

"তেনেহলে সেইবোৰ পিন্ধি মোৰ গাটোত বোজা দি কষ্ট লোৱাৰেবা আৱশ্যকতা কি? সঁচা কথা কবলৈ গ'লে, প্ৰবাহণ, তেওঁলোকে যে ৰাজ-মুকুট বোলে সেই মৰ-বোজাটো তুমি মূৰত লোৱা দেখিলে মই বৰ বেজাৰ পাওঁ।"

"আন তিৰোতাই আকৌ কাপোৰ-কানি, অা-অলঙ্কাৰত লাগি কাজিয়া কৰিবলৈকে ওলায়।"

"মই তেনে তিৰোতা নহয় একা।"

"কিন্তু পাঞ্চাল-ৰজাৰ অন্তৰ শাসন কৰা তিৰোতাগৰাকী হ'লা তুমিয়েই।"

"মই প্ৰবাহণৰ পত্নীহে, পাঞ্চালৰ ৰাণী নহয়।"

"সঁচাই প্ৰিয়ে, আজিৰ দিনটোৰ কথা আমি সপোনতো জানো ভাবিব পাৰিছিলোঁ?

মই যে পাঞ্চালৰ ৰাজকোঁৱৰ এই কথা আমাৰপৰা মোমায়ে একেবাৰে লুকাই ৰাখিছিল।”

“পিতাইনো আৰু কি কৰিব? পাঞ্চাল-ৰজাৰ শ শ-গৰাকী কুঁৱৰীৰ ভিতৰত মোৰ জেঠায়ো আছিল এগৰাকী আৰু তোমাতকৈ ডাঙৰ ৰাজপুত্ৰও আছিল এবুৰিমান। এদিন তুমি যে পাঞ্চালৰ সিংহাসনৰ উত্তৰাধিকাৰী হবা—কোনে আশা কৰিছিল?”

“বাৰু লোপা, তুমিনো এই ৰাজপ্ৰাসাদত থাকি অলপো সুখ নোপোৱা কেলৈ?”

“কিয়নো মোৰ পিতা গাৰ্গ ব্ৰাহ্মণে শিষ্যসকলক পঢ়োৱা সেই বিদ্যালয়ৰ অট্টালিকাটোত থাকিয়েই মোৰ বৰ অসুখ লাগিছিল। আমাৰ কাৰণে সেইটো এটা শুৱনি অট্টালিকা কিন্তু তাৰ দাস-দাসীবিলাকৰ কাৰণে সি কি? আৰু এই ৰাজপ্ৰাসাদ সেই বিদ্যালয়তকৈ হেজাৰগুণে ডাঙৰ। তোমাৰ মোৰ বাহিৰে এই ঘৰৰ সকলোৱেই দাস। দুই মুক্ত আত্মাই দাস-দাসীৰে ভৰা এটা অট্টালিকাক মুক্ত-ভূমিত পৰিণত কৰিব নোৱাৰে। মই বৰ আচৰিত হৈছোঁ, প্ৰবাহণ, বৰ আচৰিত হৈছোঁ। তোমাৰ অন্তৰ ইমান কঠোৰ হব পাৰে কেনেকৈ?”

“সেইবাবেইতো তোমাৰ তীক্ষ্ণ বাণ যেন কটু-বাক্যকো সহ কৰিব পাৰিছোঁ।”

“নহয়, কোনো মানুহেই তেনে হোৱা উচিত নহয়।”

“মই অকল মানুহেই হবলৈ যত্ন কৰা নাছিলোঁ—ভাবিছিলোঁ এজন যোগ্য লোক হওঁ। সেই যোগ্যতা অৰ্জনৰ বাবে মানসিক শিক্ষা লোৱা সময়ত মই যে এদিন ৰাজকাৰেঙত পদাৰ্পণ কৰিবহি লাগিব—তেনে ধাৰণাই মোৰ মনত লেশমানো ঠাই পোৱা নাছিল।”

“মোক ভাল পোৱাৰপৰা তুমি খেদ কৰিবলগীয়া হোৱা নাইতো, প্ৰবাহণ?”

“আইৰ স্তনপানৰ দৰে তোমাক ভাল পোৱাটোও মোৰ মানত এটা স্বাভাৱিক কথা আৰু বিনা আয়াসতে মই ইয়াক লাভ কৰিলোঁ—এতিয়া তোমাক মোৰ নিজ অঙ্গৰ দৰেই ভাল পাওঁ। মই বিষয়ী প্ৰাণী, লোপা। কিন্তু মই তোমাৰ ভালপোৱাৰ মূল্য কি, জানো। মানুহৰ মনৰ গতিৰ ধাৰ সদায় একেদৰে নচলে। দুৰ্বলতাই যেতিয়াই মোক আৱৰি ধৰে, জীৱন মোৰ কাৰণে দুৰ্বহ হৈ উঠে তেতিয়া তোমাৰ ভালপোৱা আৰু চেনেহৰ ডোলেহে মোক সকাহ দিয়ে।”

“কিন্তু মই তোমাক যিমান সহায় কৰিব খোজোঁ সিমানখিনি কেতিয়াও কৰিব পৰা নাই—সেয়েহে মোৰ বৰ দুখ লাগে প্ৰবাহণ।”

“কাৰণ ৰাজ্য শাসনৰ বাবে মই জন্ম ললোঁ।”

“কিন্তু এসময়ত পণ্ডিত হোৱাইতো তোমাৰ অভিলাষ আছিল।”



“মই যে পাঞ্চালপুৰীৰ (কনৌজ) ৰাজপ্ৰাসাদৰ উত্তৰাধিকাৰী, সেই সময়ত মই সেইকথা বুজিব পৰা নাছিলোঁ।”

“কিন্তু ৰাজকাৰ্যৰ লগত সম্পৰ্ক নথকা বিষয় কিছুমানত লাগিবৰে বা প্ৰয়োজন কি?”

“ব্ৰহ্মাক এৰি ব্ৰহ্মৰ পৰিকল্পনা—তাৰ মানে সৃষ্টি এৰি স্ৰষ্টা অভিমুখে আগবঢ়া মোৰ অভিযানৰ কথা তুমি কৰ খুজিছা? কিন্তু লোপা, ই ৰাজকাৰ্যৰ বাহিৰা বিষয় নহয়। ৰাজপাট খাওঁতা মোৰ বোপা-ককাইঁতে ৰাজক্ষমতাক সমৰ্থন জনাবৰ বাবেই বশিষ্ঠ, বিশ্বামিত্ৰক ইমান সন্মান প্ৰদৰ্শন কৰিছিল। সেই ঋষিসকলে ইন্দ্ৰ, অগ্নি, বৰুণৰ নামত জনসাধাৰণক ৰাজ-ইচ্ছাৰ অনুগামী হবলৈ শিকনি দিলে। সেইদিনৰ ৰজাই সৰ্বসাধাৰণ ৰাইজৰ মনত বিশ্বাস জন্মাবৰ অৰ্থে ব্যয়বহুল যাগ-যজ্ঞও কৰিছিল। আজিকালিও আমি যজ্ঞ কৰোঁ, ব্ৰাহ্মণ-পুৰোহিতসকলক অপৰিমিত দান-দক্ষিণা দিওঁ—প্ৰজাসকলক দেৱতাসকলৰ ঐশ্বৰিক শক্তিত বিশ্বাস নিয়াবৰ বাবেই—তেওঁলোকক এনে ধাৰণাৰ বশৱৰ্তী কৰাবলৈকে চেষ্টা কৰোৱা হয়—আমি যেন দেৱতাৰ অনুগ্ৰহতেই মিহি চাউল, কোমল গো-মাংস, বহুমূলীয়া মণি-মুক্তা, সোণ-ৰূপ ভোগ কৰিবলৈ পাইছোঁ।”

“পুৰণি দেৱ-দেৱতাসকলেই যথেষ্ট—নতুনকৈ অৱতাৰণা কৰা ব্ৰহ্ম এগৰাকীৰ আৱশ্যকতাই বা কি?”

“বহুতো পুৰুষ পাৰ হৈ গ'ল। কিন্তু আজিলৈকে কোনেও ইন্দ্ৰ, বৰুণ বা ব্ৰহ্মাক চকুৰে দেখা নাই। গতিকেই কোনো কোনোৰ মাজত সন্দেহৰ সৃষ্টি হৈছে।”

“তেওঁলোকে তোমাৰ ব্ৰহ্মকো সন্দেহৰ চকুৰে নেচাব নে?”

“সেইবাবেই ব্ৰহ্মৰ এনে আখ্যা দিয়া হৈছে যে কোনেও তেওঁক প্ৰত্যক্ষ চকুৰে দেখাৰ আশা কৰিব নোৱাৰে। যি ব্ৰহ্ম অশৰীৰী নিৰাকাৰ আকাশ মাথোন, যি সৰ্বব্যাপী, সেই ব্ৰহ্মক দেখা পোৱাৰ প্ৰশ্ন কেনেকৈ তুলিব পাৰে? এনেবোৰ প্ৰশ্ন অতীতৰ সেই সাকাৰ দেৱতাসকলৰ বেলাতহে উঠিব পাৰে।”

“তুমি আকাশ আকাশ কৰি যিবোৰ কথা কৈছা সেইবোৰে সৰ্বসাধাৰণকহে নেলাগে উদ্দালক, আৰুণীৰ নিচিনা ব্ৰাহ্মণবো মতিভ্ৰম ঘটাইছে। তুমি অৱতাৰণা কৰা এইবোৰ জনসাধাৰণৰ চকুত ধূলি দিয়াৰ বাহিৰেতো একো নহয়।”

“তুমি মোৰ সকলো জানা, লোপা। তোমাৰ আগত মই একো লুকাব নোৱাৰোঁ। ৰাজক্ষমতা হাতৰ মুঠিত ৰাখিবলৈ হ'লে সংশয়ৰ প্ৰচাৰকাৰীসকলৰ তৰ্কবাদত বাধাদান দিয়াটো অতি প্ৰয়োজনীয়। যিসকল সন্দেহবাদী তেওঁলোকৰ নিজ বিদ্যা-বুদ্ধি আৰু জ্ঞান সম্পৰ্কে তেওঁলোকৰ নিজৰ মনতে সন্দেহ জগাব লাগিব। কিয়নো আজি আমাৰ

কাৰণে দেৱ-দেৱতা পূজা-পাতলত সন্দেহ আৰোপ কৰা লোকসকলকে শত্রু বুলি ভয়ৰ চকুৰে চোৱা উচিত।"

"এইবোৰ কৰলৈ যাওঁতে তুমিতো ব্ৰহ্মৰ সত্তাৰ কথা কৈছা, দৰ্শনৰ কথাও কৈছা।"

"স্থিতি হবলৈ হ'লেই তাক নিশ্চয় উপলব্ধিও কৰিব পাৰিব লাগিব। সত্তা আছে বাবেই দৰ্শনো থাকিব। কিন্তু ইন্দ্ৰিয়ৰ দ্বাৰা নহয়। ইন্দ্ৰিয়বোধৰ কথা কবলৈ গ'লেই সন্দেহবাদীয়ে আকৌ তাক চকুৰে চাবলৈ বিচাৰিব। মই তেওঁলোকক কি কৈছোঁ জানা, সেই ব্ৰহ্মজ্ঞান পাবলৈ হ'লে অতি সূক্ষ্মাতিসূক্ষ্ম ইন্দ্ৰিয়বোধৰ প্ৰয়োজন—সেই সূক্ষ্ম ইন্দ্ৰিয়জ্ঞান লাভ কৰিবলৈ লাগে সাধনা। সেই সাধনাৰ বাবে মই কিছুমান শাস্ত্ৰীয়-নীতি প্ৰণয়ন কৰিছোঁ—এইবোৰে মানুহক বহুতো পুৰুষলৈকে পকৰাই-পোৱ-মানুহৰ নিচিনাকৈ বাটকুৰি বোৱাই ঘূৰাই লৈ ফুৰিব আৰু সেইবাবেই ইয়াৰ ওপৰত মানুহৰ বিশ্বাসো নেহেৰুৱাব। পুৰোহিতসকলৰ খহটা মামৰে ধৰা অস্ত্ৰবোৰ কামত নলগা হোৱাত মই এই ধুনীয়া উপায় উদ্ভাৱন কৰিছোঁ। অসভ্য লোকসকলৰ শিল আৰু তামৰ সা-সঁজুলিবোৰ তুমি দেখিছা নহয়, লোপা?"

"ওঁ, দেখিছোঁ। আমি যে একেলগে দাক্ষিণাত্যৰ হাবিতলীয়া অঞ্চলবোৰ চাবলৈ গৈছিলোঁ—তেতিয়াই।"

"অঁ হয়, হয়, আমি যমুনা পাৰ হৈ যাওঁতে। পিছে হেৰা, আমাৰ খাঁটি লোহাৰ অস্ত্ৰৰ আগত এই তাম-সোণৰ অস্ত্ৰবোৰ কিবা কামত আহে নে?"

"নাহে।"

"তাকেতো কব খুজিছোঁ, বশিষ্ঠ, বিশ্বামিত্ৰৰ পুৰণি দেৱ-দেৱতা, যাগ-যজ্ঞই সেই অসভ্য লোকসকলৰ আদিম মনোবৃত্তিক সন্তুষ্ট কৰি ৰাখিব পাৰিছিল। কিন্তু আজিৰ সন্দেহবাদীসকলৰ বুদ্ধি-বৃত্তি আৰু জ্ঞানৰ সন্মুখীন হবলৈ সেই পন্থা মূল্যহীন হৈ পৰিছে।"

"তেওঁলোকৰ আগত তোমাৰ ব্ৰহ্মও সেই একে মূল্যহীনেই হব। তুমি ব্ৰাহ্মণ পণ্ডিতসকলক তোমাৰ শিষ্যত্ব গ্ৰহণ কৰাবলৈ যত্ন কৰিছা—তেওঁলোকক পৰমাৰ্থিক তত্ত্বজ্ঞান শিকাবলৈ বিচাৰিছা আৰু তোমাৰ নিজ ঘৰৰ ভিতৰত বহি তোমাৰ সকলো কথাই মিছা প্ৰৱঞ্চনা বুলি মই গণ্য কৰিছোঁ।"

"হয়—কিয়নো তুমি ইয়াৰ ৰহস্য ( উপনিষদ )বোৰ জানা।"

"ব্ৰাহ্মণসকল যদি সঁচাকৈয়ে জ্ঞানীয়েই হয় তেওঁলোকে তোমাৰ ৰহস্য উদ্ঘাটন কৰিব নোৱাৰিব নে?"

"তোমাৰ মনত সেইকথাও খেলাইছে। কোনো কোনো হয়তো পৰীক্ষা কৰি চাই সেই ৰহস্য ভেদ কৰিবলৈ সক্ষম হব। কিন্তু মোৰ এইপাট অস্ত্ৰ—উপনিষদৰ



ৰহস্য তেওঁলোকলৈও অতি লাগতিয়াল হব বুলি বুজিব পাৰিব। পুৰোহিতালি আৰু তেওঁলোকৰ শিকনিৰ ওপৰত মানুহৰ আস্থা নোহোৱা হৈছে। ইয়াৰ পৰিণাম হবগৈ তেওঁলোকৰ দান-দক্ষিণাৰ সুঁৰ মৰিব, উঠি ফুৰিবলৈ ঘোঁৰাৰ ৰথ, খাবলৈ সুখাদ্য, থাকিবলৈ ধুনীয়া ঘৰ আৰু ভোগ কৰিবলৈ দাস-দাসীবোৰৰপৰা বঞ্চিত হব।"

"এই আটাইখিনি তেনে ধন ঘটাৰ উপায়হে?"

"স্বীকাৰ কৰিছোঁ। একধৰণৰ ধন ঘটাৰ উপায়েই, কিন্তু ইয়াত লোকচানৰ ভয় নাই। সেইবাবেইতো উদ্দালকৰ নিচিনা চতুৰ ব্ৰাহ্মণসকলো সমিধ—পবিত্ৰ যজ্ঞ-কাষ্ঠ—লৈ শিষ্যৰূপে মোৰ ওচৰলৈ আহিছে আৰু মই ব্ৰাহ্মণৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শনৰ ভাও ধৰি যজ্ঞোপবীত আৰু ক্ৰিয়াকাণ্ডৰ শিক্ষা নিদিয়াকৈ, বিধিমতে গুৰু নোহোৱাকৈ মোৰ ব্ৰহ্ম-তত্ত্বজ্ঞান প্ৰদান কৰিছোঁ।"

"ই অতি নীচ চক্ৰান্ত, প্ৰবাহণ।"

"মানি লৈছোঁ, কিন্তু আমাৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে ই অতি উৎকৃষ্ট পন্থা। বশিষ্ঠ, বিশ্বামিত্ৰই গঢ় দিয়া নাওখন এহেজাৰ বছৰো টিকি থাকিব নোৱাৰিলে। কিন্তু প্ৰবাহণে গঢ়া এই নৌকাৰে ৰজা-মহাৰজা, যুৱৰাজ আৰু আনৰ সম্পত্তিৰ ওপৰত নতি থকা সকলোৱে নিৰ্বিঘ্নে এতিয়াৰপৰা দুহেজাৰ বছৰলৈ তৃপ্তি থাকিব। লোপা, মই দেখিবলৈ পালোঁ অতীতৰ পুৰণি নাওখনত—অৰ্থাৎ যাগ-যজ্ঞ আৰু ক্ৰিয়াকাণ্ডত—ঘুণে ধৰিলে আৰু তাৰ ঠাইত মই ন-কৈ এখন মজবুত নাও গঢ়িছোঁ—এই নাও ভালকৈ বাব জানিলে কি পুৰোহিত, কি ব্ৰাহ্মণ, কি ক্ষত্ৰিয় সকলোৱেই ক্ষমতা আৰু সৌভাগ্যৰ অধিকাৰী হব পাৰিব। পিছে এই আকাশৰূপী ব্ৰহ্মৰ বাহিৰেও মই আন এটা তথ্যও আবিষ্কাৰ কৰিছোঁ।"

"সেইটো কি আকৌ?"

"পুনৰ্জন্মবাদ—মৃত্যুৰ পিছত এই পৃথিৱীলৈ আকৌ ঘূৰি অহা।"

"আভুৱা ভৱাৰ ইও এটি নিকৃষ্ট পন্থা।"

"আৰু অতি কাৰ্যকৰী পন্থা। ইয়াৰ বলতে ৰজা, পুৰোহিত, সদাগৰে অপাৰ সুখ-সম্ভোগৰ দৌল বান্ধিছে—ইফালেদি ইয়াৰ পৰিণাম স্বৰূপে সাধাৰণ প্ৰজা ভিকহু হৈ গৈছে। এতিয়া আকৌ কিছুমান মানুহ ওলাই কাৰিকৰ, খেতিয়ক দাস-দাসী আদি বাইজৰ ভিকহু অৱস্থাৰ সুবিধা লৈ তেওঁলোকক কয়গৈ—'আৰ্জনৰ ফল আনক দান দিছা আৰু নিজে কষ্ট-সহিষ্ণু হৈছা। দুখ-কষ্ট, দান-দক্ষিণাৰ ফল স্বৰূপে মৃত্যুৰ পিছত তোমালোকে স্বৰ্গলৈ গতি কৰিবা—এনে কথাৰে তোমালোকৰ মনত মিছা আশাৰ সঞ্চাৰ কৰিবলৈ চাটু কথা কওঁতাইতে তোমাৰ চকুত ধূলি দিছে মাত্ৰ।

কোনেওতো আজিলৈকে মৃতসকলৰ প্ৰেতাত্মাই ভোগ কৰা স্বৰ্গসুখ দেখা নাই।' —বুজিছা, লোপা। তেওঁলোকলৈ মোৰ প্ৰত্যুত্তৰ এয়ে—পৃথিৱীত উচ্চ-নীচ, উৎকৃষ্ট আৰু নিকৃষ্ট জাতি, ধনী-দুখীয়াৰ প্ৰভেদ পূৰ্বজন্মৰ কৰ্মৰ ফলতহে হয়। জন্মৰ আগৰ সৎ আৰু অসৎ কাৰ্যৰ ফলাফল আমি ইয়াত ভোগ কৰোঁহঁক। এই কথাবোৰ প্ৰত্যক্ষভাৱে দেখুৱাই দিয়া হৈছে।"

"চোৰে চুৰ কৰি ধন ঘটে। সেইবুলি সেই ধনকো সি পূৰ্বজন্মৰ কৰ্মৰ ফল বুলি কব পাৰে নে?"

"নকয়, তাৰ ব্যৱস্থাও সুকীয়া। আমি আগৰেপৰাই দেৱতা, ঋষি আৰু জনসাধাৰণৰ বিশ্বাসৰ আশ্ৰয় গ্ৰহণ কৰিবলৈ সমৰ্থ হৈছোঁ আৰু ইয়াৰ ফলতে চোৰে অৰ্জন কৰা সম্পত্তি পূৰ্বজন্মৰ ফল বুলি কোনেও ভুল নকৰে। এই জন্মত বিনাশ্ৰমে সা-সম্পত্তি ভোগ কৰিবলৈ পোৱাটো দেৱতাৰ আশীৰ্বাদ বুলি আমি কওঁ। কিন্তু এতিয়া দেৱতা আৰু দেৱতাৰ কৃপাৰ ওপৰত যেতিয়া মানুহৰ সন্দেহ উপজিছে, আন ধৰণৰ কিবা এটা ফন্দি উলিওৱা আমাৰ পক্ষে অত্যন্ত প্ৰয়োজনীয়। আমাৰ ব্ৰাহ্মণসকলে তেনে উপায় এটাৰ চিন্তা কৰিবলৈ অপাৰগ হৈ পৰিছে—অতীতৰ ঋষিসকলৰ ৰচিত মন্ত্ৰৰ বাণী মুখস্থ কৰি কৰিয়েই তেওঁলোকে জীৱনৰ চল্লিশ-পঞ্চল্লিশ বছৰ কাল অতিবাহিত কৰে—তেওঁলোকেনো আকৌ কেনেকৈ বাৰু এটা জ্ঞানগৰ্ভ নতুন তথ্য উদ্ভাৱন কৰে?"

"কিন্তু তেনে ধৰণৰ বিদ্যালাভ কৰিয়েই তুমিওতো বহুত দিন কটালা, প্ৰবাহণ।"

"কেৱল ষোল বছৰ মাত্ৰ। চৌবিশ বছৰ বয়সত মই ব্ৰাহ্মণৰ বিদ্যা শিক্ষা এৰি সংসাৰত প্ৰবেশ কৰিলোঁ। এই বিশাল জগতত মোৰ শিকিবলগীয়া বহুতো আছে। আউলীয়া ৰাজকাৰ্যৰ মেৰপাকৰ মাজত মই যেতিয়া সোমাই পৰিলোঁ—পুৰোহিতসকলে গঢ়া পুৰণি নাওখন এতিয়া আৰু সাগৰৰ উপযোগী হৈ থকা যে নাই, এই কথা বঢ়িয়াকৈয়ে বুজিব পৰিলোঁ।"

"আৰু সেইবাবে তুমি তোমাৰ মজবুত নাওখন সাজিছা।"

"সত্য অনত্যৰ লগত মোৰ কোনো সম্পৰ্ক নাই কিন্তু কাৰ্যকাৰিতা লৈহে কথা, লোপা। এই পৃথিৱীত পুনৰ্জন্মলাভ কৰাৰ কল্পনা বৰ্তমান অভিনৱ যেন লাগে আৰু ইয়াৰ অন্তৰালত লুকাই থকা স্বাৰ্থপৰ অভিপ্ৰায়টোও তুমি বুজিব পাৰিছা। কিন্তু মোৰ ব্ৰাহ্মণ শিষ্যসকলে ইয়াক ইতিমধ্যেই আয়ত্ত কৰি ইয়াৰ প্ৰচাৰ আৰম্ভ কৰি দিছে। পিতৃযান আৰু দেৱযান পন্থৰ শিক্ষা লভিবলৈ মানুহে এতিয়াও গুৰুৰ ঘৰত বাৰ বছৰ শিক্ষালাভ কৰিবলৈ হেপাহ কৰে। তুমি-মই হয়তো ইয়াক চাবলৈ জীয়াই নেথাকিম



লোপা। কিন্তু এনে এদিন আহিব যিদিনা দৰিদ্ৰ সৰ্বহাৰাহঁতে পুনৰ্জন্মৰ আশাৰে গোটেই জীৱন দুখ-কষ্টৰ তিক্ততা আৰু অন্যায়ক স্বেচ্ছাই মূৰ পাতি লব। স্বৰ্গ আৰু নৰকৰ সংজ্ঞা দিবলৈ মই অতি উজু উপায় অৱলম্বন কৰিছোঁ, লোপা।"

"কিন্তু তোমাৰ নিজ পেটৰ খাতিৰত শ শ পুৰুষৰ আগলৈকে তুমি সৰ্বসাধাৰণ ৰাইজক ধ্বংসৰ পথলৈ আগুৱাই দিছা।"

"বশিষ্ঠ আৰু বিশ্বামিত্ৰয়ো নিজৰ পেটৰ দায়তে বেদ ৰচনা কৰিছিল, লোপা। তেওঁলোকে উজনি পাঞ্চালৰ ৰজা দিবোদাসৰ গুণানুকীৰ্তন কৰি কৰি শ্লোকৰ পিছত শ্লোক ৰচনা কৰিছিল।* কিন্তু দিবোদাসো অকল অসুৰ ঘাটি কেইটামানহে দখল কৰিছিল। নিজৰ পেটৰ সংস্থান কৰাটো একো বেয়া কথা নহয় আৰু যেতিয়া আমি আমাৰ নিজৰ লগতে আমাৰ নাতি-পুতি, আমাৰ ভাই-বন্ধু সকলবো সংস্থানৰ যোগাৰ কৰি যাব পাৰোঁ—আমি অমৰ কীৰ্তি অৰ্জন কৰি যাওঁ। অতীতৰ ঋষিসকলৰ সাধ্যাতীত আৰু ধৰ্মৰ নামত বৰ্তি থকা পুৰোহিত-ব্ৰাহ্মণসকলে সাধন কৰিব নোৱাৰা এটা বিৰাট কাৰ্য প্ৰবাহণে সাধন কৰিলে।"

"তুমি বৰ নিষ্ঠুৰ প্ৰবাহণ।"

"কিন্তু মই যোগ্যতাৰে মোৰ কৰ্তব্য সাধন কৰিছোঁ।"

## [ ৩ ]

প্ৰবাহণৰ পঞ্চত্ব প্ৰাপ্তি হ'ল কিন্তু ব্ৰহ্মবাদ, পুনৰ্জন্ম, দেৱজান, পিতৃযান, আত্মাৰ কৰ্মবন্ধ আদি তেওঁৰ মতবাদে বিজয় দুন্দুভি বজাই সিন্ধুৰ পাৰৰপৰা গণ্ডক (সদানীৰা) পৰ্যন্ত খলকনি তুলিছে। যজ্ঞীয় ক্ৰিয়া-কাণ্ডৰ প্ৰভাৱ তেতিয়াও কমা নাই—পুৰোহিতসকলে এই ক্ৰিয়া-কাণ্ড পালনত বিশেষ তৎপৰতা দেখুৱায়। প্ৰবাহণ যদিও ক্ষত্ৰিয় আছিল, তেওঁৰ উদ্ভাৱিত ব্ৰহ্মবাদ ব্ৰাহ্মণসকলে পুঙ্খানুপুঙ্খৰূপে অধ্যয়ন কৰিছিল। এই মতবাদ সম্পৰ্কে কুৰুৰ যাজ্ঞবল্ক্যই বিশেষ ব্যুৎপত্তি অৰ্জন কৰি সৰ্বশ্ৰেষ্ঠ সন্মান লাভ

* ত্বং তদুক্‌থমিন্দ্ৰ বৰ্হণাকঃ
প্ৰযচ্ছতা সহসা শূৰ-দৰ্ষি
অব গিৰেৰ্দাসং শংবৰং হন্ প্ৰাবী
দিবোদাসং চিত্ৰাভিৰুতী
ঋগ্বেদ ৬।২৬।২৫

কৰিছিল। পৱিত্র বিধি-বিধান, প্ৰাচীন ক্রিয়া-কাণ্ডৰ প্রতিষ্ঠাতা বশিষ্ঠ, বিশ্বামিত্ৰ, ভৰদ্বাজ আদি ঋষি-মুনিসকলৰ জনমভূমি এই কুৰু-পাঞ্চাল দেশখনত ব্রহ্মবাদী যাজ্ঞবল্ক্যৰ, আৰু স্ত্রী-পুৰুষ নির্বিশেষে তেওঁক আৱৰি থকা শিষ্যবর্গৰ জয়গান মুখৰিত হবলৈ ধৰিলে। এতিয়া যাগ-যজ্ঞতকৈ ব্ৰহ্মবাদী নতুন পণ্ডিতসকলৰ অভিবর্তন পাতি বেছি খ্যাতি অর্জন কৰিব পৰা হয় গতিকে ৰজাই ৰাষ্ট্ৰীয় উৎসৱবিলাকৰ লগত নাইবা স্বকীয়াকৈ এনে একোখন অভিবর্তন পাতে, আৰু ইয়াৰ লগতে সেই অভিবর্তনৰ শ্রেষ্ঠ বিজয়ী তার্কিকজনক দান হিচাপে হয়-হস্তী, দাসী-কন্যা আদি অর্পণ কৰা হয়। দানত যুৱতীয়েই আগঠাই পায় কিয়নো ৰাজ-অন্তেসপুৰত লালিত-পালিত কন্যাসকলৰ প্রতি এই তাত্ত্বিকসকলৰ বিশেষ মোহ আছে।

বহুতো অভিবর্তন আৰু তর্ক সভাত জিকি যাজ্ঞবল্ক্যই শ্ৰেষ্ঠতা লাভ কৰিছিল। বিদেহৰ (তিৰ্হুত) জনক ৰজাই আয়োজন কৰা এখন তর্কসভাত যাজ্ঞবল্ক্যই স্মৰণীয়ভাৱে জয়লাভ কৰি তেওঁৰ শিষ্য সোমশ্রবাৰ হতুৱাই এহেজাৰ গাই-গৰু লৈ গৈছিল। যাজ্ঞবল্ক্যই বিদেহৰপৰা কুৰু দেশলৈ এই অতজাক গৰু খেদি নিয়াৰ আৱশ্যকতা বোধ নকৰে, সেইবাবে ওচৰ-চুবুৰীয়া ব্ৰাহ্মণসকলক এই গৰু ভগাই দি তেওঁৰ যশস্যা আৰু বৃদ্ধি কৰিলে। কিন্তু তেওঁ ধন-সোণ, দাস-দাসী, ঘোঁৰা-গাড়ীবোৰ নাও ভৰাই কুৰু দেশলৈ লৈ গ'ল।

প্ৰবাহণৰ মৃত্যু হোৱা এতিয়া ষাঠি বছৰ হ'ল। তেওঁৰ মৃত্যুৰ সময়ত যাজ্ঞবল্ক্যৰ জন্ম হোৱাই নাই। লোপাৰ এতিয়া এশ বছৰৰ কাষ চাপিল। তেওঁ এতিয়াও পাঞ্চাল নগৰীৰ বাহিৰৰ ৰাজকীয়া উদ্যান এখনতে বাস কৰে। এই বাগিচাৰ আম, কল আৰু ডিমৰুৰ শীতল ছাঁত কাল কটাবলৈ তেওঁ ভাল পায়। প্ৰবাহণৰ জীৱিত কালত লোপাই তেওঁৰ আদৰ্শৰ নীৰৱে বিৰোধিতা কৰিছিল। কিন্তু এই সুদীর্ঘ ষাঠি বছৰে তেওঁ প্ৰবাহণৰ দোষবোৰ পাহৰি পেলাইছে—আজীৱন প্ৰেমৰ স্মৃতিহে তেওঁৰ মনত জাহি আছে। এতিয়া বুঢ়ী বয়সতো তেওঁৰ চকুৰ জ্যোতি হ্রাস পোৱা নাই—মনৰ উদ্যমো ম্লান হৈ যোৱা নাই। কিন্তু ব্ৰহ্মবাদীসকলক তেওঁ এতিয়াও ঘৃণাৰ চকুৰে চায়।

এদিন গার্গী পাঞ্চালপুৰলৈ আহিছিল—তেওঁ তত্ত্ব সম্পৰ্কীয় বিতর্কত অংশগ্ৰহণ কৰে। ৰাজ-প্ৰমোদকাননৰ এখন উদ্যানতে তেওঁক সসন্মানে ৰখোৱা হৈছিল। জনক ৰজাৰ সভাত যাজ্ঞবল্ক্যই তেওঁক কেনেকৈ নিসঙ্কোচে পৰাস্ত কৰিছিল, তাক তেওঁ মনৰপৰা আঁতৰ কৰিব পৰা নাই। "সাৱধান গাৰ্গী, অধিক প্রশ্ন নকৰিবা—তোমাৰ মূৰ খহি পৰিব"—তর্কৰ পন্থা এয়েই নে বাৰু? কেৱলমাত্ৰ ৰক্ত-পিপাসুৱেহে এনে কথা কব পাৰে বুলি গার্গীয়ে ভাবে।



পিতাকৰ ফালৰপৰা লোপা গাৰ্গীৰ সম্পৰ্কীয়া আৰু গার্গীৰ সৈতে তেওঁৰ বেছ পৰিচয় আছে যদিও ব্রহ্মবাদ সম্পৰ্কীয় প্রশ্ন লৈ দুয়োৰো মতৰ সম্পূর্ণ অমিল। গাৰ্গীৰ বিৰুদ্ধে যাজ্ঞবল্ক্যই যিপাট নীচ অস্ত্ৰ প্রয়োগ কৰিলে তাৰ বেজাৰতে গার্গীৰ অন্তৰ ডেইছে-পুৰিছে। সেইবাবেই আজো-জেঠায়েকৰ ওচৰলৈ যাওঁতে তেওঁ সম্পূর্ণ পৰিবর্তনশীল মনোভাৱ লৈ গৈছিল। তেওঁ অহাৰ লগে লগে লোপাই তেওঁৰ কপালে-চকুৱে চুমা খালে আৰু আঁকোৱালি লৈ কুশল বতৰা, সুখ-সন্তোষৰ কথা সুধিলে। গার্গীয়ে ক'লে, "মই বিদেহৰপৰা আহিছোঁ, জেঠাই।"

"মল্লযুঁজৰ কাৰণে গৈছিলা নেকি আইটি?"

"যুঁজকে বুলিব পাৰা। ব্ৰহ্মবাদৰ তর্কসভাবিলাক মল্লযুঁজৰ বাহিৰে একোৱেই নহয়। মল্লযুঁজৰ দৰে ইয়াতো প্ৰতিদ্বন্দ্বীজনক ছলে-বলে-কৌশলে ঘটুৱাবলৈ চেষ্টা কৰাই এই সভাৰ উদ্দেশ্য।"

"কুৰু-পাঞ্চালৰ ব্ৰহ্মবাদীসকলৰ অনেকেই তেনে এই যুঁজত অৱতীর্ণ হৈছিল, নহয় নে?"

"কুৰু-পাঞ্চালেই এতিয়া ব্ৰহ্মবাদীসকলৰ ঘাটি।"

"মোৰ চকুৰ আগতে মোৰ স্বামী প্ৰবাহণেই প্রথমে এটা ক্ষুদ্র স্ফুলিঙ্গৰে এই আদর্শবাদৰ অগ্নি সঞ্চাৰ কৰিছিল--তেওঁৰ উদ্দেশ্য কিন্তু সৎ নাছিল—কিন্তু আজি তাৰ জুয়ে গোটেই কুৰু-পাঞ্চালতে বনজুই বিয়পাদি বিয়পি পৰি সুদূৰ বিদেহ পাইছেগৈ।"

"জেঠাই, তোমাৰ কথাবোৰৰ সত্যতা মই এতিয়াহে অলপ উপলব্ধি কৰিব পাৰিছোঁ। সঁচা কথা, ধর্মই ভোগ-বিলাস অর্জনৰ সেন্দুৰী আলি। যাজ্ঞবল্ক্যই বিদেহত অপর্যাপ্ত পৰিমাণে সম্পত্তি লাভ কৰিলে আৰু আন ব্ৰাহ্মণসকলেও তাৰপৰা ভাল লাভ পাইছে।"

"আইটি, প্ৰাচীন যাগ-যজ্ঞ পালনতকৈও ই অতি লাভজনক ব্যৱসায়। ৰজা আৰু পুৰোহিতে সমৃদ্ধি অর্জন কৰিবলৈ ই এখন ভাল নাও বুলি মোৰ স্বামীয়ে কৈছিল। সেয়েহে যাজ্ঞবল্ক্য জনকৰ সভাত শ্রেষ্ঠ বুলি পৰিগণিত হ'ল? তুমিও তাত কিবা কৈছিলা নেকি?"

"যদি মই কিবা এষাৰ কবলৈকে নহ'ল গঙ্গাইদি ইমান দূৰ নাও বাই যোৱাৰে বা প্রয়োজন কি?"

"দস্যুৱে তোমাৰ নাও আক্রমণ কৰা নাছিল নে?"

"নাই জেঠাই, সদাগৰহঁতে জাক বান্ধি সৈন্য-সামন্তৰে সজ্জিত হৈ যায়। আমি তত্ত্বদৰ্শীহঁত ইমান মূৰ্খ নহওঁ যে এজন-দুজনে জীৱন বিপন্ন কৰি ফুৰিম।"

"যাজ্ঞবল্ক্যই তেনেহলে সকলোকে ঘটুৱালে?"

"ঘটুওৱাই নহয়, তাতোকৈ বেছি।"

"তুমি কি কৈছা গাৰ্গী ?"

"যাজ্ঞবল্ক্যৰ প্ৰত্যুত্তৰ শুনি প্ৰশ্নকৰ্তা নীৰৱ হৈ যায়।"

"তুমিও নে ?"

"ওঁ ময়ো। কিন্তু তেওঁৰ অসঙ্গত বাক্যইহে মোক নিয়াত কৰালে—তেওঁৰ জ্ঞানৰ প্ৰভাৱে নহয়।"

"অসঙ্গত বাক্য ?"

"মই ব্ৰহ্ম সম্পৰ্কে প্ৰশ্ন সুধিছিলোঁ আৰু তেওঁক এনে শ'লঠেকত পেলাইছিলোঁগৈ যে তেওঁৰ আৰু পৰিত্ৰাণ নাছিল। তেনেতে তেওঁ এনে এক বাক্য প্ৰয়োগ কৰিলে—তেওঁৰ-পৰা তেনে বাক্য শুনিম বুলি মই ভাবিবই নোৱাৰিছিলোঁ।"

"কি ক'লে, আইটি ?"

"মোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি কোনো কথা সুধিবলৈ মোক বাৰণ কৰি দিলে—এনে কথা কৈ পেলালে, 'সাৱধান গাৰ্গী, অধিক প্ৰশ্ন নকৰিবা—তোমাৰ মূৰ খহি পৰিব'।"

"অ' সেই কথা শুনিবলৈ তুমি আশা কৰা নাছিলা, নহয় ? মই কিন্তু সেই আশাতে থাকিলোঁহেতেন। যাজ্ঞবল্ক্যই প্ৰবাহণৰ উপযুক্ত শিষ্য হিচাপে খ্যাতি আৰ্জিছে। মিথ্যাবাদক তেওঁ পূৰ্ণাঙ্গ ৰূপ দিলে। তুমি যে আৰু প্ৰশ্ন নকৰিলা ভালেই হ'ল, গাৰ্গী।"

"মই যে অধিক প্ৰশ্ন নকৰিলোঁ, তুমি জানিলা কেনেকৈ জেঠাই ?"

"জানিলোঁ—কাৰণ তোমাৰ কান্ধত মূৰটো এতিয়াও নিৰাপদে আছে, তাক মই স্বচক্ষে দেখিছোঁ।"

"আৰু মাত মতা হ'লে মোৰ মূৰ খহাই পেলালেহেতেন বুলি তুমি তেনে সঁচাকৈয়ে ভাবা, নহয় ?"

"নিশ্চয়। কিন্তু যাজ্ঞবল্ক্যৰ ব্ৰহ্মৰ প্ৰভাৱত নহয়—আন কোনো লোকক যেনে-ভাৱে হত্যা কৰা হয় তেনে ধৰণেহে।"

"নহয় জেঠাই, তেনে কাম হব নোৱাৰে !"

"তুমি এতিয়াও কেঁচুৱা হৈয়ে আছা, গাৰ্গী। তুমি ভাবিছা এই ব্ৰহ্মবাদ মানে মানসিক বুদ্ধি প্ৰয়োগৰ ঘূৰ্ণীয়মান আৰু লুটি-বাগৰ দি ফুৰিব পৰা এখন মঞ্চ মাত্ৰ—তাৰ বাহিৰে আন একো নহয়। কিন্তু সি নহয়, গাৰ্গী। ইয়াৰ অন্তৰালত ৰজা আৰু পুৰোহিতবৰ্গৰ স্বাৰ্থজনিত প্ৰভাৱ লুকাই আছে। এই মাৰ্গৰ সূত্ৰপাতৰ সময়ত ইয়াৰ সৃষ্টিকৰ্তা মোৰ বাহুৰ আবেষ্টনীত নিদ্ৰামগ্ন আছিল। ৰজা আৰু ব্ৰাহ্মণৰ মৰ্যাদা নিৰাপদে ৰখাৰ ই এটা অতি শক্তিশালী পন্থা—তীখাৰ হেংদাঙতকৈও ই চোকা, ৰক্তসিক্ত সৈন্য-বাহিনীতকৈও পৰাক্ৰমী।"



"জেঠাই, মই হ'লে সেই কথা কেতিয়াও উপলব্ধি কৰিব পৰা নাছিলোঁ।"

"তুমিহে নেলাগে বহুতেই নুবুজে। ময়ো বুজা নাছিলোঁ; বিদেহৰ ৰজা জনকে যে এই ৰহস্য বুজিছে, তাৰো সন্দেহ। কিন্তু যাজ্ঞবল্ক্যই এই সকলো বুজে আৰু মোৰ স্বামী প্ৰবাহণেও বুজিছিল। প্ৰবাহণে ঈশ্বৰ, দেৱ-দেৱতা, যক্ষ-ৰক্ষ, দেৱলোক, পিতৃলোক, ধৰ্ম বা কোনো 'বাদ'কে বিশ্বাস নকৰিছিল। ভোগ-বিলাসকেহে কেৱল তেওঁ মানি লৈছিল—জীৱনৰ প্ৰতি মুহূৰ্ত তেওঁ ভোগ-বিলাসতে কটাইছিল। মৰিবলৈ মাত্ৰ তিনি দিনহে বাকী আছিল—সেইদিনাও বিশ্বামিত্ৰৰ বংশৰ কোনো এজন পুৰোহিতৰ সোণ-বৰণীয়া চুলিৰ ছোৱালী এজনী অন্তেসপুৰলৈ অনা হৈছিল—তেওঁৰ জীৱনৰ সেই সময়ত আৰু কোনো আশা নাছিল, তথাপিও সেই কুৰি-বছৰীয়া ছোৱালীজনীৰ লগত তেওঁ প্ৰেম কৰিছিল।"

"জেঠাই, যাজ্ঞবল্ক্যই গৰুবোৰ দান দি গ'ল—কিন্তু জনক ৰজাই দিয়া ধুনীয়া দাসী-কন্যাবোৰ তেওঁৰ লগত লৈ গ'ল।"

"মই তোমাক নকৈছোঁ নে, তেওঁ প্ৰবাহৰণৰ উপযুক্ত শিষ্য। তেওঁৰ ব্ৰহ্মবাদ মানে কি নেদেখিলা ? এতিয়া মাত্ৰ তুমি আঁতৰৰপৰাহে ওপৰে ওপৰে দেখিবলৈ পাইছা—কাষত থাকি চাবলৈ পালেহে আচল ৰূপ দেখিবা, আইটি।"

"মই অধিক প্ৰশ্ন কৰিবলৈ যোৱা হ'লে মোৰ মূৰ নেথাকিলহেতেন—এই কথা তেনে তুমি সঁচাকৈয়ে নিশ্চয়কৈ ধৰি লৈছিলা, নহয় ?"

"নিশ্চয়কৈ—সেয়েই হ'লহেতেন। পিছে মই তোমাক কৈছোঁৱেই নহয় ই তেওঁৰ কোনো অলৌকিক তেজৰ দ্বাৰা নহ'লহেতেন। এই পৃথিৱীত কতই যে অকালতে নীৰৱে প্ৰাণ এৰিব লগা হৈছে।"

"মোৰ মূৰ ঘূৰাইছে, জেঠাই।"

"আজিহে ? কথা বুজিবলৈ জ্ঞান পোৱাৰ দিনৰেপৰা মোৰ মূৰ ঘূৰিবলৈ লাগিল। সকলো ভণ্ডামি—সকলোবোৰেই প্ৰৱঞ্চনা ! কি ৰাজতন্ত্ৰ, কি ব্ৰাহ্মণবাদ, কি যাগ-যজ্ঞ, কি ক্ৰিয়া-কাণ্ড বোলা—সকলো মাত্ৰ আনে হাড়ভঙা খাটনিৰে গোটোৱা আৰ্জনৰ ফল বিনা আয়াসে ভোগ কৰাৰ পথহে। নিজে সচেতন হৈ বুদ্ধি খটাবলৈ নিশিকা পৰ্যন্ত জনসাধাৰণক কোনেও এই জালৰপৰা উদ্ধাৰ কৰিব নোৱাৰিব। কিন্তু এই আপোন-পেটীয়াইঁতৰ কাৰ্যপ্ৰণালীয়ে সিহঁতক সচেতন হবলৈকো সেইকণ সুবিধা নিদিয়ে।"

"এই প্ৰৱঞ্চনাক ঘৃণাৰ চকুৰে চাবলৈ মানুহৰ অন্তৰত সজ বুদ্ধিৰ উদয় নহব নে ?"

"হব, আইটি, হব। ইয়েই মোৰ অন্তৰৰ একমাত্ৰ আশা।"

# নৱম অধ্যায়

## বন্ধুল মল্ল

স্থান—কুশীনাৰা আৰু মল্লগ্ৰাম—উত্তৰ প্ৰদেশ

সময়—৪৯০ খৃঃ পূঃ

ই এটা ১০০ পুৰুষ আগৰ কালৰ ঐতিহাসিক কাহিনী। সেই সময়ত সমাজিক বৈষম্যই দ-কৈ শিপাইছে। ধনী ব্যৱসায়ী শ্ৰেণীয়ে সমাজত উচ্চ আসন লাভ কৰিছে। মানুহক পৰলোকৰ পথ প্ৰদৰ্শন কৰিবলৈ নাইবা নৰক-মুক্ত কৰিবলৈ অনেক ঋষি-মুনিয়ে জন্মগ্ৰহণ কৰিলে। কিন্তু নিজ চহৰৰ ভিতৰতে বিকট ৰূপ ধাৰণ কৰা দাসত্বৰ নৰক-কুণ্ডখনৰ বেলাত সকলো অন্ধ।

বসন্তৰ প্ৰথম পৰ্য্যোভৱ। গছ-গছনি সৰাপাতৰ পৰিবৰ্তে নতুন ফুল-পাতেৰে সুশোভিত হৈছে। শাল গছৰ বগা বগা ফুলৰ সুবাসে গোটেই কাঠনিখন আমোল-মোলাই আছে। সূৰ্যৰ কিৰণে প্ৰখৰতা লভিবলৈ বহুতো সময় বাকী। এনে সময়তে ডাঠ জোপোহা গছবোৰৰ মাজেদি শুকান পাতৰ ওপৰত মানুহৰ ভৰিৰ শব্দ শুনা যায়।

এজন ডেকা আৰু এগৰাকী গাভৰুৱে ওখ উই-হাঁফলু এটাৰ কাষত থিয় দি তালৈকে ৰ-লাগি চাই আছে। পাতল মুগা-বৰণীয়া যুৱতীৰ লনি মুখখনত ক'লা কেঁকোৰা-কেঁকুৰি চুলিকোছা আউল-বাউল হৈ পৰি থকাত গাভৰুৰ ৰূপত ৰংহে চৰিছে। গাভৰুৰ কান্ধত তেওঁৰ সুঠাম বাহুটো থৈ ডেকাই ক'লে—

"মল্লিকা, এই উই-হাঁফলুটোত ইমাননো মন কৰিব লগা কি আছে ?"

"চোৱাচোন, ই দুটা মানুহৰ সমান ওখ !"

"হয়, ই সাধাৰণ উই-হাঁফলুতকৈ ওখ। কিন্তু ইয়াতোকৈ ডাঙৰ হাঁফলু আছে। বৰষুণ হ'লে এই উই-হাঁফলুবোৰৰপৰা জুই আৰু ধোঁৱা ওলায় বুলি মানুহে কয়, সেই কথা সঁচা হয় নে নহয়, তাক ভাবিয়ে তুমি আচৰিত হৈছা, নহয় ?"

"নহয় সেইবোৰ মিছা সাধুকথাহে। কিন্তু উইপৰুৱা হেন সৰু প্ৰাণী একোটা নাইবা তাতোকৈ সৰু ৰঙা-মুৰীয়া বগা পৰুৱাবোৰে ইমান ডাঙৰ টিলা একোটা সাজে কেনেকৈ ?"

"মানুহে সজা এটা অট্টালিকাৰ আয়তন আৰু মানুহৰ অবয়ৱটোৰ ৰিজনি কৰি চালেই দেখিবা যে ইটোতকৈ সিটো বহুতো গুণে সৰু—এই ক্ষেত্ৰতো সেই একে কথাই।



এই টিলাটো এটা উইপৰুৱাই সজা নাই—শত-সহস্ৰ পৰুৱা গোট খাই ইয়াক সাজিছে। ই মানুহে একগোট হৈ কাম কৰাৰ নিচিনাই কথা।"

"এই কাৰণেই ইয়াক চাবলৈ মোৰ ইমান এটা হেপাহ জন্মিল। চোৱাচোন তাহাঁত কিমান দৃঢ়ভাৱে একগোট। আমি সিহঁতক নগণ্য-প্ৰাণী বুলি বিবেচনা কৰোঁ অথচ সিহঁতে একেলগ হৈ কাম কৰিব পাৰে। আমাৰ মল্লসকলে এই সৰু পৰুৱাবোৰৰ-পৰাও শিকনি নলয়, ই কিমান যে দুখৰ কথা !"

"মিলেৰে থাকিলে মানুহো আন কোনো প্ৰাণীতকৈ পিছপৰা নহয়। দৰাচলতে সহযোগিতাৰ বলতে মানুহ আজি সকলো প্ৰাণীতকৈয়ে শ্ৰেষ্ঠ হব পাৰিছে। ইয়াৰ বলতে মানুহে ডাঙৰ ডাঙৰ নগৰ, চহৰ, গাঁও সাজিব পাৰিছে, নাৱেৰে সাত-সাগৰ তেৰ-নদী পাৰ হব পাৰিছে, সসাগৰা পৃথিৱীৰ ধন-সোণৰ গৰাকী হব পাৰিছে, হাতী, গঁড় আৰু সিংহক বশ কৰিব পাৰিছে।"

"হয়, কিন্তু মানুহৰ সেই চকু-পোৰা গুণটো। মানুহ চকু-চৰহা নোহোৱা হ'লে কিমান যে ভাল হ'লহেতেন !"

"তুমি আমাৰ মল্লহঁতৰ থিয়লীয়া গুণবোৰৰ কথা কৈছা নেকি ?"

"ওঁ, হয়তো। মল্লহঁতে তোমাক বৰ হিংসাৰ চকুৰে চায়। মই জানো তুমিতো আনৰ দোষ খুচৰি নুফুৰা, কাকো অপকাৰ নকৰা। তোমাৰ দয়ালু আচৰণত আনকি দাস-দাসী আৰু কৰ্মচাৰীসকলেও তোমাক ভাল পায়—সকলোৱে এই কথা জানে। তথাপিও আমাৰ মল্লসকলৰ অনেক সম্ভ্ৰান্ত লোকৰে তোমাৰ প্ৰতি আখেজ আছে।"

"তাৰ কাৰণ মই সৰবৰহী বুলি সকলোৱে জানে—প্ৰজাতন্ত্ৰৰ ভিতৰত জনসাধাৰণৰ প্ৰিয়ভাজনজনক ঘৃণাৰ চকুৰে চাওঁতা বহুতেই থাকে। আমাৰ মাজত অন্ততঃ জন-প্ৰিয়তাৰ বাবেইহে মূৰকত্ গৈ গণনায়ক হব পাৰে।"

"কিন্তু তেওঁলোকে তোমাৰ সজগুণখিনি দেখা পোৱা উচিত আৰু তাৰ বাবে তেওঁলোকে আনন্দহে পাব লাগে। তক্ষশিলাত মল্লসকলৰ আন কোনোৱে কোনো কালেই এনে সন্মান লাভ কৰা নাছিল। কোশলৰ ৰজা প্ৰসেনজিতে তোমাক তেওঁৰ তালৈ মাতি পঠিয়াই বাৰে বাৰে বতৰা পঠিয়াইছে বুলি এওঁলোকে নেজানে নে ?"

"তক্ষশিলাত দহ বছৰ কাল তেৰেঁ ময়ে সহপাঠী আছিলোঁ আৰু সেইবাবেই মোৰ গাত কি গুণ আছে তেওঁ জানে।"

"এই কুশীনাৰাৰ মল্লসকলেও যে তোমাৰ সেই গুণৰ কথা নেজানে সেই কথা মই মানি লব নোৱাৰোঁ। লিচ্ছৱিৰ সেই মহাপুৰুষগৰাকী আহি তোমাৰ লগত থকা সময়ত আমাৰ বহুতেই তেওঁ তোমাক প্ৰশংসা কৰা শুনিছিল।"

"কিন্তু মল্লিকা, মোৰ গাত কিছু সদ্‌গুণ কথা বুলি জানিও যিসকলে মোক হিংসাৰ চকুৰে চায়, চায়েই। গুণী আৰু জনপ্ৰিয় হোৱাই নিজ লোকসকলৰ মাজত অপ্ৰিয়ভাজন হোৱাৰ সহজ বাট। কিন্তু মই মোৰ কাৰণেতো ভবা নাই; মোৰ দুখ ইমানেই মাত্ৰ যে মল্লসকলৰ সেৱা কৰিবৰ বাবেই অত পৰিশ্ৰম কৰি মই তক্ষশিলাত অস্ত্ৰবিদ্যা আৰু ৰণ-কৌশলৰ শিক্ষা লৈছিলোঁ। আজি কোশল আৰু মগধে বৈশালী, লিচ্ছৱিসকলক সমতুল্য জ্ঞান কৰে, আনপিনে আকৌ আমাৰ কুশীনাৰাই কোশলৰ ৰজাক শ্ৰেষ্ঠ বুলি স্বীকাৰ কৰি লৈছে। পাৱা, অনুপিয়া, কুশীনাৰা আদি ন'টা মল্ল ফৈদক ভাতৃত্বৰ ডোলেৰে একেলগ কৰি লিচ্ছৱিসকলৰ দৰে এখন সম্মিলিত শক্তিশালী প্ৰজাতন্ত্ৰ গঠন কৰিম—এয়ে আছিল মোৰ পৰিকল্পনা। আমাৰ ন'টা মল্ল ফৈদে কান্ধত কান্ধ মিলাই যদি একেগোট হৈ থিয় দিয়ে, প্ৰসেনজিতে তেওঁলোকৰ ফালে চকু দাঙিয়েই চাব নোৱাৰিব। বুজিছা,—এয়ে মোৰ কেৱল মাত্ৰ বেজাৰ।"

বন্ধুলৰ সুশ্ৰী ধুনীয়া মুখখন খং আৰু বেজাৰত এনেভাৱে ওন্দোলাই পেলোৱা দেখি মল্লিকাৰ বেয়া লাগিল আৰু কথাৰ পেচ ঘূৰাবলৈ বুলি মাত লগালে—

"প্ৰিয়তম! তোমাৰ কাৰণে লগৰীয়াইঁত চিকাৰলৈ সাজু হৈ বাট চাই থাকিব নহয়! ময়ো তোমাৰ লগত যাম দেই। তুমি ঘোঁৰাত যাবা নে খোজকাঢ়ি যাবা?"

"কৃষ্ণসাৰ চিকাৰ কৰিবলৈ ঘোঁৰাত নেযাওঁ, মল্লিকা। আঁঠুলৈ ওলোমা এই মেখেলা, উৰি থকা এই দীঘল চাদৰ, আৰু ক'লা সাপৰ দৰে মেৰ খাই বতাহত হালিজালি থকা এই চুলিকোছাৰেই তুমি চিকাৰলৈ যাবা নে?"

"তুমি এইবোৰ বেয়া পোৱা নেকি?"

"ওঁ, এইবোৰ বেয়া পাওঁ!"—এবুলি মল্লিকাৰ মাৰ্মে তামোল যেন ৰঙা ওঁঠ দুটিত চুমা দি তেওঁ ক'লে,—"তোমাৰ নামত লাগি থকা একোকেই মই বেয়া পাব নোৱাৰোঁ। কিন্তু চিকাৰলৈ গ'লে জোপা, জাৰণিৰ মাজেদি লৰ মাৰিবও পাৰিব লাগিব।"

"বাৰু তেনে ৰ'বা, মই এতিয়াই সাজু হম!"—মল্লিকাই মেখেলাখন কঁকালীডালেৰে আঁটি ল'লে, চুলিকোছা খোপা বান্ধিলে আৰু ক'লে,—"বন্ধুল, এই চাদৰখনেৰে মোক পাগুৰিটো মাৰি দিয়া।"

তেওঁ পাগুৰি মাৰি দি চোলাটোৰ ভিতৰেদি উঠি থকা সুমথিৰা যেন গোলাকাৰ স্তনযুগলত আলফুলকৈ হাত বুলাই সুধিলে—

"এই দুটিৰ এতিয়া কি কৰিবা?"

"কেলেই, মল্ল-ছোৱালী সকলোৰেই এনে স্তনযুগল নাই জানো?"

"ইমান মনোমোহা জানো?"



"কোনোবাই তেনে চুৰকৈ নিব নেকি?"

"ডেকাইঁতৰ লুভীয়া চকুৰ চাৱনি পৰিব নহয়।"

"কিন্তু এই দুটা বন্ধুলৰ বুলি সকলোৱে জানে।"

"তথাপিও তোমাৰ চোলাৰ তলত এই কাপোৰডোখৰ বান্ধি দিওঁ, দিয়া।"

"কাপোৰৰ বাহিৰৰপৰা চাই তোমাৰ হেপাহ পলোৱা নাই, নহয়?"—এইবুলি মিচিকিয়াই হাঁহি তেওঁক চুমা এটা খালে।

বন্ধুলে তাইৰ চোলাটো গুচাই মল্লিকাৰ বুকুৰ ওপৰত বগা মাৰ্বল জিলিকাদি জিলিকি থকা গোলাকাৰ নিপোটল উঠন স্তনযুগলত কাপোৰখন মেৰাই বান্ধি দিলে, আৰু কাপোৰ-কানি সামৰি লৈ মল্লিকাই ক'লে—

"তোমাৰ ভয় এতিয়া আঁতৰিল, নহয়?"

"মোৰ নিজৰ বস্তুটোৰ বাবে কোনো ভয়েই নাই কিন্তু তুমি লৰ মাৰিলে এতিয়া এইকেইটা সিমান জোকাৰ খাই নেযায়।"

ফৈদৰ ডেকা, গাভৰু সকলোৱে চিকাৰীবেশে সাজি এওঁলোক দুয়োৰো কাৰণে বাট চাই আছিল। এওঁলোক আহি পোৱা মাত্ৰেই ধেনু-কাঁড়, যাঠি-তৰোৱাল লৈ সকলো দল বান্ধি আগবাঢ়িল। দুপৰীয়া কৃষ্ণসাৰবোৰে ক'ত জিৰণি লয়—দলটোৰ এজনৰ জনা আছিল আৰু তেৱেঁই বাট-দেখুৱাওঁতা হৈছে আৰু বাকী দলটো তেওঁৰ পাছে পাছে গৈছে। এজোপা ওখ গছৰ ছাঁত পাতল ঘাঁহনিত কৃষ্ণসাৰ এজাকে জিৰণি লৈ ঘাঁহ পাগুলিছে আৰু জাকটোৰ জাকত-জিলিকা এটাই কাণ থিয়কৈ ইফালে সিফালে চাই থিয় দি গম-গতি লৈছে। মল্লসকল দুদল হ'ল; প্ৰথম দলটো অস্ত্ৰ-শস্ত্ৰবোৰ সাজু কৰি লৈ গছ এজোপাৰ একাষে মাটিতে চেপেটা লাগি ৰ'ল—দ্বিতীয় দলটো আকৌ দুভাগ হৈ জন্তুবোৰক যাতে পাছফালৰপৰা বাধা দিব পাৰে তেনেভাৱে আগ-বাঢ়িবলৈ ধৰিলে। এই পিছৰ দল দুটা যিঠাইত লগ হবগৈ সেইফালৰপৰাই বতাহ বইছে।

দলপতি কৃষ্ণসাৰটো তেতিয়াও হৰিণৰ নিচিনা চুটি নেজডাল জোকাৰি জোকাৰি থিয় দি আছিল। জাকটোৰ বাকীবোৰ চিকাৰী দল দুটা লগ হবলৈ নৌপাওঁতেই থিয় হ'ল আৰু ফোঁচ্‌ফোঁচাই, কাণ থিয় কৰি ভয়ে ভয়ে সেই দলটোৰ ফালে থৰ হৈ চাবলৈ লাগিল। মুহূৰ্তৰ ভিতৰতে সিহঁত যে বিপদগ্ৰস্ত হৈছে বুজিব পৰা গ'ল—কাৰণ জাকটোৰ আটাইবোৰে দলপতিৰ পাছে পাছে বতাহ বোৱা ফাললৈ ডেও দি চেকুৰিবলৈ ধৰিলে। সিহঁত চোপ লৈ থকা চিকাৰী দলটোৰ কাষ পাওঁতেই হঠাৎ কেনি যাব উৱাদিহ নেপাই বৈ গ'ল আৰু ইফালে সিফালে তধা লাগি লাগি চাবলৈ

লাগিল। এনে সময়তে ধেনুৰ টঙ্কাৰ শুনা গ'ল। বন্ধুলে ঠিকমতে দলপতিৰ বুকুলৈ কাঁড় এৰি দিলে। মল্লিকা আৰু আন কেবাজনেও সেই একে লক্ষ্যলৈকে কাঁড় এৰিলে। এইটো কিন্তু ঠিক যে বন্ধুলৰ কাঁড় নলগাগৈ হ'লে জন্তুটো পলাই যাবে। দলপতি থিতাতে পৰিল, বাকীবোৰ সিঁচৰতি হৈ ইফালে সিফালে পলাল। বন্ধুল লৰি দলপতিৰ কাষ পাওঁতে নোপাওঁতেই সি শেষ নিশ্বাস এৰিলে। চিকাৰীহঁতে ঘাইল হোৱা আন দুটা জন্তুৰ তেজৰ চিনে চিনে বিচাৰি গৈ এমাইলমান আঁতৰত মাটিতে লেটি লৈ মৰি পৰি ৰকা এটাক পালেগৈ।

চিকাৰ মিলিল বাবে আনন্দ-উল্লাসেৰে বনভোজৰ আয়োজন হ'ল। কোনোৱে কাঠৰ দ'ম বান্ধি ধোঁৱা নাইকিয়াকৈ ডাঙৰ জুই ধৰিলে, তেবোতাহঁত টৌ-কেৰাহী লৈ সাজু হ'ল। মতা কেইজনমানে জন্তুকেইটাৰ ছাল গুচাই কুটি-বাছি ঠিক-ঠাক কৰিলে। জন্তুৰ কলিজাকিটা জুইত সেকি সুৰাৰ বাটিৰে ভোজ আৰম্ভ হ'ল। বন্ধুলৰ দুয়োহাত কুটা-বছাতে অবদ্ধ থকাত মল্লিকাই সেকা-মঙহ অলপ তেওঁৰ মুখত গুঁজি দিলে আৰু সুৰা এবাটি ওঁঠত লগাই দিলে।

ৰাতি হোৱালৈকে মঙহ বন্ধা-বঢ়া হোৱা নাই। জলি উঠা কাঠৰ ডাঙৰ জুইকুৰাৰ চোকা ৰশ্মি ওলাইছে আৰু তাৰ পোহৰত বৃত্তাকাৰে চিকাৰীহঁতৰ নাচ-গান চলিছে। চিকাৰীবেশে বিভূষিতা কুশীনাৰাৰ সুন্দৰী ৰূপহী মল্লিকাই হিয়া উবুৰিয়াই লাৱণ্যময় লয়লাসে অতি উৎকৃষ্ট নৃত্য-কৌশল প্ৰদৰ্শন কৰিলে। সমগ্ৰ জম্বুদ্বীপৰ ভিতৰৰে শ্ৰেষ্ঠ নাৰীৰত্ন, মল্লিকাৰ নিচিনা এগৰাকী নাৰীৰ অধিকাৰী হোৱাত বন্ধুলৰ লগৰীয়াহঁতে অশেষ প্ৰশংসা কৰিলে। বন্ধুল সঁচাকৈয়ে ভাগ্যৱান।

[ ২ ]

কুশীনাৰাৰ গণপৰিষদৰ সভাগৃহত আজি বিৰাট জনতাৰ সমাবেশ। গণপৰিষদৰ প্ৰতিজন সদস্যই সভাগৃহৰ ভিতৰত আসনত বহিছে, দৰ্শকসকল বাহিৰৰ পথাৰত থিয় দি আছে। সভাগৃহৰ এমূৰত ওখকৈ সজা বেদীত জননায়কজন বহিছে। দৰ্শকসকললৈ চিন্তাশীল দৃষ্টিৰে চাৰিওফালে এবাৰ চকু ফুৰাই চাই থিয় হৈ তেওঁ আৰম্ভ কৰিলে—

"পূজনীয় ৰাইজসকল—শুনক, আজিৰ আমাৰ এই সভাৰ উদ্দেশ্য ব্যাখ্যা কৰোঁ, শুনক। স্বাধীন বংশজাত বন্ধুল তক্ষশীলাত যুদ্ধবিদ্যাত ব্যুৎপত্তি লভি ঘৰলৈ উভতিছে। মল্লসকলৰ ই অতি গৌৰৱৰ বিষয়। তেওঁৰ অস্ত্ৰ-বিদ্যাৰ নিপুণতাৰ কথা ইয়াৰ বাহিৰৰ লোকেও জানে। তেওঁ ঘৰলৈ উভতি অহা চাৰি বছৰ হ'ল। মাজে-সময়ে আমাৰ



সৰু-ডাঙৰ বহুতো কাম কৰিবলৈ মই তেওঁক ভাৰ দি আহিছোঁ আৰু তেওঁ প্ৰতিটো দায়িত্বকে তৎপৰ হৈ সফলতাৰে পালন কৰিছে। সেই কাৰণেই আমাৰ গণসেনা-বাহিনীৰ উপসেনাপতি পদটো তেওঁকে স্থায়ীভাৱে দিয়া হওক বুলি এতিয়া প্ৰস্তাৱ কৰা হৈছে।

"ৰাইজসকল শুনক, স্বাধীন বংশজাত বন্ধুলকে উপসেনাপতি পদ যচা হব নে? যিসকল স্বাধীন লোক প্ৰস্তাৱৰ সপক্ষে তেখেতসকল নীৰৱে থাওক, যিসকল এই প্ৰস্তাৱত অমত—কওক।

"দ্বিতীয়বাৰ কৈছোঁ, ৰাইজ শুনক—স্বাধীন বংশজাত বন্ধুলকে উপসেনাপতি পদ যচা হব নে? যিসকল স্বাধীন লোক প্ৰস্তাৱৰ সপক্ষে, তেখেতসকল নীৰৱে থাওক, যিসকল এই প্ৰাস্তাৱত অমত—কওক।

"তৃতীয়বাৰ কৈছোঁ, ৰাইজ শুনক—স্বাধীন বংশজাত বন্ধুলকে উপসেনাপতি পদ যচা হব নে? যিসকল স্বাধীন লোকে তেওঁক উপসেনাপতি হিচাপে স্বীকাৰ কৰিব খোজে তেখেতসকল নীৰৱে থাওক, যিসকল এই প্ৰস্তাৱত অমত—নীৰৱে থকা উচিত নহয়—কি কব খোজে কওক।"

এনেতে ৰোজমল্ল নামৰ এজন লোক ঘপহ্ কৰে উঠিল আৰু চোলা-কাপোৰ গুচাই সোঁ-বহুটো উদঙাই বেদীৰ ফালে আগবঢ়াই দি থিয় হৈ ৰ'ল।

"এই স্বাধীন লোকজনে কিবা কবলৈ বিচাৰিছে, তেওঁৰ মতামত জনাবলৈ দিয়া।"—এইবুলি জননায়কজনে চিঞৰি ক'লে।

ৰোজমল্লই আৰম্ভ কৰিলে—"পূজনীয় ৰাইজ! শুনক; স্বাধীন বন্ধুলৰ ৰণনৈপুণ্যত মোৰ কোনো সন্দেহ নাই। বিশেষ এটা কাৰণতহে মই তেওঁক উপসেনাপতি পতাত আপত্তি কৰিব খোজোঁ—আমাৰ দেশত জনসাধাৰণৰ মাজত এটা প্ৰথা চলিত আছে। যেতিয়া কোনো লোকক উচ্চ পদত অধিষ্ঠিত কৰা হয়, তেওঁ প্ৰথমে এটা পৰীক্ষাত অৱতীৰ্ণ হব লাগে। স্বাধীন বংশজাত বন্ধুলৰ বেলাতো যাতে সেই প্ৰথা মানি চলা হয় মই তাকে বিচাৰোঁ—মোৰ মতামত এয়ে।"

ৰোজমল্ল বহিল আৰু দুই-তিনিজনে তেওঁৰ মত সমৰ্থন কৰিলে। কোনো কোনোৱে কোনো পৰীক্ষাৰ আৱশ্যক নাই বুলি দৃঢ় মত জনালে। অৱশেষত জননায়কে ঘোষণা কৰিলে—

"শ্ৰদ্ধেয় ৰাইজসকল। বন্ধুলক উপসেনাপতি পতা উচিত হব নে নহয় এই কথা লৈ আমাৰ মাজত কিছু মতানৈক্য হৈছে। সেই কাৰণে মতামত লোৱাৰ আৱশ্যকতা হ'ল। ভোট-বিতৰকসকল আপোনালোকৰ ওচৰলৈ বাঁহৰ কাঠী লৈ যাব। প্ৰতিজনৰে

এহাতে ৰঙা কাঠীৰ মোনা আৰু এহাতে ক'লা কাঠীৰ মোনা থাকিব। ৰঙা কাঠী হ'ল সপক্ষৰ চিন—মানে 'হয়', ক'লা কাঠী মানে 'নেলাগে'—বিপক্ষৰ প্ৰতীক। যিসকল স্বাধীন লোকে ৰোজমল্লৰ মত সমৰ্থন কৰে অৰ্থাৎ মূল প্ৰস্তাৱটো মানি লব নোখোজে, ক'লা কাঠী হাতত লব। যিসকল প্ৰস্তাৱৰ সপক্ষে—ৰঙা কাঠী টানি লব।"

ভোট-বিতৰক মোনা লৈ সকলো সদস্যৰ কাষলৈকে গ'ল আৰু প্ৰতিজন সদস্যই নিজ ইচ্ছা অনুযায়ী একোডাল কাঠী হাতত ল'লে। মোনাবোৰ নায়কৰ ওচৰলৈ ঘূৰাই আনিলত তাত থকা কাঠীবোৰ লেখি পেলোৱা হ'ল। ক'লা কাঠীতকৈ ৰঙা কাঠী বাঢ়িল—ই ইয়াকে বুজালে যে পৰিষদৰ সৰহ সংখ্যক সদস্যই ক'লা কাঠী নিলে। জননায়কে ঘোষণা কৰিলে—

"পূজনীয় ৰাইজ! শুনক, ৰঙাতকৈ ক'লা কাঠী সৰহ লোকে টানিলে। সেইবাবে মই কওঁ পৰিষদে ৰোজমল্লক সমৰ্থন জনাইছে। এতিয়া পৰিষদে বিচাৰ কৰক স্বাধীন বংশজাত বন্ধুল কেনে ধৰণৰ পৰীক্ষাত অৱতীৰ্ণ হব লাগে।"

অলপ সময় আলোচনাৰ পিছত ভোট হ'ল আৰু এই সিদ্ধান্তত উপনীত হোৱা হ'ল যে বন্ধুলে তেওঁৰ তৰোৱালেৰে ইআটিৰ পিছত সিআটিকৈ একে সময়তে সাত আটি খৰি কাটিব লাগিব। সেইদিনৰপৰা সাত দিনৰ মূৰত পৰীক্ষাৰ দিন ধাৰ্য কৰাৰ পিছত পৰিষদ ভঙ্গ কৰা হ'ল।

সপ্তম দিনৰ দিনা কুশীনাৰাৰ মুকলি পথাৰখন মতা-তিৰোতাৰে উপচি পৰিছে। মল্লিকাও তাত আছে। ইআটিৰপৰা সিআটি অলপ আঁতৰ কৰি সাত আটি টান কাঠৰ খৰি থোৱা হৈছে।

জননায়কজনে সঙ্কেত দিলে, বন্ধুলেও তৰোৱাল দাঙিলে, ইফালে সমাবেশটোৰ সকলো ৰাইজে আকুলচিত্তে চাবলৈ লাগিল—বন্ধুলৰ হাতৰ দীঘল চিৰিকা চোকা অস্ত্ৰ আৰু তেওঁৰ সবল-সুঠাম বাহু দুটালৈ চাই তেওঁৰ কৃতকাৰ্যতা সম্পৰ্কে জনতা একেবাৰে নিঃসন্দেহ। বিজুলী চমকৰ দৰে তৰোৱালখন উঠিছে আৰু পৰিছে মাত্ৰ—প্ৰথম আটি কটা হ'ল—দ্বিতীয় আটি—তৃতীয় আটি; ষষ্ঠ ঘাপটো মাৰোঁতে কিবা ধাতুত মৰাৰ নিচিনা শব্দ এটা বন্ধুলৰ কাণত পৰিল। সেই শব্দ শুনা মাত্ৰেই তেওঁৰ কপালৰ গাঁঠি খোপা খালে, তেওঁৰ আগ্ৰহ আৰু নাইকিয়া হ'ল। শেহৰ ঘাপটো টোৱাওঁতে যেন তৰোৱালখন আপোনা-অপুনি বৈ গ'ল। তেওঁ কটা কাঠৰ আটিকিটাৰ মূৰলৈ এবাৰ চকু ফুৰাই চালে—তেওঁৰ গোটেই শৰীৰ কঁপি উঠিল—খঙত গাল-মুখ ৰঙা পৰিল—তেওঁ কিন্তু মাত এষাৰকে নেমাতিলে।



সপ্তম আটিটো কটা নহ'ল বুলি জননায়কে ঘোষণা কৰিলে। জনতাই মাত্ৰ বন্ধুলৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰিলে।

তেওঁলোক যেতিয়া ঘৰলৈ আহিল, বন্ধুলৰ গোঙোৰা মুখখন দেখি মল্লিকাই নিজৰ বেজাৰৰ কথা পাহৰি তেওঁক সান্ত্বনা দিবলৈ লাগিল।

বন্ধুলে ক'লে, "মল্লিকা টেঙৰালি কৰি মোৰ লগত ইহঁতে টালিবাজিখন খেলিলে। মই কিন্তু এনে এটা চতুৰালি খেলিব বুলি ভবা নাছিলোঁ।"

"কিনো হ'ল, প্ৰিয়তম?"

"প্ৰতি আটি খৰিতে লোহা ভৰাই থোৱা হৈছিল। পঞ্চম ঘাপলৈকে মই একো সন্দেহ কৰা নাছিলোঁ। ষষ্ঠ ঘাপটো মৰাৰ লগে লগে ধাতুৰ মাত স্পষ্টকৈয়ে মোৰ কাণত পৰিল। সেই শব্দ নুশুনা হ'লে শেহৰ আটিও দুটুকুৰাকৈ কাটিব পাৰিলোঁহেতেন, কিন্তু মোৰ আৰু বৰ বিতৃষ্ণা জন্মিল।"

"কেনে প্ৰতাৰণা! যি এনে কাম কৰিব পাৰে সি বৰ নীচ লোক।"

"কোনে এই কাম কৰিছে আমি উলিয়াব নোৱাৰোঁ। আৰু ৰোজমল্লৰ ওপৰতো মোৰ অলপো খং নাই। মুঠৰ ওপৰত তেওঁ যি কৈছিল ঠিকেই কৈছিল আৰু সভাৰ সৰহ সংখ্যক লোকে তেওঁৰ মততে হয়ভৰ দিছিল। কিন্তু কুশীনাৰাত মোৰ প্ৰকৃত বন্ধু অতি বিৰল—ইহে মোৰ খং তুলি ডেই-পুৰি মাৰিছে।"

"সেয়েহে নিজ কুশীনাৰাৰ প্ৰতিও বন্ধুল অসন্তুষ্ট হৈছে?"

"কুশীনাৰা মোৰ মাতৃভূমি—ইয়াতে মই লালিত-পালিত হৈছোঁ। কিন্তু এতিয়া আৰু কুশীনাৰাত মই এদিনো নেথাকোঁ।"

"তুমি কুশীনাৰা এৰি গুচি যাবাগৈ?"

"যাম - কুশীনাৰাই মোক বিচৰা নাই।"

"তেনে আমি ক'লৈ যামগৈ?"

"মল্লিকা, তুমিও মোৰ লগত যাবা নেকি?"—এইবুলি প্ৰশ্ন কৰোঁতে বন্ধুলৰ মুখত ব্যগ্ৰতাৰ হাঁহিৰ ৰেখা বিৰিঙি উঠিছিল।

"প্ৰিয় বন্ধুল, তোমাৰ গাৰ ছাঁৰ দৰে মই তোমাৰ লগে লগে ফুৰিম।"—এইবুলি কৈ তাই বন্ধুলৰ ঢুল্‌ঢুলীয়া চকুকিটাত চুমা খালে। বন্ধুলৰ খং বিষ যেন তৎক্ষণাৎ মাৰ গ'ল।

"তোমাৰ হাতখন চাওঁ মল্লিকা,"—এইবুলি তাইৰ হাতখন তেওঁৰ হাতৰ মুঠিত সুমাই কৈ গ'ল—"তোমাৰ এই হাত দুখনিৰপৰা মোলৈ প্ৰেৰণাৰ নিজৰা বৈছে—ই মোক সমগ্ৰ পৃথিৱী নিৰ্ভয়ে ভ্ৰমি ফুৰিবলৈ বল দিছে।"

"বাৰু প্ৰিয়তম, তুমি ক'লৈ যাবলৈ থিৰ কৰিছা আৰু কেতিয়া যাবা ?"

"অলপো পলম নকৰাকৈ, কাৰণ কাঠৰ আটিবোৰত লোৰ গজাল থকাৰ বতৰাটো নায়কক অতি সোনকালেই দিয়া হব। তেতিয়া তেওঁ নকৈ পৰীক্ষা কৰিবৰ কাৰণে আন এদিন ধাৰ্য কৰিব। কোনো লোকে মোক এই কথাৰে ফুচুলাবলৈ অহাৰ আগতে আমি যোৱা উচিত।"

"অন্যায় আৰু বিশ্বাসঘাতকতাৰ বিচাৰ হয়মানে নোবোৱা কিয় ?"

"কুশীনাৰাই মোৰ বিষয়ে মত প্ৰকাশ কৰিলেই মল্লিকা! মোৰ ইয়াত আৰু কাম নাই, অন্ততঃ বৰ্তমান সময়ত। কুশীনাৰাই বন্ধুলক বিচাৰিলে—তেওঁ ইয়ালৈ আহিব।"

সেই ৰাতিয়েই মল্লিকা আৰু বন্ধুলে কুশীনাৰা এৰিলে। বাটত আৱশ্যক হোৱা দুই-এপদ বস্তুহে লগত নিলে মাত্ৰ। পিছদিনা তেওঁলোক অচিৰৱতী (ৰাপ্তি) নৈৰ পাৰৰ বাহ্মণসকলৰ স্থায়ী বাসভূমি মল্লগ্ৰাম (আজিকালিৰ মলাওঁ গোৰক্ষপুৰ) পালেগৈ। সদৌ মল্লদেশ জুৰি এই ঠাইৰ সাংকৃত্য সম্প্ৰদায়ৰ লোকসকল যুদ্ধপ্ৰিয় বুলি বেছ খ্যাতি আছে। তাত বন্ধুলৰ দুই-এজন বন্ধু আছিল যদিও তেওঁলোকৰ লগত দেখাশুনা হবলৈ তেওঁ ইয়ালৈ অহা নাই—শ্ৰাৱস্তীলৈ যাবলৈ নাও এখনৰ যোগাৰ কৰিবৰ বাবেহে তেওঁ ইয়ালৈ আহিছে। সেই বাসিন্দাসকলৰ মাজত বিখ্যাত সদাগৰ সুদত্তৰ কৰ্মচাৰী কেইজনমান আছিল, তেওঁলোকৰ সহায়ত নাও যোগাৰ কৰা উজু হব। নিজ সম্প্ৰদায়ৰ ৰীতি-নীতি আৰু কুলাচাৰৰ ওপৰত নিষ্ঠা থকা সাংকৃত্য ব্ৰাহ্মণসকলে বন্ধুলমল্ল আৰু মল্লিকাৰ আগমনত ঘৰৰ দুৱাৰমুখত শকত-আৱত গাহৰি এটা মাৰি তাৰ কোমল মঙহ নিজ হাতে ৰান্ধি-বাঢ়ি অতিথি সৎকাৰ কৰিলে।

[ ৩ ]

কোশলৰ ৰাজধানী শ্ৰাৱস্তীত ৰজা প্ৰসেনজিতে তেওঁৰ পুৰণি সহপাঠী বন্ধুক আন্তৰিকতাৰে আদৰ-সম্ভাষণ জনালে। তক্ষশিলাত থাকোঁতেও তেওঁ ৰজা হ'লে বন্ধুলেই সেনাপতি হব, প্ৰসেনজিতে এনে ইচ্ছা প্ৰকাশ কৰিছিল, আৰু তেওঁ ৰাজপাটত উঠাৰ পিছতো কেইবাবাৰো বন্ধুললৈ এই প্ৰস্তাৱ পঠাইছিল। কিন্তু বন্ধুলে সেই সময়ৰ ৰাজ্যসমূহৰ ভিতৰত সকলোতকৈ ঐশ্বৰ্যশালী আৰু শক্তিশালী ৰাজ্য কোশল-কাশীৰ সেনাবাহিনীৰ উপসেনাপতি হৈ থকাই বেছি ভাল বুলি বিবেচনা কৰিছিল। কিন্তু এতিয়া তেওঁৰ নিজৰ মাতৃভূমিয়েই যেতিয়া তেওঁক বাহিৰ কৰি দিলে আৰু প্ৰসেনজিতেও



যেতিয়া আগৰ প্ৰস্তাৱকে পুনৰ উত্থাপন কৰিলে, তেওঁ চৰ্ত সাপেক্ষে সন্মতি জনাবলৈ সাজু হ'ল। তেওঁ ক'লে—

"বন্ধু, তুমি যচা পদ মই গ্ৰহণ কৰিবলৈ সাজু, পিছে মোৰ এটা চৰ্ত সাপেক্ষেহে।"

"কোৱা, কোৱা বন্ধু, কোৱা চৰ্তটোনো কি ?"

"মই মল্ল ফৈদৰ, তুমি জানাই।"

"ওঁ জানো, আৰু মল্লৰ বিৰুদ্ধে সৈন্য চালনা কৰিবলৈ মই তোমাক কেতিয়াও আদেশ নিদিওঁ।"

"ময়ো তাকেই বিচাৰোঁ।"

"হেৰা বন্ধু! মল্লৰ সৈতে মোৰ যি সম্পৰ্ক আছে, তাক আৰু দৃঢ়তৰ কৰি তোলাৰহে মই আশা কৰোঁ। জানাই ৰাজ্য-বিস্তাৰ কৰাৰ আকাঙ্ক্ষা মোৰ নাই। মল্লসকলৰ সৈতে যদি কেতিয়াবা শত্ৰুতা পাতিবলৈ বাধ্য হব লগা হয়, তুমি যিকোনো পক্ষ বাছি লবলৈ তোমাৰ স্বাধীনতা থাকিব। তোমাৰ হৈ মইনো আৰু কি কৰিব লাগিব ?"

"নাই যথেষ্ট হৈছে, মহাৰাজ।"

[ ৪ ]

এনে ধৰণেই বন্ধুলমল্ল কোশল সৈন্য-বাহিনীৰ অধিনায়ক হ'ল। প্ৰসেনজিতৰ নিচিনা দুৰ্বলী, অকামিলা ৰজা এজনক অভিজ্ঞ আৰু পৰীক্ষাত উঠা এজন সেনাপতিৰ অত্যন্ত প্ৰয়োজন। প্ৰকৃততে বন্ধুলক যদি তেওঁ নেপালেহেতেন, মগধ আৰু বৎসই কোশলৰ কিছুমান প্ৰদেশ দখল কৰিলেহেতেন।

শ্ৰাৱস্তী পোৱাৰ কিছুদিন পিছতে মল্লিকাৰ গৰ্ভলক্ষণ দেখা দিলে। তাকে দেখি এদিন বন্ধুলে সুধিলে—

"প্ৰিয়ে মল্লিকা! গৰ্ভৱতী তিৰোতাৰ কোনো বস্তুৰ প্ৰতি হাবিয়াস জন্মে, তোমাৰো তেনে কিবা অভিলাস আছে নেকি কোৱা।"

"অঁ মোৰো এটা হাবিয়াস জন্মিছে, প্ৰিয়তম, কিন্তু এটা অতি দুঃসাধ্য বস্তুৰ কাৰণে।"

"বন্ধুলৰ কাৰণে একোৱেই অসাধ্য নহয়। মোক কোৱাচোন বাৰু তোমাৰনো কিহৰ প্ৰতি হাবিয়াস জন্মিছে ?"

"সেই পূত-সলিলা অভিষেক হ্ৰদটোত স্নান কৰিবলৈ।"

"মল্লহঁতৰ হ্ৰদটোত নেকি ?"

"ওঁ হয়, লিচ্ছৱিসকলৰ ৰাজ্যৰ বৈশালীত।"

“তুমি ঠিকেই কৈছা মল্লিকা, ই বৰ দুঃসাধ্য কাম। কিন্তু ইয়াক সাধন কৰিবলৈও বন্ধুলে এটা উপায় উলিয়াব। কালিলৈ পুৱা তুমি সাজু হৈ থাকিবা, আমি এখন ৰথেৰে যাত্ৰা কৰিম।”

পিছদিনা পুৱাতে ধেনু-কাঁড়, তৰোৱাল আদি নানা অস্ত্ৰ লৈ তেওঁলোকে যাত্ৰা কৰিলে।

কেবাসপ্তাহো জুৰি তেওঁলোকে বহুত দূৰ অতিক্ৰম কৰিলে আৰু শেহত গৈ এদিন বন্ধুলৰ পুৰণি সহপাঠী মহালি নামৰ দুৱাৰ-ৰখীয়া এজনৰ দুৱাৰেদিয়েই তেওঁলোক বৈশালীত সোমাল। লিচ্ছৱিহঁতৰ কোনো এজনৰ আখেজৰ বাবেই মহালিৰ চকু ফুটোৱা হৈছিল। তাতে বৈ মহালিৰ লগতে কেইদিনমান কটাব বুলি প্ৰথমে বন্ধুলে ভাবিছিল। তাকে কৰিবলৈ গ'লে তেওঁৰ পৰিবাৰৰ আশা পূৰণত কিজানি বিঘিনি ঘটে সেইবাবে সেই আশা তেওঁ ত্যাগ কৰিলে।

সেই পৱিত্ৰ হ্ৰদৰ ( অভিষেক হ্ৰদ ) পাৰত চন্তৰী থাকে। লিচ্ছৱিৰ গণপৰিষদৰ ন-শ নিৰান্নৈজন সদস্যৰ কোনো এজনৰ খালী ঠাই পূৰণ কৰিবলৈ বুলি নিৰ্বাচিত কৰা লিচ্ছৱি লোকজনকহে এই হ্ৰদৰ পানীত স্নান কৰিবলৈ দিয়া হয়, তাকো মাত্ৰ তেওঁৰ জীৱনত এবাৰহে।

চন্তৰীয়ে বাধা দিয়াত বন্ধুলে চাবুকেৰে কোবাই সিহঁতক খেদি পঠিয়ালে। মল্লিকাই স্নান কৰিলে আৰু ততালিকে ৰথত উঠিল। বৈশালীৰ বাজ ওলাবলৈ তেওঁলোকে ততাতৈয়াকৈ ৰথৰ চকৰি ঘূৰাবলৈ লাগিল। কিন্তু চন্তৰীহঁতৰ বিপদ-সঙ্কেত পাই পাঁচ শ লিচ্ছৱিয়ে তীব্ৰবেগে ৰথ চলাই তেওঁলোকৰ পাছত খেদা ল'লে। কিনো হৈছে মহালিয়ে সকলো জানিবলৈ পাই বন্ধুলক এইদৰে খেদি যাবলৈ নিষেধ কৰিছিল; কিন্তু উদ্ধত লিচ্ছৱিহঁত আনৰ কথালৈ কাণসাৰ নিদিয়াত পকা।

দূৰৈত ৰথৰ চকাৰ ঘৰ্ঘৰণি শুনি পাছলৈ চাই মল্লিকাই ক'লে, “প্ৰিয়তম, আমাৰ পাছে পাছে বহুত ৰথ আহিছে।”

“তেনে মল্লিকা চাই থাকিবা, যেতিয়া আটাইবোৰ ৰথ একেশাৰী হ'ব, মোক কবা।”

মল্লিকাই সেইমতে জনালে।

অতীতৰ ঐতিহাসিকসকলে কয়, বন্ধুলে বোলে এপাট শৰ উলিয়াই মাৰি পঠালে; সেই শৰ পাঁচ শ লিচ্ছৱিৰ প্ৰতিজনৰে কমৰৰ পেটীৰ বান্ধৰ মাজেদি সৰকি গৈ একেবাৰে শেহৰ ৰথখনৰ লোকজনলৈকে বিন্ধি ওলাই গ'ল। লিচ্ছৱিহঁতে ওচৰ চাপি বন্ধুলক ৰণাহ্বান নজনোৱালৈকে খেদি খেদি আহি আছিল। ৰণাহ্বান পাই বন্ধুলে সৰল-ভাৱে গহীনাই উত্তৰ দিলে—



“তহঁতৰ দৰে মৰা-মানুহৰ লগত মই যুঁজ নকৰোঁ।”

“আমিনো কেনে মৰা-মানুহ দেখিলাহে ৰবা গম পাবা।”

“মই আৰু এপাটো বাণ ব্যয় নকৰোঁ। ঘৰলৈ উভতি যোৱাহঁক—ঘৰ-গুৱা আৰু বন্ধু-বান্ধৱহঁতক প্ৰথমে গোটাই লবা, তাৰপিছত কঁকালৰ পেটী সোলোকাই পেলাবা।” --এইবুলি কৈ মল্লিকাৰপৰা বন্ধুলে ঘোঁৰাৰ লেকাম নিজ হাতত ল'লে আৰু পূৰাদমে ৰথ চলাই অদৃশ্য হৈ পৰিল।

লিচ্ছৱিহঁতৰ কমৰৰ পেটীৰ বান্ধ সোলোকোৱাৰ লগে লগে প্ৰকৃততেই পাঁচো শ লোককে মৃত অৱস্থাতহে পোৱা হ'ল।

[ ৫ ]

শ্ৰাৱস্তী—বৰ্তমানৰ পৰিত্যক্ত নগৰী সাহেট-মাহেট—সেই সময়ত জম্বুদ্বীপৰ ভিতৰতেই সবাতোকৈ এখন ডাঙৰ চহৰ। শ্ৰাৱস্তীৰ বাহিৰেও প্ৰসেনজিতৰ ৰাজ্যৰ ভিতৰত সাকেত ( অযোধ্যা ) আৰু বাৰাণসী ( কাশী ) এই দুখন মহানগৰীও পৰে। শ্ৰাৱস্তীৰ মৃগাৰ আৰু সুদত্ত ( অনাথ-পালক ) আৰু সাকেতৰ অৰ্জুনৰ নিচিনা আন বহুতো লক্ষপতি কোটিপতি সদাগৰে কাশী আৰু কোশলৰ সংযুক্ত ৰাজ্যখনত বাস কৰিছিল। তেওঁলোকৰ বেহা-বাণিজ্য অকল যে জম্বুদ্বীপতে ( ভাৰতবৰ্ষতে ) আবদ্ধ আছিল এনে নহয় —তাম্ৰলিপ্তইদি আৰম্ভ কৰি পূবে বঙ্গোপসাগৰৰ সিপাৰলৈ, আৰু ভৰুকচ্ছ ( বৰোছ ), সুপ্পাৰকৰ ( চোপাৰা )-পৰা ধৰি পশ্চিমৰ আৰব সাগৰৰ সিপাৰৰ বহুত দূৰ-দূৰণিলৈ তেওঁলোকে বাণিজ্য বিস্তাৰ কৰিছিল। তেওঁলোকৰ মৰ্যাদা সমাজত প্ৰতিষ্ঠা লাভ কৰা ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় সামন্তসকলৰ সমান নহয়। তথাপিও সমাজত তেওঁলোকৰ স্থান অতি উচ্চ আৰু সা-সম্পত্তি, ধন-সোণৰ বেলাত তেওঁলোকৰ লগত শাসক সামন্ত-বৰ্গৰ তুলনাই নহয়। ধনৰ মোনাৰ বলতে সুদত্তই জেত ৰাজকুমাৰৰপৰা জেতাবন উদ্যানখন কিনি লৈ গৌতম বুদ্ধৰ কাৰণে জেতবন বিহাৰ পাতি দিছিল। মৃগাৰৰ পুতেক পুণ্ড্ৰবৰ্ধনৰ বিবাহ উপলক্ষে ৰজা প্ৰসেনজিত সদলবলে গৈ সাকেটত কন্যাৰ পিতাক অৰ্জুন সদাগৰৰ ঘৰত আতিথ্য গ্ৰহণ কৰিছিল। এনে এজন পিতাকৰ যোগ্য কন্যা আৰু সেইহেন এজন শহুৰেকৰ যোগ্য বোৱাৰী—বিশাখাই এডাল হেম-হাৰ বেচি সেই টকাৰে এহেজাৰ কুঠৰীৰ সাত-খলপীয়া এটা বিৰাট মঠ নিৰ্মাণ কৰি মৃগাৰ-মাতা পূৰ্বৰাম প্ৰাসাদ নাম থ'লে। নানা দেশ-বিদেশৰপৰা কিমান যে ধন-

সোণ হৰণ কৰি আনি এই ৰাজ-সদৃশ সদাগৰইঁতে চন্দুক ভৰাই থৈ দিছেহি—তাৰ সীমা-সংখ্যা নাই।

জৈবালী, উদ্দালক, যাজ্ঞবল্ক্য আদি ঋষিসকলে যাগ-যজ্ঞ, ক্রিয়া-কাণ্ড ধৰ্মৰ গৌণ অঙ্গ বুলি দ্বিতীয় স্তৰলৈ নমাই তেওঁলোকৰ বিষয়ী স্বাৰ্থ সিদ্ধিৰ অৰ্থে ব্ৰহ্মবাদৰ নিৰাপদ নাওখন দৃঢ়ভাৱে নিৰ্মাণ কৰাত লাগিল। জনক আদি ৰজাই ইয়াৰ প্ৰতি সন্মান দৰ্শালে আৰু পুৰস্কাৰ আদি দি ব্ৰহ্মবাদ সম্পৰ্কীয় প্ৰশ্নৰ আলোচনাৰ্থে অভিৱৰ্তন আদি পতাৰ ব্যৱস্থা কৰিলে। ইয়েই বেদৰ সীমা অতিক্ৰম কৰি স্বাধীন ভাবৰ বহুমুখী চিন্তাৰ পথ মুকলি কৰিলে। এই যুগত পৰমাৰ্থিক তত্ত্বৰ স্বাধীন চিন্তাৰ জোৱাৰ উঠিল। প্ৰতিজন বিচাৰকে (তীৰ্থকৰ, দাৰ্শনিকে) নিজৰ নিজৰ বিচাৰ (মতবাদ) ৰাইজৰ আগত দাঙি ধৰিবলৈ এই সাধাৰণ সভাবিলাকৰ সুবিধা লয়। কেতিয়াবা তেওঁলোকৰ বক্তৃতাবিলাক সাধাৰণ উপদেশ (অববাদ সুক্ত) ৰূপে দিয়া হয়। কেতিয়াবা তৰ্কবাদলৈ প্ৰত্যাহ্বান জনোৱা হয়। তৰ্কবাদৰ আহ্বানৰ চিন স্বৰূপে জামু-ডাল পুতি থোৱা হয়।

প্ৰবাহণে চাপন্ন পুৰুষলৈ মানুহৰ মন ভুলাই ৰাখিবৰ বাবে ব্ৰহ্ম-সাক্ষাতৰ অৰ্থে পথ নিৰ্দৰ্শন কৰিবলৈ সন্ন্যাস, ধ্যান, তপস্যা, ব্ৰহ্মচৰ্য আদি নানা মাৰ্গ নিৰূপণ কৰি দিছিল। এতিয়াও যিসকলে উপনিষদৰ শিক্ষা মানি চলিব নোখোজে সেইসকলে আগবঢ়োৱা স্বতন্ত্ৰ বিচাৰত "মাৰ্গত" (মতবাদত) নিজ ইচ্ছা অনুযায়ী সন্ন্যাস (প্ৰব্ৰজ্যা), ব্ৰহ্মচৰ্য আদিৰ নতুন আখ্যা দিয়াত জোৰ দিবলৈ লাগিল।

অজিত কেশকম্বল এজন ঘোৰ জড়বাদী। জড়জগতৰ বাহিৰে তেওঁ কোনো পূজা-পাৰ্বণ নেমানে, অনন্ত আত্মা, সৰগ-নৰক, পুনৰ্জন্মবাদ—একোতে বিশ্বাস নকৰে; তথাপিও তেওঁ এজন গৃহ-সংসাৰত্যাগী ব্ৰহ্মচাৰী। সেই সময়ত শাসকসকলক অকল ভালৰি বোলাই সহানুভূতি লাভ কৰিবলৈকে নহয়, ৰাজ-ৰোষত নপৰিবলৈও জড়বাদত ধৰ্মৰ ৰহণ সানি একোটা সুকীয়া ৰূপ দিয়াটো এই তত্ত্বদৰ্শীসকলৰ কাৰণে অতি আৱশ্যক হৈ পৰিছিল। ব্ৰাহ্মণশ্ৰেষ্ঠ লৌহিত্য আৰু পায়সীৰ নিচিনা ৰজাও জড়বাদী আছিল। তথাপিও তেওঁলোকৰ মতবাদে জনসাধাৰণৰ মাজত ইমান খ্যাতি অৰ্জন কৰিছিল যে জড়বাদৰপৰা অলপো আঁতৰি যোৱাটো তেওঁলোকে লজ্জাজনক বুলি বিবেচনা কৰিছিল। এনে লোকসকলৰ জড়বাদ কিন্তু সমাজৰ প্ৰতি সঙ্কটজনক নাছিল।

এনেভাৱেই জড়বাদৰ প্ৰচাৰ হবলৈ লাগিল। কিন্তু সমাজৰ প্ৰতিপত্তিশালী ব্ৰাহ্মণ, ক্ষত্ৰিয়, ধনী সদাগৰ, সামন্ত সকলোৱেই গৌতম বুদ্ধৰ প্ৰচাৰিত বাণীৰ বাবে তেওঁৰ



প্ৰতিহে বিশেষ শ্ৰদ্ধা জনাইছিল—বুদ্ধদৰ্শনত আত্মাৰ স্থান নাই। কোশলতেই এই দৰ্শনে বিশেষ খ্যাতি অৰ্জন কৰিছিল—কিয়নো গৌতম কোশলবাসী শাক্যবংশৰে লোক। আন জড়বাদীসকলৰ দৰে গৌতমেও দৃঢ়তাৰে ঘোষণা কৰিছিল—এই জগতত আত্মা নাই, ব্ৰহ্ম, ঈশ্বৰ নাই, অনন্ত বস্তু বুলি একো নাই, সকলোৱে জন্মৰ পিছত অচিৰে লোপ পায়। সংসাৰখন কিছুমান বস্তুৰ সমষ্টি নহয়—ই ঘটনাৰ সোঁত মাত্ৰ। এই মত জ্ঞানীসকললৈ যুক্তিসঙ্গত আৰু অন্তস্পৰ্শী যেন লাগিল।

কিন্তু অনিত্যবাদী দৰ্শনে সমাজত ধনী-দৰিদ্ৰ, দাস-স্বামীৰ সম্বন্ধৰ বিঘিনি ঘটাব পাৰে। সেইকাৰণেই অজিতে শাসকবৰ্গ, সামন্ত আৰু ব্যৱসায়ী শ্ৰেণীৰ আদৰ লাভ কৰিব নোৱাৰিলে। গৌতমে তেওঁৰ জড়বাদ, তেওঁৰ অনন্তবাদত আন কথাৰ ৰহণ সানি কঠোৰতা অলপ হ্ৰাস কৰিছিলে। গৌতমৰ মতে শাশ্বত আত্মা বুলি এটা নাই—তথাপিও মানুহৰ চেতনা-শক্তিৰ প্ৰৱাহ, স্বৰ্গ, নৰক, আদিলোক বা আন তেনে কোনো সীমাৰ ভিতৰত এক দেহৰপৰা আন এক দেহলৈ আৰু এক শৰীৰপ্ৰৱাহৰপৰা আন শৰীৰপ্ৰৱাহলৈ সঞ্চাৰিত হয়। এওঁৰ এই মতত ৰজা প্ৰবাহণে গঢ় দিয়া পুনৰ্জন্মবাদৰ অস্তুপাটে পূৰা মাত্ৰাই ঠাই পালে। গৌতমে গোড়া জড়বাদ প্ৰচাৰ কৰা হ'লে সাকেট, শ্ৰাৱস্তী, কৌশম্বী আৰু সদৰ চহৰ ভদ্ৰিকাৰ লাখপতি সদাগৰইঁতৰ ধনৰ মোনা মেল নেখালেহেতেন আৰু ক্ষত্ৰিয়, ব্ৰাহ্মণ, সামন্ত, শাসকবৰ্গ, ৰজা-মহাৰজাসকলে তেওঁৰ ওচৰত আঁঠু নললেহেতেন।

শ্ৰাৱস্তীৰ উচ্চ-স্তৰৰ তিৰোতাসকলে গৌতমৰ বাণী ভক্তি সহকাৰে মানিছিল। ৰজা প্ৰসেনজিতৰ পাটমাদৈ মল্লিকা বৌদ্ধধৰ্মৰ বৰ অনুৰক্ত আছিল আৰু তেওঁৰ বান্ধৱী চহৰৰ প্ৰতাপী সদাগৰ এজনৰ বোৱাৰীয়েক বিশাখাই তেওঁৰ ভক্তিৰ নিদৰ্শন স্বৰূপে পূৰ্বৰাম মহাবিহাৰ নিৰ্মাণ কৰি বুদ্ধক নিৱেদন কৰিছিল। সেনাপতি বন্ধুলৰ পৰিবাৰ মল্লিকা ৰাণী মল্লিকাৰ মৰমৰ সখী। ৰাণীৰ প্ৰভাৱ আৰু পৰামৰ্শৰ বলত তেৱোঁ বুদ্ধৰ বাণীৰ দ্বাৰা অনুপ্ৰাণিত হবলৈ ধৰিলে আৰু শেহত গৈ তেৱোঁ বুদ্ধৰ শৰণাৰ্থী হ'ল।

মল্লিকাৰ ঘৰখন অতি জাকৃজমকীয়া আছিল। কোশলৰ নিচিনা এখন ৰাজ্যৰ সৰ্বাধিনায়কজনৰ ঘৰ ৰাজ-অট্টালিকা যেন হোৱাৰ কথাই। মল্লিকাৰ দহোটি ল'ৰাই অতি ধুনীয়া, বীৰ আৰু প্ৰত্যেকেই ৰাজকীয় সেনা-বাহিনীৰ উচ্চপদত অধিষ্ঠিত। বহুতো কাল জুৰি বন্ধুলৰ নিজ ক্ষমতা ৰজাতকৈও বেছি আছিল, কিন্তু ইতিমধ্যে তেওঁৰ বহুত শত্ৰুও বাঢ়িল। এওঁলোকৰ ঈৰ্ষাৰ কাৰণ হ'ল—বিদেশী লোক এজনে ইমান উচ্চ আসন এখন লাভ কৰিব কিয়। এই ঈৰ্ষাপৰায়ণ লোকসকলে ৰজাৰ

কাণত বিহ বৰষিবলৈ লাগিল। ৰজা সিমান বুধিয়ক নাছিল। 'বন্ধুলে ৰজাক নির্বোধ বুলি কয়,' এনে টুটকীয়া কথা ৰজাক লগোৱাত ৰজা তাতে পতিয়ন গ'ল। মুৰকত গৈ এই কথাও ৰজাক ন দি কোৱা হ'ল বোলে সেনাপতিয়ে সিংহাসন অধিকাৰ কৰাৰো আশা কৰে। প্ৰসেনজিতে এইবোৰ কথা সম্ভৱপৰ বুলিয়েই ধৰি ল'লে। এনেধৰণেই ৰজা তেওঁৰ নিজৰ শক্ৰবিলাকৰ হাতৰ পুতলা হ'ল—কিন্তু তেওঁৰ শক্ৰৰেই বন্ধুলৰো শক্ৰ।

এদিন বন্ধুলক আমন-জিমনকৈ মন মাৰি কিবা ভাবি-চিন্তি থকা দেখি মল্লিকাই সুধিলে—

"প্ৰিয়তম, তুমি ইমানকৈনো কি ভাবিছা ?"

"ৰজাই মোক সন্দেহৰ চকুৰে চোৱা হৈছে।"

"তেনে তুমি সৈন্যাধ্যক্ষৰ বাব এৰি নিদিয়া কেলৈ ? আকৌ আমি কুশীনাৰালৈ উভতি যাওঁগৈ ব'লা। আমি তাত থাকিবলৈ বহুতো মাটি-বাৰী আছে।"

"যোৱা মানেই ৰজাক শক্ৰৰ হাতত এৰি যোৱা হব। তুমি বুজা নাই নে মল্লিকা ? কাশীৰ ওপৰত মগধৰ ৰজা অজাতশক্ৰৱে ইতিমধ্যে কেবাবাৰো আক্ৰমণ চলাইছে। এবাৰ আমি তেওঁক বন্দী কৰি আনিছিলোঁ। ৰজা কিন্তু বৰ উদাৰ। ৰাজকন্যা বজ্ৰাক বিয়া দি তেওঁক মুক্তি দিলে। কিন্তু মল্লিকা, অজাতশক্ৰৱে সমগ্ৰ ভাৰতৰ ৰাজ-চক্ৰৱৰ্তী হোৱাৰ সপোন দেখিছে। বিবাহ-বান্ধোনেৰে তেওঁক দমন কৰিব নোৱাৰি। তেওঁৰ চোৰাংচোৰাৰে আমাৰ নগৰ ভৰি পৰিছে। আমাৰ নিচেই কাষতে থকা অৱন্তি (উজ্জয়িনী) ৰজাৰ জোঁৱায়েক বৎস-ৰাজ উদয়নৰ উদ্দেশ্যও ভাল নহয়। তেৱোঁ আমাৰ ৰাজ্যৰ সীমান্ততে সমৰায়োজন কৰিছে। এনে সময়ত শ্ৰাৱস্তী এৰি যোৱা কাপুৰুষালি আৰু লাজৰ কথা হব, মল্লিকা।"

"সঁচাই মিত্ৰদ্ৰোহিতাৰ কথা হব।"

"মই মোৰ কাৰণে অলপো চিন্তিত হোৱা নাই। সমৰক্ষেত্ৰত বহুতোবাৰ মই মৃত্যুৰ মুখত পৰিও বাচিছোঁ। এদিন মৃত্যুৰ কৰাল গ্ৰাসত পৰাটো একো আচৰিত হবলগীয়া বা একো ডাঙৰ কথা নহয়।"

পাটমাদৈ মল্লিকা দেৱী এগৰাকী সাধাৰণ বনুৱা মালীৰ কন্যা—নিজ গুণৰ বলত তেওঁ প্ৰসেনজিতৰ ৰাজ-ৰাণী হৈছিল। এতিয়া তেওঁ ঢুকাল। তেওঁ জীয়াই থকা-হেতেন ৰজাক আওবাটে যোৱাত বাধা দিব পাৰিলেহেতেন।

এদিন ৰজাই সীমান্ত অঞ্চলৰ কোনো এক মিছা সঙ্কটৰ নামত ফাকি দি বন্ধুলৰ ল'ৰাকেইটা পঠিয়াই দিলে। সিহঁতে নিজৰ নিৰ্দিষ্ট কাম সমাধা কৰি ঘৰমুৱা হৈ



উভতি আহিছে। এনেতে ৰজাই বিশ্বাসঘাতকতা কৰি বন্ধুলক নিজকে তেওঁলোকৰ বিপক্ষে পঠিয়ালে। এনেভাৱে আভুৱা পিতাক আৰু তেওঁৰ দহোটি ল'ৰা একেলগে একে ঠাইতে জাহ গ'ল। এই ঘটনাৰ বিৱৰণৰ চিঠিখন মল্লিকাই পোৱা সময়ত তেওঁ বুদ্ধ আৰু তেওঁৰ ভিক্ষু লগৰীয়াহঁতক আহাৰ কৰাইছিল আৰু তেওঁৰ দহোজনী বোৱাৰীয়েকে সেই ভোজনৰ আয়োজন কৰিছিল। তেওঁ চিঠি পঢ়িলে, পঢ়োঁতে তেওঁৰ অন্তৰত যেন শানিকাৰ খোচহে পৰিছে। কিন্তু তেওঁ ইমান ধৈৰ্যশীলা যে তেওঁ মাত এষাৰিও নেমাতিলে—তেওঁৰ চকুৰ পানী এটোপাও নোলাল, তেওঁৰ মুখো শেঁতা নপৰিল। তেওঁ কাপোৰৰ আঁচলত চিঠিখন বান্ধি থৈ সঙ্ঘৰ সকলোকে আহাৰ যোগালে। ভোজনৰ পিছত ভক্তি সহকাৰে তেওঁ বুদ্ধৰ উপদেশবাণী শুনিলে। তাৰ-পিছত চিঠিখন চিঞৰি পঢ়ি দিলে। বন্ধুলৰ পৰিয়ালৰ ওপৰত যেন বজ্ৰপাতহে পৰিলে। মল্লিকা তেতিয়াও অচল-অটল। কিন্তু এই যুৱতী বিধৱাকিগৰাকীক সান্ত্বনা দি প্ৰকৃতিস্থ কৰা বুদ্ধৰ কাৰণেও টান কাম আছিল।

সময়ৰ সোঁতত প্ৰসেনজিতে প্ৰকৃত সত্য উপলব্ধি কৰিলে আৰু তেওঁ কৰা কৰ্মৰ অনুতাপ কৰিলে। কিন্তু হোৱা কথা হৈয়েই গ'ল। নিজকে প্ৰবোধ দিবলৈ বুলি তেওঁ বন্ধুলৰ ভাগিনেক দীৰ্ঘ কৰায়নক সৰ্বাধিনায়ক পাতিলে।

## [ ৬ ]

খৰালি কাল। কপিলাবাস্তুৰ চাৰিওফালৰ পথাৰবোৰ সেউজীয়া ঘেঁহু আৰু সৰিয়হ ফুলেৰে জকমকাই আছে। আজি নগৰখন সজাই-পৰাই সুশোভিত কৰা হৈছে, অ'ত ত'ত অলঙ্কাৰ খটোৱা তোৰণ সজা হৈছে। ৰাজকাৰেংটো সকলোতকৈ ধুনীয়াকৈ সজোৱা হৈছে। আজি তিনি দিন দিনে-নিশাই হাড়ভঙা খাটনি খাটি এটা ঘৰৰ এচুকত এদল দাসে জিৰণি লৈছেহি। তাৰে কাক নামে এজনে ক'লে—

"আমি দাসবোৰৰ কিবা প্ৰাণ বোলা বস্তু আছে জানো ? আমি মানুহ হৈ জনম লোৱাতকৈ গৰু-পশু হৈ জনম লোৱাও ভাল আছিল। তেতিয়াতো আমাৰ মানুহৰ বিবেক-বুদ্ধি নহ'লহেতেন।"

"ঠিকেই কৈছা কাক ! কালি মোৰ গৰাকী দণ্ডপাণিয়ে লোহাৰ শলা এডাল ৰঙাকৈ গৰম কৰি মোৰ তিৰোতাজনীক দাগি দিলে।"

"কি কাৰণে দাগিলে ?"

"তেওঁক সেইকথা কোনে সুবিধ পাবে? আমাৰ দাসবিলাকৰ মুনিহ-তিৰোতাৰ সম্বন্ধনো কি তেওঁলোকে সেইকণো ভাবি নেচায়, আৰু এই দণ্ডপাণিয়ে আকৌ নিজকে জৈনপন্থী বুলি জহায়—তেওঁ বোলে নিগন্থৰ অনুগামী, তেওঁ সকলো জীৱকে সমান চকুৰে চায়—আনকি মাটিত পৰি থকা কীট-পতঙ্গ ভৰিৰ গচকত মৰে বুলি ম'ৰা-পাখিৰ বিচনী এখন লৈ ফুৰায়। আমাৰ বেচেৰী সৰু ছোৱালীজনী কেবাদিনো ধৰি বেমাৰৰ পিছত অজ্ঞান হৈ পৰাত মোৰ পৰিবাৰে মোক কবলৈ আহিছিল—সেয়ে তাইৰ দোষ। শেহত গৈ বেচেৰী আৰু নেবাচিল। তাই মৰাত তাইৰ কাৰণে ভালেই হ'ল, নহ'লে তায়ো এই জগতত আমাৰ নিচিনা জীৱনকে যাপন কৰিব লাগিলহেতেন, নহয় জানো কাক? আমাৰ দাসবোৰৰ প্ৰাণ বুলি বস্তু এটাটো নায়েই—ইমান যে হৈছে, ইয়েই যথেষ্ট হোৱা নাই। আমাৰ নিষ্ঠুৰ গৰাকীজনে কৈছে—এই উৎসৱ শেষ হ'লেই বোলে মোৰ তিৰোতাজনীক বেচি দিব।"

"লোহাৰে দাগি-মেলিও তোমাৰ নৰাধম দণ্ডপাণিৰ হেপাহ নপলাল তেনে?"

"নপলাল ভাই, তেওঁ কৈছে—মোৰ সৰু ছোৱালীজনীৰপৰা বাৰ বছৰৰ মূৰত তেওঁ বোলে পঞ্চাশটা সোণৰ মোহৰ ঘটিব পাৰিলেহেতেন···আমি যেন নিজে ইচ্ছা কৰিহে তেওঁৰ এই পঞ্চাশটা মোহৰ কাঢ়ি নিলোঁ।"

"আৰু দাসবোৰৰ মাক-বাপেকৰ একো অনুভূতিয়েই নাই জানিবা!"

এনেতে তৃতীয় দাসে বাধা দি ক'লে—

"আৰু অত যে আদৰ-অভ্যৰ্থনাৰ আয়োজন চলিছে—এজন দাসী-পুত্ৰৰ কাৰণেই।"

"কোন হে কোন?"

"এওঁ কোশলৰ ৰাজকুমাৰ বিঢূদভ।"

"দাসী-পুত্ৰ?"

"ওঁ, হয়। মহানাম শাক্যৰ সেই বুঢ়ী তিৰোতাগৰাকীক চিনি নোপোৱা জানো? তাই আমাৰ নিচিনাই ক'লা বৰণৰ—তাইৰ পিতাক কোনো শাক্যবংশৰ লোকেই হব।"

"তেনেকৈ জন্ম লোৱা দাসী-কন্যাৰতো অভাৱ নাই!"

"নাই। বুজিছা! এই তিৰোতাজনীৰপৰা মহানামৰ এজনী ছোৱালী উপজিল—তাই বৰ ধুনীয়া, তাই কোনো শাক্য-কন্যাই যেন।"

"কিয়নো নহব?—তাই ধুনীয়া নহবনো কিয়? ধুনীয়া ছোৱালী লালন-পালন কৰি ডাঙৰ-দীঘল কৰিবলৈ গৰাকীহঁতে বৰ যত্ন লয়, তেহেলৈ লাগে তাই দাসী-ছোৱালীয়েই হওক।"

"কোশলৰ ৰজা প্ৰসেনজিতে কোনো এগৰাকী শাক্য-কন্যা বিয়া কৰাবলৈ বৰ ইচ্ছা



কৰিছিল। কিন্তু শাক্যসকলৰ কোনোৱেই তেওঁলৈ ছোৱালী দিবলৈ সাজু নহয়—কিয়নো শাক্যসকল পৃথিৱীৰ ভিতৰতে সম্ভ্ৰান্ত লোক বুলি জহায়—কাক! কিন্তু পোনে পোনেই তেওঁৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে শাক্যসকলৰ প্ৰতি ৰজা প্ৰসেনজিতৰ বৰ খং উঠিব। সেইবাবে মহানামে তেওঁৰ দাসী-কন্যাজনীকে শাক্য-জীয়ৰী বুলি কৈ প্ৰসেনজিতলৈ বিয়া দিলে আৰু সেই বাৰ্ষভক্ষত্ৰিয়া-কন্যাৰ পুত্ৰই কোশলৰ ৰাজকুমাৰ বিঢূদভ।"

"কিন্তু এতিয়াতো তেৱেঁ। শাক্যসকলৰ দৰে তেজ শুহি খাব।"

ডবা-শঙ্খ বাজিবলৈ ধৰিলে। শাক্যসকলে কোশল ৰাজকুমাৰক আদৰ-অভ্যৰ্থনা জনালে আৰু ৰাজপ্ৰাসাদত আড়ম্বৰেৰে সম্বৰ্ধনা জনালে কিন্তু দাসীপুত্ৰ বুলি গম পাই সকলোৰে অন্তৰত ঘৃণাৰ ভাবহে উপজিছিল।

বিঢূদভে 'মাতৃ-কুলৰ' লোকসকলৰ আদৰ-অভ্যৰ্থনাত আপ্যায়িত হৈ আৰু ককাক মহানামৰ আশিষ শিৰত লৈ কপিলাবাস্তু এৰিলে। কুল-জাত এজন লোকৰ পদাৰ্পণত ৰাজপ্ৰাসাদ কলুষিত হৈছে গতিকে শুচি কৰাৰ প্ৰয়োজন। ঘৰৰ মজিয়া আৰু দলিচাৰ প্ৰতিটো বালিকণাৰ সাঁচকে ধুই নিকা কৰিবলৈ অসংখ্য দাস-দাসী নিয়োগ কৰা হ'ল। কাম কৰি থাকোঁতে এজনী দাসীয়ে দাসী-পুত্ৰ বিঢূদভৰ বিৰুদ্ধে অনৰ্গল গালি বৰষিছে। বিঢূদভৰ লগৰীয়া এটা সৈনিক যাঠি এপাট ৰাজকাৰেণ্ডত এৰি গ'ল—তাকে নিবলৈ তেওঁ ঘূৰি আহিছিল আৰু দাসীজনীয়ে বলকি থকা উপাখ্যানবোৰ মনোযোগেৰে শুনি তেওঁ উভতি গ'ল। লাহে লাহে বিঢূদভেও এই গোটেই কথাবোৰ গম পালে। তেওঁ শপত খাই ঠিক কৰিলে কপিলাবাস্তুত আৰু এজন শাক্যকো জীয়াই নথয়। এদিনাখন তেওঁৰ প্ৰতিজ্ঞা পূৰণ হ'ল। প্ৰসেনজিতলৈও তেওঁৰ খং উঠিল—দাসী-কন্যা এজনীত তেওঁক জন্ম দিয়ালে কিয়?

দীৰ্ঘকাৰায়নে মোমায়েকহঁত আৰু মোমায়েকৰ পুতেক ভাই-ককাইহঁতৰ মৃত্যুৰ কথা পাহৰিব পৰা নাছিল। আনহাতে প্ৰসেনজিতো আগৰ কু-কৰ্মবোৰৰ বাবে অনুশোচনা আহি সাধু আৰু দয়ালু হবলৈ ধৰিলে। এদিন দুপৰীয়া আহাৰৰ পিছত তেওঁ বুদ্ধৰ কথা ভাবিছিল—আৰু কেইমাইলমান আঁতৰৰ শাক্য চহৰ এখনতে বুদ্ধ থকা বুলি জানি তেওঁ দীৰ্ঘকাৰায়ন আৰু গা-ৰখীয়া সৈন্যসকলৰ সৈতে তালৈ যাত্ৰা কৰিলে। বৌদ্ধ মঠত সোমোৱাৰ আগতে তেওঁ ৰাজদণ্ড, তৰোৱাল আৰু আন ৰাজ-চিহ্নবোৰ দীৰ্ঘকাৰায়নৰ হাতত দিলে। সৈন্যাধ্যক্ষ দীৰ্ঘকাৰায়ন আৰু বিঢূদভৰ আগৰেপৰা বুজা-বুজি হৈয়ে আছিল। এতিয়া সুবিধা পাই প্ৰসেনজিতৰ ৰাণী এগৰাকীক দুৱাৰ-মুখত থৈ তেওঁ বিঢূদভক ৰজা বুলি ঘোষণা কৰিলে আৰু শ্ৰাৱস্তীলৈ উভতিল।

বুদ্ধৰ উপদেশবাণী কিছুপৰ শুনাৰ পিছত প্ৰসেনজিত ওলাই আহিল। তেওঁৰ পৰিবাৰে উচুপি উচুপি থোকা-থুকি মাতেৰে ঘটনাৰ আদ্যোপান্ত বিবৰি ক'লে। প্ৰসেনজিত তেওঁৰ সম্পৰ্কীয় মগধ-ৰাজ অজাতশত্ৰুৰ ৰাজধানীলৈ সহায় বিচাৰি যাত্ৰা কৰিলে। তেওঁৰ এনেয়ে বৃদ্ধ অৱস্থা, তাতে কেবাসপ্তাহো ধৰি খোজকাঢ়ি যাওঁতে যাওঁতে গন্তব্যস্থান নোপাওঁতেই বুঢ়া তেনেই নিশকতীয়া হৈ পৰিল। সন্ধ্যা তেওঁ ৰাজগৃহ পাওঁতে পাওঁতেই নগৰৰ বাট-পথ সকলো বন্ধ কৰা হ'ল। সেই ৰাতিয়ে ৰাজপ্ৰাসাদৰ বাহিৰৰ পঁজা এটাত প্ৰসেনজিতে প্ৰাণ এৰিলে। ৰাতিপুৱা ৰাণীৰ কান্দোন শুনি অজাতশত্ৰু আৰু বজ্ৰা উধাতু খাই আহিল, কিন্তু জাক-জমকৈ শ সংকাৰ কৰাৰ বাহিৰে তেওঁলোকৰ কৰিবলৈ আৰু একো নাছিল।

বন্ধুলৰ হত্যাৰ প্ৰতিশোধ এনেভাৱেই লোৱা হ'ল। দাসত্বৰ বিষময় পৰিণাম এয়েই।



## দশম অধ্যায়

## নাগদত্ত

অঞ্চল—উত্তৰ ভাৰত।

সময়—৩৩৫ খৃঃ পূঃ।

এতিয়া আৰ্যসকল ভাৰতত ভালকৈয়ে থিতাপি লৈছে আৰু অসুৰসকলৰ ভাবধাৰা আৰু পৌৰাণিক দস্তৰ কিছুমান তেওঁলোকে গ্ৰহণ কৰিছে। এই কাহিনীয়ে আমাক এহাতে সৰ্বশক্তিমান সম্ৰাট এজনৰ আদৰ্শ-পৰিকল্পনা আৰু আনহাতে বিদেশী আক্ৰমণৰ আগছোৱা কাললৈ লৈ যাব।

[ ১ ]

"উচিতটোকহে আমি স্থান দিব লাগে, বিষ্ণুগুপ্ত। আমি মানুহ হৈ জন্ম লৈছোঁ যেতিয়া আমি হকটোহে কৰিম—এইবুলি স্থিৰ কৰি লব লাগে।"

"কৰ্তব্যই জানো ধৰ্ম নহয় ?"

"ধৰ্মক মই ছলনা বুলিহে বিবেচনা কৰোঁ। আনৰ কাঢ়ি আনি যিসকলে সুখে-সন্তোষে পৰ-ধন ভোগ কৰে সেইসকলক সুবিধা দিয়াৰ ই এক ফন্দিহে—আন একো নহয়। দৰিদ্ৰ আৰু নিৰ্বলীসকলৰ কাৰণে ধৰ্মই জানো কেতিয়াবা কিবা খবৰ ৰাখিছে ? পৃথিৱীত এনে এক জাতি নাই যি কোনো এটা নহয় কোনো এটা ধৰ্মক বিশ্বাস নকৰে। কিন্তু কোনোবাই কেতিয়াবা দাসবিলাকো যে মানুহেই তাৰ খবৰ ৰাখিছে নে ? দাসৰ কথা বাদকে দিয়া অদাস তিৰোতাসকলৰ বেলিকাও একে কথাই। ধনহে লাগে—তুমি দুজনীহে নেলাগে চাৰিজনী, দহজনী কিয় এশজনী তিৰোতা বিয়া কৰাব পাৰিবা। তেওঁলোকৰ অৱস্থা দাসতকৈওতো কোনোপধ্যে ভাল নহব। কিন্তু ধৰ্মই ইয়াৰ বিপৰীতে কিবা মাত মাতিব নে ? মোৰ সুবিচাৰৰ ধাৰণা আৰু ধৰ্মৰ সুবিচাৰৰ অৰ্থ সুকীয়া—সুস্থ মানুহৰ বিবেকে যিটোক সমৰ্থন কৰে সিয়েইহে উচিত, মই ইয়াকেহে বুজোঁ।"

"হেৰা, তেনে মই কওঁ—আৱশ্যক যি সিয়েই উচিত।"

"তেনেহলে উচিত কোনটো আৰু অনুচিত কোনটো তাৰ কোনো পাৰ্থক্যই নেথাকিব।"

"পাৰ্থক্য থাকিব, নেথাকিব কেলৈ বন্ধু। মই আৱশ্যকীয় বুলি কওঁতে অকল এজনৰ আৱশ্যকৰ কথাকে কোৱা নাই।"

"বিষ্ণুগুপ্ত, মোক ভালদৰে বুজাই কোৱাহে মই বুজা নাই।"

"বাৰু, এই তক্ষশিলা আৰু গান্ধাৰৰ কথাকে ধৰা, বন্ধু। আমাৰ কাৰণে আমাৰ স্বতন্ত্ৰতা কিমান আপোন—ই আমাৰ ন্যায্য-স্বত্ব। কিন্তু আমাৰ দেশখন অতি সৰু—ডাঙৰ ডাঙৰ শত্ৰুৰ আগত তিষ্ঠিব নোৱাৰে। যেতিয়ালৈকে আমাৰ চুবুৰীয়া ৰাজ্যবোৰ মদ্ৰ আৰু পশ্চিম গান্ধাৰৰ নিচিনা সৰু সৰু প্ৰজাতন্ত্ৰ আছিল—আমি নিৰ্বিঘ্নে বাস কৰিছিলোঁহঁক। কেতিয়াবা যুদ্ধ-বিগ্ৰহ লাগিছিল, কিন্তু তেনে যুঁজত দুই-এজন মানুহৰ প্ৰাণ নাশ হোৱাৰ বাহিৰে আন একো পৰিণাম নাছিল। তেতিয়া আমাৰ স্বতন্ত্ৰতা বিপন্ন হোৱা নাছিল—কাৰণ তক্ষশিলাৰ কাঁইটীয়া গুটি খাই হজম কৰাটো কাৰো পক্ষেই সহজ নাছিল। কিন্তু যেতিয়া পাৰ্শৱ (ইৰাণী)-সকল আমাৰ পশ্চিমফালৰ প্ৰতিবেশী হ'লহি, তেতিয়াই আমাৰ স্বতন্ত্ৰতা তেওঁলোকৰ দয়াৰ ওপৰতহে বৰ্তি থাকিবলগীয়া হ'ল। আমাৰ স্বতন্ত্ৰতা ৰক্ষাৰ্থে তেনে আমাক কি লাগে—কিহৰ আৱশ্যক? আমিও পাৰ্শৱসকলৰ দৰে শক্তিশালী হব লাগিব।"

"আমি শক্তিশালী হবলৈ কি কৰিব লাগিব?"

"এচমকা ঠাইৰ এখন প্ৰজাতন্ত্ৰৱে একো কৰিব নোৱাৰি। সৰু-সুৰা ৰাজ্যৰ ঠাইত ডাঙৰ সাম্ৰাজ্য গঢ়িব লাগিব।"

"সেই বিশাল ৰাজ্যখনৰ ভিতৰত সৰু সৰু ৰাজ্যবোৰৰ স্থান কি হব?"

"তেওঁলোকৰ নিজ নিজ অস্তিত্ব বজাই ৰাখিব।"

"এইবোৰ ভুল ধাৰণা, বিষ্ণুগুপ্ত। প্ৰভুৰ তলত দাসে জানো কেতিয়াবা আপোন স্বতন্ত্ৰতা বজাই ৰাখিব পাৰে?"

"নাগদত্ত, বিশিষ্ট স্থান লাভ কৰোঁ বুলি ভাবিলেই বা ইচ্ছা কৰিলেই নহয়—তাৰবাবে লাগে যোগ্যতা। তক্ষশিলা-গান্ধাৰে কি ভূমিকা গ্ৰহণ কৰিব লাগে যদি জানে—বিৰাট সাম্ৰাজ্য এখনৰ মাজতো উচ্চস্থান অধিকাৰ কৰিবলৈ সক্ষম হব, তাকে যদি নেজানে তলতীয়া হিচাপেই থাকিব।"

"গোলাম হৈ থাকিব।"

"কিন্তু বন্ধু, দাৰয়োশ ৰাজ্যৰ ভিতৰুৱা পশ্চিম-গান্ধাৰৰ যি অৱস্থা, তাতকৈ অন্ততঃ গোলামৰ স্থানেই ভাল। বাৰু মোৰ ব্যৱস্থাৰ কথা বাদেই দিয়া। তুমিয়েই বাৰু মোক কোৱাচোন আমাৰ স্বতন্ত্ৰতা ৰক্ষা কৰিবলৈ আমি কি কৰা উচিত? তুমিনো কি ভাবিছা? কিন্তু মনত ৰাখিবা বন্ধু—ই ধ্ৰুৱসত্য যে আমাৰ নিচিনা সৰু দুখীয়া দেশ এখনৰ সামান্য সংস্থানেৰে আমাৰ অস্তিত্বকে ৰক্ষা কৰিব নোৱাৰোহঁক।"



"তেনে বিষ্ণুগুপ্ত, মই কওঁ, শুনা। কোনো ৰজাৰ অধীন নোহোৱাকৈ আমাৰ নিজ গণ-স্বতন্ত্ৰতা অক্ষুণ্ণ ৰাখিব লাগিব। স্বীকাৰ কৰোঁ, আমাৰ নিচিনা সৰু দেশ এখনৰ পক্ষে স্বতন্ত্ৰতা ৰক্ষা কৰি চলা টান কাম। সেইবাবেই সমগ্ৰ উত্তৰ-ভাৰতৰ (পঞ্জাৰ) ৰাজ্যবোৰ একগোট কৰি এক সঙ্ঘ স্থাপন কৰিব লাগিব।"

"সেই সঙ্ঘত প্ৰতিখন ৰাজ্যই স্বতন্ত্ৰভাৱে থাকিব, নে সঙ্ঘয়েই সকলোতকৈ ওপৰত থাকিব?"

"মই কৈছোঁ, শুনা—এখন ৰাজ্যৰ ব্যক্তিবিশেষতকৈ ৰাষ্ট্ৰকহে ওখ আসন দিয়া হয়। ঠিক তেনে ধৰণেই গান্ধাৰ, মদ্ৰ, মল্ল, শিবি বা আন কোনো সদস্য-ৰাজ্যতকৈ ৰাষ্ট্ৰসঙ্ঘক ওপৰ বুলি মানিব লাগিব।"

"সদস্য-ৰাজ্যবিলাকক সেই কথা কেনেকৈ মনাব পৰা হব? বাহিৰা শত্ৰুৰ আক্ৰমণক বাধা দিবলৈ প্ৰতিখন ৰাজ্যতে একোটা সৈন্যবাহিনী থাকিবই লাগিব। তোমাৰ সঙ্ঘই কৰ-কাটলতো সংগ্ৰহ কৰিব লাগিব।"

"ৰাজ্যখনৰ ভিতৰত জনগণক যেনে ধৰণে ব্যৱহাৰ কৰা হয়, সঙ্ঘৰ সদস্য-ৰাষ্ট্ৰসমূহকো তেনে ধৰণেই চলাব লাগিব।"

"ৰাজ্য এখনৰ ভিতৰত পুৰুষানুক্ৰমে একে তেজ-মঙহৰ বান্ধোনেৰে একগোট হৈ এটা মাত্ৰ বিৰাট পৰিয়াল হিচাপে বাস কৰাটো বোপা-ককাৰ দিনৰেপৰা চলি অহা নিয়ম আৰু সেই বিৰাট পৰিয়ালটোৱে স্মৰণাতীত কালৰপৰাই ৰাজ্যিক বিধি-বিধান মানি চলাটো প্ৰচলিত দস্তুৰ। কিন্তু তোমাৰ এই ৰাজ্য-সঙ্ঘ এটা নতুন বস্তু হব। তাক সবল কৰি তুলিবলৈ তেজ-মঙহৰ বান্ধোনৰ কথা নুঠে—তাৰ প্ৰতিকূলে কিন্তু বহুত যুগ যুগ ধৰি চলি অহা জাতিৰ যুঁজ-বাগৰ, বাদ-প্ৰতিবাদহে আছে। এনে অৱস্থাত বন্ধু, সঙ্ঘৰ আইন-কানুন কেনেকৈ বলবৎ কৰিবা? ব্যৱহাৰিক দৃষ্টিৰপৰা চোৱা হ'লে তুমি এনেবোৰ পৰিকল্পনাৰ কথা নোকোৱা। ৰাজ্যবোৰে সঙ্ঘখনক মানি চলিব যদিহে সঙ্ঘই জোৰকৈ তেওঁলোকক মনাব পাৰে—কিন্তু তেওঁলোকক বাধ্য কৰাবলৈ সঙ্ঘৰ শক্তি ক'ত?"

"মই বুজিছোঁ—তেওঁলোকৰ নিজৰ ভিতৰৰপৰাই সেই ক্ষমতা গঢ়া উচিত হব।"

"সেয়ে যদি হয়—ভালেই। কিন্তু ইতিমধ্যেই আমি ইৰাণীহঁতৰ মাধমাৰৰ কোব পালোৱেই আৰু অভিজ্ঞতাৰপৰা যি বুজিব পাৰিছোঁ সেই ক্ষমতা ভিতৰৰপৰা গঢ়ি নুঠে। সেইবাবেই যি কোনো উপায়েই নহওক এনে এক ক্ষমতাৰ সৃষ্টি কৰিবই লাগিব।"

"ৰজাক স্বীকাৰ কৰিও নে?"

"অকল তক্ষশিলাই নহয়, তক্ষশিলা-গান্ধাৰৰ নিচিনা সৰু সৰু সকলো ৰাজ্যয়ে যদি এজন ৰজা—ৰাজ-চক্ৰৱৰ্তীক—স্বীকাৰ কৰি লয় আমাৰতো একো ক্ষতি নাই।"

"তেনে পাৰ্শ্ব-ৰাজ দাৰয়োশকেনো ৰজা মানি নোলোৱা কেলৈ ?"

"পাৰ্শ্ব-ৰাজ দাৰয়োশ আমাৰ দেশৰ লোক নহয়—তাক তুমি জানাই ; আমি ভাৰতীয়।"

"তেনে নন্দক ?"

"উত্তৰ ভাৰতৰ ৰাজ্যবোৰ গোটাই যদি আমি এখন সঙ্ঘ গঠন কৰিব নোৱাৰোঁ—আমি নন্দৰ প্ৰজা হৈ থাকিবলৈ অমান্তি হোৱা উচিত নহব। পশ্চিম-গান্ধাৰৰ দৰে বিদেশী দাৰয়োশৰ দাস হৈ থকা ভাল, নে আমাৰ নিচিনা ভাৰতীয় ৰাজ-চক্ৰবৰ্তী এজনৰ বশ্যতা স্বীকাৰ কৰা ভাল—কোনটো ভাল হব ?"

"অহ ! বিষ্ণুগুপ্ত, ৰজাই শাসন কৰা দেশ এখন তুমি কেতিয়াও দেখাই নাই হবলা ? ৰাজ-শাসনৰ অধীনত থকা সাধাৰণ প্ৰজাৰ অৱস্থা কি—দেখিলেহে বুজিব পাৰিবা। তেওঁলোক দাসতকৈ কোনো গুণেই ভাল নহয়।"

"মই স্বীকাৰ কৰিছোঁ, পশ্চিম-গান্ধাৰৰ বাহিৰে ৰাজ-শাসিত এখন দেশত মই কেতিয়াও ভৰি দিয়া নাই। কিন্তু মোৰ বৰ ইচ্ছা হয় দেশ-বিদেশ ভ্ৰমি সেই ঠাইবোৰ যেন চাই ফুৰিম। মোৰ শিক্ষা সাং কৰি ঘৰৰ ধুঁৱলী-কুঁৱলী পৰিবেশ এটাত বাস কৰাতকৈ অন্ততঃ এবাৰ ঘূৰি-পকি অহাৰ কথা ভাবিছোঁ। তুমিও মোক তেনে এবাৰ কথাকে কৈছা। কিন্তু বিদেশীৰ ওচৰত ঘৃণনীয়ভাৱে পদানত হোৱাৰপৰা যদি আমি নিষ্কৃতি পাবলৈ হয়, আমাৰ এই সৰু-সুৰা সীমান্তৰ মনোবৃত্তি ত্যাগ কৰিব লাগিব—মোৰ এই মতামতৰ কিন্তু পৰিৱৰ্তন নঘটে। কোৰোশ আৰু দাৰয়োশে যি চাবি-কাঠী ব্যৱহাৰ কৰি সফলতা লভিলে, আমিও তেনে পন্থাকে লব লাগিব।"

"তেওঁলোক কিমানদূৰ সফলকাম হৈছে—মোৰ নিচেই কাষৰপৰা চাবলৈ ইচ্ছা হয়।"

"নিচেই ওচৰৰপৰা নে ?"

"ওঁ, হয়। পূৰ্বে মই মগধলৈকে গৈছোঁ। নন্দ-ৰাজ্যও মই দেখিছোঁ ; আমাৰ পূৱ-গান্ধাৰৰ তুলনাত সেইখন এখন নৰক-কুণ্ডহে যেন। এই ৰাজ্যখন সঁচাকৈয়ে শক্তিশালী কিন্তু দুখীয়াৰ ওপৰত অত্যাচাৰ কৰিবলৈহে হৈছে—বনুৱা, কৃষক, কাৰিকৰ, দাসইঁত তাত কিমান যে দুখ-দুৰ্গতিত বাস কৰিছে, তাৰ কি বৰ্ণনা দিবা ?"

"এনে হবলৈ পাইছে কিয় ? কাৰণ নন্দৰ সাম্ৰাজ্যত তক্ষশিলাৰ নিচিনা আত্মসন্মান-সম্পন্ন আৰু স্বতন্ত্ৰতাপ্ৰিয় লোকসকল সন্মিলিত হব পৰা নাই।"

"নহয়, সন্মিলিত হৈছে, বিষ্ণুগুপ্ত। লিচ্ছৱি প্ৰজাতন্ত্ৰ আমাৰ গান্ধাৰৰ নিচিনাই যুদ্ধপ্ৰিয়। তথাপিও আজি বৈশালী মগধৰ বহতীয়া দাস আৰু লিচ্ছৱিইঁত মগধ-চিকাৰীৰ চিকাৰৰ চোকা কুকুৰ—তাতোকৈ একো ভাল বুলিব নোৱাৰি। বৈশালীলৈ যোৱা, দেখিবা চাৰিওফালে ধ্বংসাৱশেষ। আজি ডেৰ শ বছৰৰ আগৰ বৈশালীৰ জনসংখ্যাৰ এক-



তৃতীয়াংশও এতিয়া নাই। শ শ বছৰ ধৰি অৰ্জন কৰা স্বাধীনতা আৰু সোণালী গৌৰৱ এতিয়া মাত্ৰ মগধ-ৰজাক সেৱা কৰিবলৈ বীৰ সৈনিক যোগানৰ বাবেহে কামত লাগিছে। এখন দেশ বিৰাট সাম্ৰাজ্য এখনৰ কবলত পৰিলে তাৰ আৰু নিস্তাৰ নাই—ই আৰু তাৰ হাত সাৰিব নোৱাৰে।"

"হেৰা নাগদত্ত, এসময়ত ময়ো তোমাৰ দৰেই ভাবিছিলোঁ। কিন্তু মই এতিয়া বুজিব পাৰিছোঁ এই সৰু সৰু দেশবোৰৰ দিন এতিয়া উকলিল। কিন্তু ডাঙৰ ৰাজ্যৰ সঙ্ঘ প্ৰতিষ্ঠা কৰাও এটা সপোনহে মাত্ৰ। এই কাৰণেই সময়ৰ সোঁতলৈ লক্ষ্য ৰাখি এই সময়ৰ আৱশ্যকতা কি তাৰ কথাহে কৈছোঁ। কিন্তু পশ্চিম দেশ ভ্ৰমণৰ বাবে তুমি এতিয়া সাজু হৈছা নে নাই, কোৱাচোন ?"

"ওঁ, হৈছোঁ। প্ৰথমে পাৰ্শ্বইঁতৰ দেশকে চামগৈ। তাৰপিছত যদি সম্ভৱপৰ হয় যৱনৰাজ্য গ্ৰীচদেশ চাবলৈ যাম। গ্ৰীকসকলেও আমাৰ দৰেই প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰিছে। কেনেকৈ তেওঁলোকেনো দাৰয়োশ আৰু তেওঁৰ সতি-সন্ততিইঁতৰ বিশ্ব-বিজয়ৰ আশা মষিমূৰ কৰিব পাৰিলে—তাকে মই নিজ চকুৰে চাবৰ মন গৈছে।"

"ময়ো দূৰ দেশলৈ যামগৈ, বন্ধু। পূব দেশবোৰত ভ্ৰমণ কৰি সমগ্ৰ জম্বুদ্বীপক (ভাৰত) একত্ৰিত কৰিব পৰা শক্তি মগধৰ আছে নে নাই তাকে মই জানিব খোজোঁ। বুজিছা বন্ধু, আমাৰ শিক্ষা সাং কৰি ধন ঘটা নাইবা পৰিয়াল পোহপালৰ ভাৰ হাতত লোৱাতকৈ আমাৰ পক্ষে এই কাম কৰাহে বিধেয়। পিছে বন্ধু, এটা কথাত কিন্তু মোৰ বৰ দুখ থাকিল—আন বিদ্যাৰ লগতে তোমাৰ নিচিনাকৈ মই বৈদ্যবিদ্যা শিকিবলৈ নহ'ল। তুমি খুব ভাল কাম কৰিলা। পৰ্যটকসকলৰ কাৰণে ই বৰ লাভজনক বিদ্যা।"

"কিন্তু তুমিও বৰ লাভজনক বিদ্যা শিকিলা—তুমি জ্যোতিষ আৰু সামুদ্ৰিক তন্ত্ৰ-মন্ত্ৰ জানা।"

"কিন্তু তুমি জানাই এইবোৰ মাত্ৰ টালিবাজিহে।"

"কিন্তু সঁচা-মিছাৰ লগত বিষ্ণুগুপ্ত চাণক্যৰ বা কি কৰিবলগীয়া আছে ? আৱশ্যকীয়-টোৱেই তোমাৰ কাৰণে উচিত কথা।"

সৰুকালৰেপৰা একেলগে খেলা-ধেমালি, একেলগে পৰিশ্ৰম কৰি আৰু একেলগে লিখা-পঢ়া শিকি নাগদত্ত কাপ্য আৰু বিষ্ণুগুপ্ত চাণক্যই ছাত্ৰজীৱন শেষ কৰিছেহি। তক্ষশিলাৰ এই যুৱক দুজনৰ জীৱনৰ এয়ে শেষ আলোচনা। তেওঁলোক দুয়ো নিজ নিজ বিচাৰ-বুদ্ধি অনুসৰি একাধিকবাৰ পাৰ্শ্বসকলৰ আক্ৰমণত জুৰুলা হোৱা তক্ষশিলাৰ স্বাধীনতা কেনেকৈ অক্ষুণ্ণ ৰাখিব পাৰি তাৰ পথ বিচাৰি ওলাল।

[ ২ ]

চাৰিওফালে সৰু সৰু পৰ্বতবোৰ—গছ-গছনি, ঘাঁহ-বন নথকা চাপৰ চাপৰ। সেউজীয়া বৰণৰ এচমকামান ঠায়ো দেখিবলৈ নেপাই চকুত পোৰণি উঠিছে। পৰ্বতমালাৰ মাজত আহল-বহল এখন উপত্যকা—তাত পানী আৰু গছ-গছনিৰ চিন পাবলৈ আশা কৰিব পাৰি। উপত্যকাৰ দাঁতিয়েদি যোৱা মৰুযাত্ৰীসকলৰ বাটটো সূতা এডালৰ দৰে দেখা যায়। যাত্ৰীসকল অহৰহ সেই বাটেৰে আহিছে আৰু গৈছে। ঠায়ে ঠায়ে অতিথিশালা—যাত্ৰীসকল আৰু তেওঁলোকৰ সহচৰ জন্তুবোৰ তাতে জিৰায়। ঠাই-ডোখৰৰ আশে-পাশে নিৰীক্ষণ কৰিলে এই অতিথিশালাবোৰত ইমান সুযোগ-সুবিধা পোৱা যায় বুলি বিশ্বাস কৰিবলৈকে টান হয়। এই মৰুভূমিৰ মাজথনলৈ ইমানবোৰ আহিলা-পাতি, খোৱা-থকাৰ বস্তু-বাহানিকে বা ক'ৰপৰা গোটায়!

অতিথিশালাৰ ঘৰবোৰো কেবাবিধৰ—কোনোটো সাধাৰণ চৰকাৰী কৰ্মচাৰীৰ বাবে, কোনোটো সৈনিকৰ বাবে, কোনোটো সদাগৰসকলৰ কাৰণে আৰু প্ৰতিটো অতিথিশালাতে অন্ততঃ একোটাকৈ ৰজাৰ বিশ্ৰাম-ঘৰ থাকে—এই ঘৰত ভ্ৰমণ-ৰত ৰজা বা ক্ষত্ৰপসকলে ( ৰাজ-প্ৰতিনিধি ) বিশ্ৰাম লয়। আজি এনে এটা ৰাজ-অতিথিশালালৈ কোনোবা এজন আহিছে—ৰজা-হাউলিত কোনোবা এজনে জিৰাইছেহি। ঘোঁৰাশালত ঘোঁৰা বন্ধা আছে—অসংখ্য দাস, পৰিচাৰকেৰে চোতাল ভৰি আছে। কিন্তু প্ৰতিজনৰ মুখতে যেন এটা বিষাদৰ ছাঁ। অতবোৰ মানুহৰ জুম আৰু উখল-মাখলৰ মাজতো ৰজা-হাউলিৰ চৌপাশে এক অভাৱনীয় নীৰৱতাই যেন ঠাইডোখৰ নিজম নিয়াই থৈছে। এনে সময়তে ৰজা-হাউলিৰ জপনা পাৰ হৈ বৰ উগুল-থুগুল মনেৰে তিনিজন ৰাজ-কৰ্মচাৰী ওলাই আহিল আৰু তিনিও সাধাৰণ লোক জিৰণি লোৱা ঘৰৰ ফালে গ'ল। তেওঁলোকৰ বহুমূলীয়া কাপোৰ-কানি আৰু আকৰ্ষণীয় চেহেৰা-পাতি দেখি বাটৰ আন-সকলে ভয় আৰু সন্মানত একাষৰীয়া হৈ থিয় দিলে। তাত কোনো বৈদ্য আছে নেকি তেওঁলোকে বিচাৰি আহিছে। সাধাৰণ যাত্ৰীৰ কাৰণে আছুতীয়াকৈ ৰখা অতিথিশালাৰ এটা কোঠাত এজন হিন্দু বৈদ্য আছিল—এই কথা তেওঁলোকক জনোৱা হ'ল। এই অঞ্চলত বৰষুণ বৰ কম হয় তাতে কিছুদিন আগতে বৰ্ষাকাল শেষেই হৈ গ'ল। আপেল, আঙুৰ, তৰমুজ আদি ফল অতিথিশালাত বৰ সস্তা দৰত কিনা-বেচা কৰা হয়। ৰাজ-কৰ্মচাৰীকিজন বৈদ্যৰ ওচৰ পালেহি—সেই সময়ত বৈদ্যই ডাঙৰ তৰমুজ এডোখৰ কাটি খাই আছিল আৰু তেওঁৰ ওচৰত তেওঁৰ নিচিনাই কাপোৰ-কানি পিন্ধা ইৰাণী



ভিক্ষাৰী কিছুমান বহি আছিল—সিহঁতৰ কোনোৱে ফল-মূল খাইছিল, কোনোৱে কাটিছিল।

ৰাজ-কৰ্মচাৰীজনক দেখিয়েই ভিক্ষাৰীবোৰ ভয়ত জঁপিয়াই ইফালে সিফালে গ'ল। মাজত থিয় দি থকা লোকজনক দেখুৱাই এজনে ক'লে—

"দেউতা! এইজনেই হিন্দু বৈদ্য।"

কৰ্মচাৰীজনে বিৰক্তিৰ ভাবেৰে তেওঁৰ লেতেৰা কানি-কাপোৰবোৰলৈ চালে—তাৰপিছত মুখলৈ চাই ভাবিলে তেওঁতো এনে ভিকহু ফটা কানি-কাপোৰ পিন্ধিৰ নেলাগিছিল। তেওঁৰ মুখত ভয়ৰ চিন নাই—দাসত্বৰ চাব নাই। সেই চকুযুৰিত এটা জ্যোতি আছে—আৰু সিয়ে কৰ্মচাৰীজনৰ মনত এটা চাব বহুৱালে। তেওঁৰ গোমোঠা ভাব আঁতৰাই শিষ্টাচাৰসুলভ ভাষাৰে সুধিলে—

"আপুনি বৈদ্য—নহয় নে বাৰু?"

"হয়, মই বৈদ্য।"

"ক'ৰপৰা আহিছে?"

"তক্ষশিলাৰপৰা।"

তক্ষশিলাৰ নাম শুনি ৰাজ-কৰ্মচাৰী আৰু বিনয়ী হৈ পৰিল। তেওঁ আকৌ ক'লে—

"আমাৰ বন্ধু-সোদৰ ক্ষত্ৰপৰ পৰিবাৰৰ টান নৰিয়া। তেওঁ আমাৰ শাহৰ ভনীয়েক। আপুনি তেওঁক চিকিৎসা কৰিব পাৰিব নে?"

"কিয় নোৱাৰিম—মইতো বৈদ্যই।"

"কিন্তু আপোনাৰ এই কাপোৰ..."

"কাপোৰেতো চিকিৎসা নকৰে, মইহে কৰিম।"

"কিন্তু তথাপিও এইবোৰ বৰ লেতেৰা হৈছে।"

"অহ্ হয়। আজি মই কাপোৰসাজ সলোৱা কথা আছিলেই—ক্ষন্তেক অপেক্ষা কৰক।"—এইবুলি কৈ বৈদ্যই পিন্ধি থকা সাজতকৈ অলপ পৰিষ্কাৰ উলৰ কাপোৰ এসাজ পিন্ধিলে আৰু টোপোলা-টোপোলকৈ বন্ধা ঔষধ কিছুমানেৰে ভৰা চামৰাৰ মোনা এটা লৈ ৰাজ-কৰ্মচাৰীৰ লগত ওলাই গ'ল।

এই ৰজা-বাহৰ এটা জিৰণিৰ ঘৰহে, কিন্তু ইয়াৰ চৌহদৰ ক'তো অকণ গাধৰ গোবৰ নাই, উৰহ-কেঁকত কুৰিৰে ভৰা ভিক্ষাৰীৰ বিচনা-পত্ৰ তাত মেলা নাই, প্ৰতিটো চুক-কোণেই ফু-মাৰি ভাত খাব পৰা। ওপৰলৈ উঠা খট্‌খটীত নানা ৰঙৰ বুটা-বছা দলিচা পৰা, তাৰ দুই দাঁতিত ধুনীয়াকৈ ভাঁজ দিয়া ৰেলিং। প্ৰতিটো কোঠাৰ মজিয়াতে দামী সত্‌ৰঞ্চি, দুৱাৰ-খিৰিকীত মিহি পাটৰ পৰ্দা। দুৱাৰ-মুখবোৰত মাৰ্বল পাথৰৰ মূৰ্তিৰ দৰে থিয় দি আছে একোজনী ধুনীয়া ধুনীয়া ছোৱালী। তাৰে এখন দুৱাৰৰ ওচৰ চাপি বৈদ্যক

অলপ ৰবলৈ কৈ কৰ্মচাৰীজনে এজনী ছোৱালীৰ কাণে কাণে কিবা এটা ক'লেগৈ। তাই অকণো শব্দ নোহোৱাকৈ দুৱাৰখন খুলিলে। দুৱাৰত পৰ্দা থকাত ভিতৰতনো কি আছে একো দেখা নেযায়। অলপ পিছতে ছোৱালীজনী ঘূৰি আহিল আৰু বৈদ্যক তেওঁৰ লগে লগে যাবলৈ ক'লে।

কোঠাৰ ভিতৰ সোমায়ে বৈদ্যই গম ধৰিব পাৰিছে যে এক মৃদু সুবাস কোঠাটোত প্ৰবাহিত হৈছে। বৈদ্যই কোঠাটোৰ চাৰিওকালে ভালকৈ চকু ফুৰাই চালে। কোঠাটো বেছ সজাই-পৰাই ৰখা হৈছে। দলিচা, কোমল তুলী, পৰ্দা, দীপাধাৰ, চিত্ৰাৱলী আৰু মূৰ্তি আদি তাত থকা প্ৰতিপদ বস্তুৱেই অতি মনোৰম—তেনে বস্তু জীৱনত তেওঁ আগেয়ে কেতিয়াও দেখা নাই। তেওঁৰ সমুখত বেৰৰ কাষত কোমল আসন—তাত দুই-তিনিখন কোমল তুলী পৰা। তাৰে এখন আসনত এজন আদ্-বয়সীয়া থূলন্তৰ পুৰুষ—তেওঁৰ মুগা-বৰণীয়া গোঁফকোছা দুভাল-এডাল বগা পৰিছে যদিও তাও দি থোৱা গোঁফকোছাই কাণ পাইছেগৈ। তেওঁৰ ডাঙৰ শেঁতা পৰা চকুকিটাত টোপনি থতি আৰু অতিশয় চিন্তাক্লিষ্টতাৰ চিন ফুটি উঠিছে। তেওঁৰ কাষত এজনী দীপ-লিপ ছোৱালী—তাইৰ গাৰ বৰ্ণে বগা গাখীৰৰ ৰঙকো চেৰ পেলাব নাইবা তাতোকৈও যদি লৱনু-কোমল নিৰ্মল কিবা আছে তেনে বস্তুৰ কথাহে সোঁৱৰায়। কিন্তু তাইৰ শেঁতা পৰা গাল দুখনৰ আভা যেন পাতল হৈ গৈছে—তাইৰ কোমল-ৰঙা ওঁঠ দুটা ভাটৌৰ ঠোঁটতকৈও ৰঙা—পাতলীয়া চেলাউৰিকোছা ধেনুভিৰীয়া হৈ বৈ পৰা—তাৰ তলত বিশাল নীলা চকুযুৰি উথহি ৰঙা পৰিছে। তাইৰ মূৰত শোভা কৰা পাতলীয়া ওৰোণাখন সোণ জিলিকাদি জিলিকিছে। তাইৰ গাত কলপতীয়া ৰঙৰ পাতলি দিয়া হাত-দীঘল চোলা আৰু গুলপীয়া পায়জামা। এনে এক নিৰ্মল অপূৰ্ব ৰূপত মণি-মুক্তা খটোৱা আ-অলঙ্কাৰবোৰ হাড়মালহে হৈছে যেন।

এই দুটি প্ৰাণীৰ বাহিৰেও কোঠাটোত আৰু কেবাগৰাকী গাভৰু তিৰোতা আছিল। তেওঁলোকনো কোন বৈদ্যৰ আৰু বুজিবলৈ সৰহ সময় নেলাগিল—তেওঁলোকৰ চেহেৰা-পাতি আৰু অৱনত শিৰ দেখিলেই ধৰিব পাৰি যে তেওঁলোক ক্ষত্ৰপৰ অন্তেষপুৰৰ পৰিচাৰিকা।

এই যে মানুহজন—এৱেঁই ক্ষত্ৰপ। বৈদ্য সোমাই যোৱাৰ লগে লগে তেওঁ তেওঁৰ ভৰিৰপৰা মূৰলৈকে ভালদৰে চালে। বৈদ্যৰ নীলা চকুযুৰিত তেওঁৰ চকু পৰাৰ লগে লগে তেওঁ বৰ আকৃষ্ট হ'ল আৰু তেওঁৰ মনত এই ভাব খেলালে যে যদি এই ডেকা-জনক তেওঁৰ কাপোৰসাজ পিন্ধাই দিয়া হয়—এই অচিনাকি ডেকাজনেই পণ্ডপুৰীৰ (পৰ্সেপোলি) এজন সুন্দৰ যুৱক বুলি পৰিগণিত হব। অতি বিনীতভাৱে ক্ষত্ৰপে সুধিলে—



"আপুনি তক্ষশিলাৰ বৈদ্য, নহয় নে ?"

"হয়, ডাঙৰীয়া।"

"মোৰ পৰিবাৰৰ বৰ অসুখ। কালিৰপৰা তেওঁৰ অৱস্থা অতি সঙ্কটাপন্ন হৈ উঠিছে। মোৰ নিজ বৈদ্য দুজনে দিয়া ঔষধে একো গুণ দিয়া নাই।"

"ডাঙৰীয়াৰ পৰিবাৰক চোৱাৰ পিছত আপোনাৰ বৈদ্যৰ সৈতে আলোচনা কৰিম।"

"বাৰু, তেওঁলোক ইয়াতে ৰবহি। ব'লক এতিয়া ভিতৰলৈ যাওঁ।"

ক'তো চেকা-চুকলি নথকা চফেদ বগা বেৰখনৰপৰা বৰফ-বৰণীয়া পৰ্দাখন আঁতৰাই দিলত ভিতৰলৈ যোৱা বাট দেখা গ'ল। ক্ষত্ৰপ আৰু তেওঁৰ ষোল-বছৰীয়া জীয়েকে বাট দেখুৱাই নিছে—বৈদ্য পাছে পাছে সোমাই গৈছে। কোঠাটোৰ সোঁ-মাজত এখন পালেং—তাৰ খুৰাবোৰ হাতীদাঁতৰ—ওপৰৰ সাগৰৰ ফেন যেন বগা তুলীত ৰোগিণী শুই আছে। এখন কোমল বগা পহু-ছালেৰে ৰোগিণীক ঢাকি থোৱা হৈছে—মাত্ৰ থুঁতৰিৰ ওপৰ-ভাগহে ওলাই আছে। ক্ষত্ৰপ অহাৰ লগে লগেই পৰিচাৰিকাইঁত পাছ-হুঁহকি গ'ল। বৈদ্য ৰোগিণীৰ কাষ চাপি গ'ল আৰু অলপ পৰ ভালদৰে লক্ষ্য কৰিলে। ৰোগিণীৰ মুখৰ চেহেৰা সেই গাভৰুগৰাকীৰ মুখৰ লগত অবিকল মিলে। কিন্তু গাভৰুৰ সৌন্দৰ্যৰ তুলনাত তেওঁৰ মুখত বয়সৰ ছাপ আৰু উৎকট ৰোগৰ সাঁচ পৰিছে। এসময়ৰ গোলাপী ওঁঠ এতিয়া শেঁতা হৈ হালধীয়া পৰিছে—নিপোটল গালত এতিয়া শোটোৰা-শোটোৰ হৈ খোৰ পৰিছে—চকুকিটা কোটৰত সোমাইছে। ধুনীয়া ধেনু যেন চেলাউৰি-কোছা খোপা খাই পৰিছে—বগা কপালখন শুকান আৰু নিস্তেজ।

ক্ষত্ৰপ বিচনাৰ কাষলৈ গৈ অলপ চাপৰি মাতিলে—

"অফশা !"

ৰোগিণীৰ প্ৰাণহীন যেন চকুকিটা আধা মেল খাই আকৌ জাপ গ'ল।

বৈদ্যই ক'লে, "মূৰ্চ্ছা গৈছে—আংশিকভাৱে অজ্ঞান বুলিব পাৰি"—এইদৰে কৈ তেওঁ ৰোগিণীৰ হাতখন উলিয়াই নাড়ীজ্ঞান কৰিলে। নাড়ী বৰ মৃদু গতিৰেহে চলিছে, কথমপি হে উমান ধৰিব পাৰি। গোটেই শৰীৰ চেঁচা পৰিছে! ৰোগিণী পৰীক্ষা কৰি বৈদ্যৰ মুখ বৰ গহীন হৈ পৰিছে এইকথা ক্ষত্ৰপে লক্ষ্য কৰিছে। অলপ সময় ভাবি-চিন্তি বৈদ্যই ক'লে—

"অলপমান আঙুৰ-ৰসৰ সুৰা আনক, যিমানে পুৰণা হয় সিমানে ভাল।"

ক্ষত্ৰপৰ ঘৰততো আৰু সুৰাৰ অভাৱ নাই। মফচললৈ যাওঁতেও তেওঁ লগত সুৰা নিয়ে। আইনাৰ চকচকীয়া ভোগজৰা এটাত তেজ-গোৰা ৰঙৰ অলপ আঙুৰৰ সুৰা আৰু মণি-মৰকত খটোৱা সোণৰ পিয়লা এটা অনা হ'ল। বৈদ্যই মোনাৰ টোপোলা

এটা উলিয়াই মুকলি কৰিলে আৰু মলিয়ন সোঁ-হাতৰ তৰ্জনী আঙুলিৰ দীঘল নখটিৰে এটা ঔষধৰ আঠ ৰতি ওজন কৰি ল'লে আৰু অজ্ঞান হৈ পৰি থকা ৰোগিণীৰ মুখখন মেলি ধৰিবলৈ ক'লে। মুখখন মেলি ধৰাত ক্ষত্ৰপৰতো কোনো অসুবিধা নাই। বৈদ্যই ঔষধখিনি আৰু কেইটোপালমান সুৰা সেই মুখত বাকি দিলে আৰু ৰোগিণীয়ে সেইখিনি অলপ অলপকৈ গিলাত বৈদ্যই বৰ আশা আৰু আনন্দেৰে চাই ৰ'ল। ঔষধখিনি গিলিলত বৈদ্যই ক্ষত্ৰপক ক'লে—

"এতিয়া আমি বাহিৰলৈ যাওঁহক আৰু ডাঙৰীয়াৰ বৈদ্যকিজনৰ লগত আলোচনা কৰোঁগৈ। অলপতে ৰোগিণীয়ে চকু মেলিব—তেতিয়া কিন্তু মোক মতাব।"

তেওঁলোক আনটো কোঠালৈ গ'ল। বৈদ্যই ইৰাণী চিকিৎসকসকলৰ লগত ৰোগ সম্পৰ্কে আলোচনা কৰিলে। সোৰ পৰাগ্দৰপৰা অহাৰ সময়ত তেওঁৰ সামান্য জ্বৰ হৈছিল মাত্ৰ, কিন্তু সেই জ্বৰৰ পৰাই পিছত এই অৱস্থানো কেনেকৈ হ'ল সেই সকলো কথা ক্ষত্ৰপৰ চিকিৎসকসকলে বৈদ্যক বিবৰি ক'লে। তেনেতে এজনী পৰিচাৰিকাই বতৰা দিলেহি বোলে ক্ষত্ৰপানীয়ে তেওঁৰ স্বামীক বিচাৰিছে। ক্ষত্ৰপৰ মুখলৈ পানী আহিল আৰু বৈদ্যৰ সৈতে বেগাবেগিকৈ ৰোগিণীৰ কাষলৈ গ'ল। তেওঁৰ পৰিবাৰে তেতিয়া ভালকৈ চকু মেলি চাইছে আৰু তেওঁৰ মুখলৈ যেন ৰস আহিছে। ক্ষত্ৰপানীয়ে বৰ লাহে লাহে অথচ বৰ ধৈৰ্যৰে কবলৈ ধৰিলে—

"ইহঁতে কৈছে আপুনি বোলে বৰ অধৈৰ্য হৈ পৰিছে। মই সোনকালে আৰোগ্য হম তাকে কবলৈহে মাতিছোঁ। মোৰ মনলৈ বল ঘূৰি আহিছে, মই এতিয়া সবল যেন অনুভৱ কৰিছোঁ।"

ক্ষত্ৰপে ক'লে—"অঁ এই হিন্দু বৈদ্যগৰাকীয়েও মোক এইমাত্ৰ এই কথাকে কৈছিল।"

তেওঁ কথা কওঁতে ক্ষত্ৰপানীৰ মুখ আৰু সতেজ যেন দেখা গৈছিল। তেওঁ ক'লে—

"হিন্দু বৈদ্যজনেহে মোৰ ৰোগ ধৰিব পাৰিছে। এতিয়া ৰোগ উপশম হৈছে—নহয়নে বাৰু বৈদ্য ?"

"অঁ, ৰোগ উপশম হৈছে। কিন্তু আপুনি কিছুদিন জিৰণি লব লাগিব। কিমান সোনকালে আপোনাক পশুপুৰীলৈ যোৱাৰ উপযোগী কৰিব পাৰোঁ মই তাৰ চিন্তাহে কৰিছোঁ। কেইবিধমান ধাতুৰপৰা তৈয়াৰ কৰা মোৰ হাতত কেইপদমান অলৌকিক ঔষধ আছে। হিন্দুৱে ব্যৱহাৰ কৰা কেইটামান ৰসায়নিক ঔষধ মই আপোনাক দিম। আপুনি মাত্ৰ অলপ আঙুৰ আৰু ডালিমৰ ৰস খাব লাগিব।"

"বৈদ্য, আপুনি মোৰ ব্যাধি চিনি পাইছে—এই বাকীবোৰ আটাইবোৰ মূৰ্খ, তেনেই মূৰ্খ। আপুনি যি কৰিবলৈ কয় মই তাকেই কৰিম। ৰোচনা অ !"



এজনী গাভৰু ছোৱালী আগবাঢ়ি আহি মাতিলে—"আই !"

"এ আই তোৰ চকুতচোন পানী ! এই চিকিৎসকমখাই মোক মাৰিলেইহেতেন। কিন্তু এতিয়া আৰু চিন্তা নাই। অহুৰ-মজদা দেৱতাই এই হিন্দু বৈদ্যজন মোলৈ বুলি পঠিয়াই দিছে। চাবা, যাতে তেওঁৰ ভাল যত্ন লোৱা হয়। তেওঁ মোক খাবলৈ যি ব্যৱস্থা দিয়ে তুমি নিজ হাতে মোক দিবা।"

বৈদ্যই ৰোচনাক ৰোগিণীৰ সকলো কথা বটাই দি ওলাই গ'ল। ক্ষত্ৰপৰ মুখত হাঁহি বিৰিঙিল। বৈদ্যই গছপাতেৰে মেৰোৱা ঔষধ অলপ ক্ষত্ৰপৰ হাতত দি সকলো ব্যৱস্থা বুজাই দি অতিথিশালালৈ যাবলৈ ওলাল। কিন্তু ক্ষত্ৰপে তেওঁক ক'লে—

"আপুনি আজি আমাৰ লগতে থাকিব লাগিব।"

"কিন্তু মইতো ৰাজপ্ৰাসাদৰ নিয়ম-কাৰণ, চলন-ফুৰণৰ কথা একো নেজানো।"

"মানুহে আনৰ লগত কেনে ব্যৱহাৰ কৰিব লাগে আপুনি ভালদৰে জানে। সকলো জাতিৰে আচাৰ-ব্যৱহাৰ স্বকীয়া।"

"মই আপোনাৰ লগত থাকিলে পৰিচাৰক-পৰিচাৰিকাবোৰৰ বৰ কষ্ট হব।"

"অকল আপোনাৰ কাৰণেই মই আপোনাক আমাৰ কাষৰ এটা স্বকীয়া কোঠাৰ ব্যৱস্থা কৰি দিম। আপুনি থাওকতে পোৱাতে থাকিলে মই বৰ ভাল পাম।"

"ক্ষত্ৰপানীৰ কাৰণে এতিয়া আৰু কোনো চিন্তাৰ কাৰণ নাই। চিকিৎসকসকলে বেমাৰনো কি চিনিব পৰা নাছিল। আৰু দুঘণ্টামান পলম হোৱা হ'লে আশা বৰ কম আছিল। এতিয়া কিন্তু তেওঁৰ বেমাৰে এৰিছেই বুলিব পাৰি।"

ক্ষত্ৰপে বৰকৈ ধৰাত ৰাজভৱনৰ কোঠা এটাত থাকিবলৈ তেওঁ থিৰ কৰিলে।

ইয়াৰ চতুৰ্থ দিনৰ দিনা ক্ষত্ৰপানী বহিব পৰা হ'ল। তেওঁৰ মুখৰ দ সাঁচবোৰ এতিয়া মাৰ গৈছে। তেওঁৰ কাষত থকা সকলোতকৈ ৰোচনাৰ বৰ স্ফূৰ্তি। তেওঁ-লোকৰ সাক্ষাতৰ প্ৰথম দিনাই দোডোখৰ অতি মূল্যৱান কাপোৰেৰে তৈয়াৰী এসাজ কাপোৰ ৰোচনাই নিজ হাতে আনি বৈদ্যক দিলেহি—সাজটো আছিল বৈদ্যলৈ ক্ষত্ৰপে পঠোৱা উপহাৰ। এইসাজ কাপোৰ, সোণৰ বন-কৰা কঁকালী আৰু সোণ-খটোৱা জোতা পিন্ধি দৈদ্যৰ চেহেৰা একেবাৰেই পৰিৱৰ্তন হ'ল—সেই ভিক্ষাৰী বিলাকৰ মাজত তৰমুজ খাই থকা লোকজন যে এৱেঁ—তাক চিনাই টান হৈ পৰিল।

ৰোগিণীয়ে লাহে লাহে লঘু আহাৰ খাব পৰা হ'ল—ছদিনৰ দিনা গধূলি তেওঁ বৈদ্যলৈ খবৰ পঠিয়াই মতাই অনালে। সেইদিনা তেওঁ এজন নতুন মানুহ হিচাপে ক্ষত্ৰপানীৰ আগত দেখা দিলেহি—তেওঁৰ ওচৰলৈ যেন তেওঁৰ ভাগিনেকহে কাষ চাপি আহিছে ! তেওঁৰ নিচেই কাষতে তেওঁক বহিবলৈ দিলে আৰু ক'লে—

"মই আপোনাৰ ওচৰত বৰ কৃতজ্ঞ, বৈদ্য! মজ্দাই এই নিৰ্জন অৰণ্যৰ মাজলৈ মোক বচাবৰ কাৰণেই আপোনাক পঠাই দিলে। আপোনাৰ ঘৰ কোন নগৰত?"

"তক্ষশিলাত।"

"তক্ষশিলা! ই এখন অতি বিখ্যাত নগৰ—বিদ্যা-চৰ্চাৰ কাৰণে প্ৰখ্যাত আৰু আপুনি এই নগৰৰ এটি উজ্জ্বল ৰত্ন।"

"নহয়, মই তাৰ এজন সামান্য বৈদ্যহে—নতুনকৈ শিক্ষালাভ কৰিছোঁহে মাত্ৰ।"

"আপুনি ডেকা হব পাৰে—কিন্তু তৰুণতা আৰু গুণৰ বিৰোধতো হব নোৱাৰে। আপোনাৰ নাম কি বৈদ্য?"

"নাগদত্ত কাপ্য।"

"পূৰা নাম উচ্চাৰণ কৰিবলৈ মই টান পাম—অকল নাগ বুলি মাতিলে বেয়া হব জানো?"

"নহব কিয় হব, আই।"

"আপুনি ক'লৈ যাব?"

"বৰ্তমান পশুৰ্পুৰীৰ ফালেই যাম।"

"তাৰপিছত?"

"কেৱল মাত্ৰ দেশ-বিদেশত ভ্ৰমণৰ আশাৰেই মই ঘৰ-বাৰী এৰি আহিছোঁ।"

"আমিও পশুৰ্পুৰীলৈকে যাম। আপুনিও আমাৰ লগতে যাব লাগিব। আমি আপোনাৰ সকলো প্ৰকাৰেই যত্ন লম। ৰোচনা, তুমি চাবা যাতে আমাৰ এই সন্মানিত বৈদ্যগৰাকীয়ে কোনো অসুবিধা নেপায়—এই পৰিচাৰিকাবোৰ বৰ অসাৱধান।"

"নহয় আই! ইয়াৰ বাবে মই আগৰেপৰাই চকু দিছোঁ। মই চোফিয়াকে ইয়াৰ ভাৰ দিছোঁ।"

"চোফিয়া গ্ৰীক ছোৱালী—মোৰ ভায়ে তাইক মোৰ ওচৰলৈ পঠিয়াইছিল।"

"হয়, আই, তাইক দিবলৈ তোমাৰ কোনো কাম নাই—তাতে তাই বৰ বুধিয়ক। সেইবাবেই তাইকে মই এই ভাৰটো দিছোঁ।"

"তেনে বৈদ্য, আপুনি আমাৰ লগত পশুৰ্পুৰীলৈ যাবই লাগিব। আপোনাৰ ইচ্ছাৰ বিৰুদ্ধে মই একো কৰিবলৈ নকওঁ। কিন্তু আপুনি আমাৰ গৃহ-বৈদ্য হিচাপে থাকিলে সুখী হম।"

নাগদত্ত অলপ সময় তাত থাকি নিজৰ কোঠালৈ গ'ল।



[ ৩ ]

শুকান গছ-গছনিহীন পৰ্বত আৰু প্ৰাকৃতিক দৃশ্যাৱলীহীন টিঙনা ঠাই এখনত পৃথিৱীৰ ইমান এখন ডাঙৰ ৰাজ্যৰ ৰাজধানী স্থাপন হব পাৰে—নাগদত্তই তাক সপোনতো ভবা নাছিল। পশুৰ্পুৰী এখন সঁচাকৈয়ে মহানগৰী। চক্‌চকীয়া মাৰ্বল পাথৰৰ প্ৰকাণ্ড স্তম্ভ আৰু আকাশ-স্পৰ্শী চূড়াৰে সৈতে ৰাজ-প্ৰাসাদটো দেখিলেই শাহ যে এজন কিমান বিভুতিশালী ৰজা বুজা যায়—নগৰৰ ঐশ্চৰ্যও তদনুৰূপ। এই সকলোবোৰ অতি দৰিদ্ৰ লোকৰ শ্ৰমৰ ফল—প্ৰকৃতি কিন্তু নগৰৰ প্ৰতি দানত বৰ কটকিনা।

পশুৰ্পুৰীৰ আৰু শাহৰ ঐশ্চৰ্য-বিভুতিৰ আন উদাহৰণ দিবলৈ যাবই নেলাগে শাহৰ ভনীয়েক আফছাৰ অট্টালিকাটোৰ বৰ্ণনা দিলেই যথেষ্ট হব। তেওঁলোক ৰাজধানী পোৱাৰ পিছতেই নাগদত্তক সকলো প্ৰকাৰে সন্তুষ্ট কৰিবলৈ আফছাই যত্নৰ ত্ৰুটি কৰা নাছিল। নাগদত্তক পুৰস্কৃত কৰিবৰ কাৰণে আফছাই বৰকৈ জোৰকৈ ধৰাত নাগদত্তই চোফিয়াক বিচাৰিলে আৰু তেওঁক চোফিয়াকে দিয়া হ'ল। চোফিয়াৰ ভগা ভগা পাৰ্চী ভাষাৰ কথা বুজিবলৈ নাগদত্তই টান পালেও তাইৰ সেই তীক্ষ্ণ চকুকেইটাত জলন্ত প্ৰতিভা লুকাই যে আছে—সেই কথা নাগদত্তই বঢ়িয়াকৈ বুজিছিল। তাই যেতিয়া সম্পূৰ্ণই তেওঁৰ নিজৰ হ'ল, অৰ্থাৎ কবলৈ গ'লে তেওঁৰ নিজৰ দাসী হ'ল—নাগদত্তই কিন্তু তাইক কেতিয়াও কোনোদিনে দাসীৰ দৰে ব্যৱহাৰ নকৰিলে। লাহে লাহে তাইৰ ভাষাৰো উন্নতি হ'ল। নাগদত্তই গ্ৰীক লিপি শিকিবলৈ যত্ন কৰাত চোফিয়াই অতি পৰিশ্ৰম কৰি তেওঁক এথেন্স্ ভাষা শিকাবলৈ ধৰিলে আৰু এবছৰৰ ভিতৰতে তেওঁৰ এই ভাষাত যথেষ্ট ব্যুৎপত্তি জন্মিল।

এদিন চোফিয়াই ডেকা বৈদ্যক কৃতজ্ঞতা জনোৱাৰ সুৰত ক'লে—

"অদৃষ্টই বোলা বা সুযোগেই বোলা ই যে এটা কি অদ্ভুৎ বস্তু! তোমাৰ নিচিনা এজন দয়ালু প্ৰভুৰ হাতত দাসী হিচাপে যে পৰিমহি—তাক মই কোনোদিনেই আশা কৰা নাছিলোঁ।"

"নহয় চোফিয়া, তুমি ক্ষত্ৰপানীৰ লগত থকা হ'লে বৰ আলসুৱা জীৱন যাপন কৰিব পাৰিলাহেতেন। কিন্তু চোফিয়া, মইতো গৰাকী নহওঁ—দাসপ্ৰথাৰ নাম শুনিলে মোৰ জ্বৰেই উঠে।"

"কিন্তু মই তোমাৰ দাসী।"

"তুমি কিন্তু দাসী নোহোৱা। মই ক্ষত্ৰপ আৰু ক্ষত্ৰপানীক কৈ দিছোঁ—চোফিয়াক মই দাস-মুক্ত কৰিছোঁ।"

"তেনে এতিয়া মই তোমাৰ দাসী নহওঁ?"

"ওহোঁ! তুমি এতিয়া মোৰ দৰেই স্বাধীন—য'লৈকে ইচ্ছা ত'লৈকে যাব পাৰা। মই তোমাক ঘৰত থবলৈ সকলো প্ৰকাৰে চেষ্টা কৰিম।"

"কিন্তু মই যদি তোমাৰ লগত থকাকেহে বাঞ্ছা কৰোঁ? তুমি মোক খেদি দিবা নেকি?"

"সেইটো তোমাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে।"

"দাসত্বই মানুহক কিমান যে তললৈ নিয়ে! পিতাৰ ঘৰত মই মোৰ নিজৰ দাসবোৰ দেখিছোঁ। তাঁহাতে হঁহা, আমোদ উপভোগ কৰাও দেখিছোঁ। কিন্তু সেই আনন্দৰ অন্তৰালত কিমান যে কষ্ট লুকাই আছে—তাক বৰ্ণাবলৈ মোৰ ভাষা নাই। মই যেতিয়া নিজে দাসী হলোঁ, বুজিলোঁ—দাসত্ব এক নৰক-কুণ্ডহে মাত্ৰ।"

"কিন্তু চোফিয়া, তুমি যদি বেয়া নোপোৱা—তুমিনো কেনেকৈ দাসী হবলৈ পালা কোৱাচোন।"

"মোৰ পিতা এথেন্স্ নগৰৰ এজন নামজলা নাগৰিক। মকদুনিয়াৰ ৰজা ফিলিপে যেতিয়া আমাৰ এথেন্স্ নগৰ জয় কৰিলে—পিতাই পৰিয়ালেৰে সৈতে পাল-নাৱেৰে এচিয়ালৈ পলাই গ'ল। আমি তাত আশ্ৰয় পাম বুলি আশা কৰিছিলোঁ। কিন্তু আমি যিখন চহৰত উঠিছিলোঁগৈ সেই চহৰখন কেইমাহমানৰ পিছতে পাৰ্শৰসকলে আক্ৰমণ কৰিলে। নগৰ ছাৰখাৰ হ'ল—আতঙ্কত কিছুমান মানুহ যেনিয়ে-তেনিয়ে পলাল—কিছুমানক ইৰাণীহঁতে বন্দী কৰি নিলে, ময়ো বন্দিনী হলোঁ। মই বৰ ধুনীয়া, তাতে গাভৰু বাবে সৈন্যাধক্ষ্যৰ ওচৰলৈ পঠাই দিলে। তেওঁ আকৌ মোক নি ৰজাক দিলেগৈ। শাহৰ ওচৰততো আৰু মোৰ নিচিনা গাভৰু গ্ৰীক ছোৱালীৰ অভাৱ নাই। তেওঁ যেতিয়া শুনিলে ভনীয়েক তেওঁৰ ওচৰলৈ আহিছে—ভনীয়েকলৈ মোক দি পঠালে। মই যদিও দাসী মোৰ চেহেৰা-পাতি আৰু ৰূপৰ বাবে সদায় বেলেগ সুবিধা পাই আহিছোঁ—সেইবাবে আন সাধাৰণ দাস-দাসীহঁতে যেনেভাৱে জীৱন যাপন কৰিবলগীয়া হয়, মোৰ দাস-জীৱনৰ অভিজ্ঞতা তেনে নহয়। তথাপিও দাসত্বৰ যে কি বিষময় যাতনা মই জানো। কেতিয়াবা মই অনুভৱ কৰোঁ, মই যেন মানুহ নহয়!"

"তেনে চোফি, তুমি আৰু পিতাৰাক লগ নেপালা?"



"তেওঁ যে জীয়াই থাকিব পাৰিছে সেই কথা মই বিশ্বাসকে কৰিব নোৱাৰোঁ। এতিয়া আমি বতাহে উৰুৱা শুকান পাতৰ দৰে। আমাৰ মৰমী এথেন্স্ আনৰ কবলত। তেওঁ যদি জীয়াইও আছে—আমাৰ লগ হোৱা ঠাই ক'ত?"

"এথেন্স্ মহানগৰী, চোফিয়া?"

"এসময়ত আছিল, প্ৰভু!"

"প্ৰভু নহয় চোফিয়া, নাগ বুলিবা।"

"বাৰু তেনে, নাগ! এসময়ত আছিল সঁচা। এতিয়া কিন্তু পতন ঘটিল। আমাৰ যি প্ৰজাতন্ত্ৰই এদিন দাৰয়োচৰ কবলৰ হাত এৰাই আছিল, সেই দেশক ফিলিপৰ দৰে সামান্য এজন ৰজাই ভাঙি-ছিঙি চাৰখাৰ কৰি পেলালে।"

"ই বাৰু কেনেকৈ সম্ভৱ হ'ল, চোফিয়া?"

"আমি কেবাবাৰো ইৰাণীসকলৰ আক্ৰমণ প্ৰতিৰোধ কৰিলোঁ। তথাপিও এথেন্সৰ নেতাসকলৰ মনত এই ধাৰণা দকৈ শিপাবলৈ ধৰিলে যে পাৰশ্য-সম্ৰাটৰ উপযুক্ত প্ৰতিদ্বন্দী হব পৰাকৈ আমাৰ ৰাজ্যখন যথেষ্ট পৰাক্ৰমী কৰি তুলিব নোৱাৰিলে আমাৰ নিস্তাৰ নাই। এথেন্সৰ ভিতৰৰপৰা সমৰ্থন লাভ কৰিব নোৱাৰা হ'লে ফিলিপ জিকিবও নোৱাৰে।"

"অহ তক্ষশিলা! তুমিও বিষ্ণুগুপ্ত এজনক জন্ম দিছা!"

"তক্ষশিলা আৰু বিষ্ণুগুপ্তনো কি, নাগ!"

"গৌৰৱোজ্জ্বল তক্ষশিলা মোৰ জন্মভূমি, পূবৰ এথেন্স। আমাৰ প্ৰজাতন্ত্ৰখনেও মহামতি দাৰয়োচ আৰু তেওঁৰ উত্তৰাধিকাৰীসকলক কেবাবাৰো খেদি পঠিয়াইছিল। কিন্তু তোমাৰ এথেন্সৰ নাগৰিকসকলে ফিলিপৰ সমৰ্থনত যি কাম কৰিবলৈ গৈছিল, মোৰ পুৰণি সহপাঠী বন্ধু বিষ্ণুগুপ্তয়ো তেনে কথাকে কবলৈ ধৰিছে।"

"এথেন্সৰ দৰে তক্ষশিলাও তেন্তে এখন গণতান্ত্ৰিক ৰাষ্ট্ৰ নে?"

"হয়, তেনেই। কিন্তু তক্ষশিলাত দাসপ্ৰথা নাই। যিকোনো দাসেই তক্ষশিলাত ভৰি দিয়াৰ লগে লগেই স্বাধীন হৈ যায়।"

"আহ! হে করুণাময়ী তক্ষশিলা। মই কিন্তু আগৰেপৰা লক্ষ্য কৰিছোঁ, তুমি দাসবিলাকৰ লগত কেনেকৈ ব্যৱহাৰ কৰিব লাগে নেজানা, নাগ।"

"আৰু মই শিকিবও খোজা নাই। মই বিষ্ণুগুপ্তক কৈছিলোঁ আমাৰ পুণ্যভূমি তক্ষশিলালৈ মগধসকলক এবাৰ যদি আহিবলৈ দিয়া হয়—দাসত্বৰ কলঙ্কও তাৰ লগতে সোমাবহি।"

"মগধ কি, নাগ?"

"ভাৰতৰ মকৃদুনিয়া—তক্ষশিলাৰ পূৱৰ এখন হিন্দুৰাজ্য। পাৰ্শৱসকলে বছৰি বছৰি কৰা আক্ৰমণত জুৰুলা হৈ জীয়াতে মৰাৰ নিচিনা হৈছোঁ—আমি হতাশ হৈ পৰিছোঁ। এইটো কিন্তু ঠিক যে তক্ষশিলাই অকলে ৰাজ-সম্ৰাট এজনক বাধা দি ৰাখিব নোৱাৰে। মোৰ বোধেৰে ইয়াৰ প্ৰতিকাৰৰ উপায় হ'ল সৰু-সুৰা গণৰাজ্যবোৰ গোট হৈ এটা সঙ্ঘ পতা।"

"কিন্তু নাগ, তেনে এটা ব্যৱস্থা আমাৰ দেশত পৰীক্ষা কৰা হৈছিল। কি ফল হ'ল, জানা? পাৰ্শৱসকলক প্ৰতিৰোধ কৰিবৰ কাৰণে হেল্লাৰ বহুতো গণৰাজ্য গোট খাই সঙ্ঘ পাতিছিল। কিন্তু সেই সঙ্ঘ স্থায়ী নহ'ল, কাৰণ প্ৰতিখন ৰাজ্যই নিজ নিজ স্বতন্ত্ৰতা বজাই ৰাখিবলৈ দৃঢ়-প্ৰতিজ্ঞ। সঙ্ঘৰ হাতত যথেষ্ট ক্ষমতা অৰ্পণ কৰিবলৈ তেওঁলোক সাজু নহ'ল।"

"তেনে মোৰ ধাৰণাহে ভুল, বিষ্ণুগুপ্তৰ মতহে সঁচা নেকি?"

"বিষ্ণুগুপ্তই ৰাষ্ট্ৰসঙ্ঘৰ সফলতা আশা কৰা নাছিল, নহয় নে?"

"তেওঁ কৈছিল আমাৰ শত্ৰুবোৰ বৰ বলী, গণৰাজ্যৰ সঙ্ঘই তাক প্ৰতিৰোধ কৰিব নোৱাৰে। কিন্তু কেবাখনো ৰাজ্যৰ সীমান্তৰেখা ত্যাগ কৰি একগোট হৈ এখন ডাঙৰ গণৰাজ্য প্ৰতিষ্ঠা কৰিব পাৰিলে কিছু আশা আছে। কিন্তু তাকে কৰিবলৈ ৰাজ্যবোৰ সন্মত নহয়।"

"তোমাৰ বন্ধুৱে ঠিকেই কৈছিল, নাগ। কিন্তু এথেন্সৰ স্বাধীনতা স্ব-ইচ্ছাৰে কাকো গটাই দিয়া কথা শেষলৈকে আমাৰ মনত খেলোৱা নাছিল।"

"এথেন্স এখন গণৰাজ্য, তেনে ইয়াৰ মাটিতনো দাস-প্ৰথা আকৌ কেনেকৈ সোমাল চোফি?"

"নিজৰ পতন নিজেই অতি শীঘ্ৰে মাতি আনিবলৈ আমিয়েই ইয়াৰ প্ৰচলন কৰিলোঁ। চহকীসকলৰ স্বাৰ্থ ৰক্ষা কৰিবৰ কাৰণেই দাস-প্ৰথা বিয়পাই পোলোৱা হ'ল। কিন্তু লাহে লাহে দাসৰ বৃদ্ধি ইমানেই বেছি হ'লগৈ যে মুৰকত গৈ দেশত গৰাকীতকৈ দাসৰ সংখ্যাই সৰহ হ'ল।"

"ইৰাণীসকলৰ মাজত আটাইতকৈ নিকৃষ্ট প্ৰথা তুমি কোনটো বুলি ভাবা?"

"দাস-প্ৰথাটো; ই অৱশ্যে আমাৰ দেশতো আছে, কিন্তু ৰজা আৰু ধনী লোকে তিৰোতাৰে পতা অন্তেষপুৰখন মই বৰ ঘিণ কৰোঁ।"

"তোমাৰ দেশত তিৰোতাৰ অন্তেষপুৰ নাই নেকি?"

"নাই, তাত মকৃদুনিয়াৰ ৰজা ফিলিপেও এগৰাকী পত্নীহে ৰাখিব পাৰে। ইয়াত সামান্য কৰ্মচাৰী এজনেও কেবাজনী তিৰোতা বিয়া কৰায়।"



"আমাৰ দেশতো কেবাগৰাকীও তিৰোতা বিয়া কৰোৱা লোক অ'ত ত'ত আছে। কিন্তু তেওঁলোকৰ সংখ্যা বৰ কম। কিন্তু মই অনুভৱ কৰোঁ তিৰোতাক দাসী কৰা এটা চানেকীহে মাত্ৰ। এথেন্সত দাস-প্ৰথা সোমাল, কিন্তু তক্ষশিলাই বহুপত্নী-বিবাহৰ প্ৰথা গ্ৰহণ কৰি ইয়াৰ লাই-খুঁটা পুতিছে।"

"আৰু, কেইঘৰমান লোকৰ মাজত ধন-সম্পত্তি জমা হোৱাটো একা?"

"মই বিষ্ণুগুপ্তক কৈছিলোঁ গণৰাজ্যত যিকোনো লোকেই যিমান পাৰে ধন সংগ্ৰহ কৰিব পাৰিব। কিন্তু ৰজা-মহাৰজাসকলৰ দৰে সেই ধন-সম্পত্তি পানীৰ দৰে উটুৱাই দিব নোৱাৰিব। তুমি নিজ চকুৰে দেখিছা, চোফি, ইয়াত কেনে ধৰণৰ আচাৰ-ব্যৱহাৰে ব্যাপকভাৱে ঠাই পাইছে। মৰগীয়া মৃগচৰ্ম, পাট-কাপোৰ, মণি-মুক্তা আদি মূল্যৱান বস্তু আৰু কত কি যে বিলাসৰ সামগ্ৰী ব্যৱহাৰ কৰা হয়। কিন্তু গোলাপী গাল আৰু পোৱাল বৰণীয়া ওঁঠত এনে বস্তু ব্যৱহাৰ কৰোঁতাসকলে কেতিয়াবা ভাবি চাইছে নে যে তেওঁলোকক এই বিলাস-সামগ্ৰী যোগান ধৰি লৈ কত কোটি কোটি লোক অনাহাৰত মৰিছে!"

"আমাৰ- নিছলা পঁজাত যি এটোপাল বৰষুণ পৰে সেই পানীকে হুকুল ঢকা সমুদ্ৰত মিলাই দিয়াগৈ হয়।"

"যি মাটিৰপৰা সোণ কমায়, সি অনাহাৰে অনাবৃত হৈয়েই মৰে। কিন্তু যি সেই সোণক মাটি কৰে, তেওঁহে বিলাসত ওপঙি ফুৰে। মই শ্বাহৰ ওচৰলৈ তিনিবাৰ গৈছিলোঁ। কিন্তু প্ৰতিবাৰতে মোৰ মুৰ-কামোৰণি তুলিহে ঘূৰি আহিব লগা হৈছে। তেওঁৰ এই সকলো জাক-জমকতাৰ মাজতো শ্ৰমিকসকলৰ শোচনীয় অৱস্থাহে দেখা পাইছোঁ—তেওঁলোক শীতত গোট মৰা বৰফত ঠেৰেঙা লাগে আৰু জহকালি টিকা ফটা ৰ'দত ডেই-পুৰি মৰে। তেওঁৰ সেই ৰঙা ৰঙা সুৰাখিনি শোষিত প্ৰজাসকলৰ সিৰা-উপসিৰাৰ তপত তেজহে জানিবা। পশুপুৰীয়ে মোৰ উশাহ-নিশাহ ৰোধ কৰিছে। ইয়াৰপৰা ততাতৈয়াকৈ পলাব পাৰিলেই ভাল।"

"তুমি ক'লৈনো যাব খুজিছা, নাগ?"

"প্ৰথমে তুমিয়ে কোৱাচোন বাৰু?"

"মইনো বাৰু কোনখন ঠাইৰ কথা ভাবিব পাৰোঁ?"

"গ্ৰীচ, নহয় নে বাৰু?"

"হঁ, মই তাতহে সুখ পাম।"

"তেনে আমি গ্ৰীচলৈকে যাওঁহক, ওলোৱা।"

"কিন্তু বাটত যদি আকৌ মোক কোনোৱে বন্দী কৰে? এইবাৰ মই নাগৰ নিচিনা এজন প্ৰভু নেপাম নহয়?"—এই কিআবাৰ কথা কওঁতে তাইৰ মাত অসাধাৰণভাৱে সৰু হ'ল—কথাবোৰ যেন ফুচ্‌ফুচাইহে কৈছে! তাইৰ বিশাল চকু-ৰেইটাত আতঙ্কৰ ৰেখা জিলিকি পৰিল।

তাইৰ কাণৰ ওপৰত পৰি থকা চুলিকিডালত আলফুলকৈ হাত বুলাই নাগে ক'লে—

"তাৰ প্ৰতিকাৰৰ উপায় মই থিৰ কৰিছোঁ—কিন্তু প্ৰথমে তোমাৰ মতামত লাগে।"

"কি উপায়?"

"ক্ষত্ৰপ-ক্ষত্ৰপানী আনকি খাহৰপৰাও একোখনকৈ চিঠি লম, তাত লিখা থাকিব—এওঁ খাহৰ সন্মানিত 'হিন্দু-বৈদ্য'।"

"ঠিকেই কৈছা। তেতিয়া তোমাক কোনেও উপদ্ৰৱ নকৰিব।"

"আৰু যদি তুমি সেই বৈদ্যৰ পত্নী হিচাপে জগতৰ আগত চিনাকি দিব খোজা—মই তোমাৰ নামো সেই চিঠিত লিখাই লম।"

চোফিয়াৰ চকুত ধাৰাসাৰে পানী বৰলৈ লাগিল—তাই নাগৰ হাত দুখন জোৰেৰে ধৰি কৰলৈ ধৰিলে—

"তুমি বৰ উদাৰ, নাগ—কিন্তু সেই উদাৰতাৰ প্ৰতিও তুমি উদাস। তুমি বৰ ধুনীয়া—তথাপিও তোমাৰ প্ৰতি আকৃষ্টা হীৰা-নীলমণি হেন চকুৰ চাৱনিলৈও তুমি কেৱাহিকৈ নোচোৱা। নাগ, ৰোচনাই মোৰ আগত কতবাৰ কৈছিল—তেওঁ তোমাক ভাল পায়। তাইৰ মাক-বাপেকে তেওঁলোকৰ কোনো আত্মীয় এজনলৈ তেওঁক বিয়া দিব খোজে কিন্তু ৰোচনাই তোমাকহে ভাল পায়।"

"সেই কথা মই নজনা ভালেই হ'ল—নহ'লে মই সেই দান প্ৰত্যাখ্যান কৰিব লাগিলহেতেন। চোফিয়া, মই ৰাজ-প্ৰাসাদৰ কোনো এটি প্ৰাণীৰ বাবেই নহয়—বোধহয় মই কোনো তিৰোতাৰ বাবেই জন্ম লোৱা নাই। কিয়নো মোক যিগৰাকী তিৰোতাই ভাল পাব, তেওঁৰ বাবে জীৱনটো সোণালী সপোনৰ দৰে সহজ নহব। সি যিয়েকি নহওক, তুমি ইচ্ছা কৰিলে খাহৰ চিঠিত তুমি মোৰ পত্নী বুলি লিখাই লম। বোধহয় গ্ৰীচত গৈ তুমি ভাল পোৱা কাকো লগ পাবা, তেতিয়া তুমি য'লৈকে ইচ্ছা যাব পাৰিবা।"



[ ৪ ]

য'লৈকে গৈছে ত'তে হিন্দু-বৈদ্য হিচাপে নাগদত্তই আদৰ-সন্মান লাভ কৰিছে। তেওঁ হিন্দু-বদ্যহে, কিন্তু পাৰশ্যৰ ৰজা দাৰয়োচকো চিকিৎসা কৰিছিল আৰু চিকিৎসা-বিদ্যাত তেওঁ অদ্ভুত ব্যুৎপত্তি লাভ কৰিছিল। পশুপুৰীত থকা কালত তেওঁ গ্ৰীক-ভাষা শিকিছিল। তেওঁৰ লগৰী হ'ল চোফিয়া। তেওঁ মকদুনিয়া ভ্ৰমণ কৰিছিল আৰু তাত ৰজা ফিলিপৰ পুত্ৰ আলেকজেণ্ডাৰৰ (ছিকন্দৰ) গুৰু এৰিষ্টটলৰ লগত সাক্ষাৎ হৈছিল। নাগদত্ত নিজেই এজন দাৰ্শনিক পণ্ডিত—অৰ্থাৎ ভাৰতীয় দৰ্শনত। নাগদত্তই এৰিষ্টটলৰ ৰাজ-প্ৰীতি ভাল নেপাইছিল। তথাপিও মকদুনিয়া এৰি যোৱা সময়লৈ এৰিষ্টটলৰ প্ৰতি তেওঁৰ অশেষ শ্ৰদ্ধা উপজিছিল। সত্যৰ কষটি-শিল হ'ল প্ৰকৃতি, জাগতিক পদাৰ্থহে—বিচাৰ-বুদ্ধি (দিমাগ) নহয়,—এৰিষ্টটলৰ এই মতটো সকলোতকৈ তেওঁৰ মনত ভাল লাগিছিল। এৰিষ্টটলে প্ৰয়োগ আৰু প্ৰমাণকহে (অভিজ্ঞতা) উচ্চ স্থান দিছিল। নাগদত্তৰ মাত্ৰ আক্ষেপ এয়েহে যে তেওঁৰ নিজ দেশৰ ভাৰতীয় দাৰ্শনিকসকলে সত্যক কেৱল অন্তৰৰপৰাই উদ্ভাৱন কৰিবলৈ চায়। নাগদত্তই এৰিষ্টটলৰ শিষ্যজনৰ (ছিকন্দৰৰ) বুদ্ধি-বৃত্তিৰ প্ৰশংসা গুৰুৰ মুখৰপৰা শুনিছিল আৰু তেওঁ নিজেও একাধিকবাৰ তেওঁৰ সৈতে কথা-বাৰ্তা হৈছিল। সেই যুৱকৰ অকল যে শৌৰ্য-বীৰ্যহে আছিল এনে নহয়, তেওঁৰ বিচাৰ-শক্তিও অসাধাৰণ আছিল—নাগদত্তই তাক ভালকৈ লক্ষ্য কৰিছিল।

'এথেন্সৰপৰা ঘূৰি আহি আকৌ দেখা হম' বুলি নাগদত্তই এৰিষ্টটলৰপৰা বিদায় ল'লে। কিন্তু বেচেৰাই অলপো নেজানিলে যে অদৃষ্টৰ লিখনত গ্ৰীক দাৰ্শনিকজনৰ সৈতে সেয়ে তেওঁৰ শেষ দেখা।

বীৰ প্ৰসৱিনী—গণতন্ত্ৰৰ বিজয়ধ্বজা-বাহিনী এথেন্সত তেওঁ পদাৰ্পণ কৰিলেগৈ। তক্ষশিলাৰ প্ৰতি তেওঁৰ যি শ্ৰদ্ধা আৰু মৰম সেই অনুভূতি লৈয়ে তেওঁ এথেন্সত সোমাইছে। নগৰত আকৌ জনসাধাৰণে বসতি কৰিছেহি, কিন্তু চোফিয়াই কৈছে আজি আৰু সেই আগৰ এথেন্স নগৰী নাই। বেন্স্ জুপিটৰৰ মন্দিৰকিটা অপূৰ্ব সৃষ্টিৰ অমৰ কাৰুকাৰ্যৰে এতিয়াও সুশোভিত। কিন্তু চোফিয়াই দেখি যোৱা এথেন্সবাসীৰ সেই বুদ্ধিৰ প্ৰখৰতা এতিয়া আৰু নাই—জীৱনত প্ৰাণৰ স্পন্দন নাই।

চোফিয়াৰ পিতাকৰ ঘৰ-দুৱাৰ ভাঙি সেই মাটিতে মকদুনিয়াৰ বেপাৰী এজনে ন'কৈ ঘৰ-দুৱাৰ সাজিছে। সেই ঘৰ-বাৰী দেখি তেওঁ ইমান হতাশ হৈ পৰিছিল

যে মুখেৰে কোনো কথা মেলি ফুৰা নাছিল যদিও স্বাভাৱিকতে আৰৱি ধৰা বিমৰ্ষতাই তেওঁক দিনে-ৰাতিয়ে জুৰুলাকৈ ৰাখিছিল—কোনো সময়ত ঝৰ-ঝৰকৈ চকু-পানী বৈছিল, কোনো সময়ত মাৰ্বল পাথৰৰ মূৰ্তিৰ দৰে অলৰ-অচৰ হৈ বহি আছিল। লৰালি-কালৰ মৰমৰ ঘৰখনৰ ইমান পৰিৱৰ্তন হোৱাৰ বাবেই চোফিয়াৰ মন এনে বিষাদৰ ছাই ছাটি ধৰিছে—নাগদত্তই এই কথা বঢ়িয়াকৈ অনুভৱ কৰিছে। কিন্তু তেওঁক সান্ত্বনা দিবলৈ নাগদত্তৰ কোনো সুবিধাই নঘটিল। চোফিয়াৰ অন্তৰত দকৈ সাঁচ বহুওৱা বিষাদৰ ছাঁই নাগদত্তকো আৱৰি ধৰিছিল।

চোফিয়া প্ৰকৃতিস্থ হ'লত তেওঁৰ একেবাৰে পৰিৱৰ্তন ঘটিল। তেওঁ শৰীৰৰ প্ৰসাধনত আগেয়ে একো মন-কাণ নকৰিছিল, এতিয়া কিন্তু তেওঁৰ আগৰ মুকলিকৈ ৰখা সোণালী চুলিকোছাত অনাঘ্ৰাত কুসুমৰ মালা পৰিপাটিকৈ বান্ধে, এথেন্সৰ যুৱতীসকলৰ দৰে সাজ-পাৰ কৰে—কেবা ভাঁজো হৈ ভৰিলৈকে পৰা ধুনীয়া গ্ৰীক চোলা পিন্ধে আৰু ভৰিত পিন্ধে নানা তৰহৰ বন-কৰা পাদুকা। তেওঁৰ সুগঢ়ী কপাল, গোলাপী গাল আৰু নিপোটল মুখমণ্ডলে চোফিয়াৰ শৰীৰৰ যৌৱন, সৌন্দৰ্য আৰু স্বাস্থ্যৰ অপূৰ্ব সমাৱেশৰ জিল্‌মিলনি তুলিছে। তেওঁৰ ওঁঠত জিলিকি পৰিছে অনাবিল আনন্দৰ হাঁহিৰ বেঙনি। এই পৰিৱৰ্তনত নাগদত্তই অলপো আশ্বৰ্য বোধ কৰা নাই, বৰঞ্চ আনন্দহে পাইছে। নাগে প্ৰশ্ন কৰাত চোফিয়াই ক'লে—

"প্ৰিয় নাগ! জীৱনৰ এই মুহূৰ্তলৈকে মোৰ ধাৰণা আছিল যে জীৱনটো দুখ-শোকেৰেই ভৰা। কিন্তু এতিয়া মই মোৰ ভুল বুজিব পাৰিছোঁ। জীৱনৰ প্ৰতি এনে এক ধৰণৰ ধাৰণাই জীৱনৰ মূল্যকে বহুত কমাই দিয়ে আৰু কৰ্তব্য সাধনৰ শক্তিকেৰাও নাইকিয়া কৰি পেলায়। তক্ষশিলাৰ ভৱিষ্যৎ লৈ তোমাৰ মনো চিন্তাক্লিষ্ট হৈ আছে। কিন্তু তুমি ধীৰে-সুস্থিৰে তক্ষশিলাৰ ভৱিষ্যৎ পৰিকল্পনাত সকলো শক্তি প্ৰয়োগ কৰিছা।"

"তুমি ইমান ৰাংঢালী হৈ থাকিলে মই বৰ ৰং পাওঁ, চোফিয়া।"

"সুখীনো নহম কেলেই বাৰু? মই নিজ ঘৰ এথেন্সলৈ ঘূৰি আহিছোঁ আৰু মৰমৰ প্ৰিয়জনকো পাইছোঁ।"

আনন্দত পুলকিত হৈ মুখত এমোকোৰা হাঁহি লৈ নাগদত্তই ক'লে—

"আজি অত দিনৰ মূৰত তুমি তোমাৰ প্ৰিয়জনক আকৌ লগ পাইছাহি—ই নিশ্চয় তোমাক আনন্দ দিয়াৰ কথাই।"

"মই দেখিবলৈ পাইছোঁ, নাগ, তুমি মনুষ্য নোহোৱা, দেৱতাৰো ওপৰত। তোমাৰ মনত ঈৰ্শাৰ ভাব কণামাত্ৰও নাই।"



"ঈৰ্ষা? ইয়াত আকৌ ঈৰ্ষাৰ কথা ওলাল কেনেকৈ? চোফি, মই তোমাক গ্ৰীচলৈ নিৰাপদে আনিম বুলি গাত লোৱা নাছিলোঁ নে? মই তোমাক কোৱা নাছিলোঁ নে—গ্ৰীচত তুমি তোমাৰ প্ৰিয়জনক বাছি লব পাৰিবা?"

"ওঁ, কৈছিলা।"

"তোমাক ইমান ৰাংঢালীজনী হৈ পৰা দেখিয়েই মই বুজিব পাৰিছোঁ তুমি কোনো এক অসাধাৰণ প্ৰিয় বস্তুৰ সন্ধান পাইছা।"

"তোমাৰ ধাৰণা অতি সত্য নাগ।"

"বাৰু তোমাৰ প্ৰিয়জনক ইয়ালৈ নিয়ন্ত্ৰণ কৰিবলৈ মোক অনুমতি দিয়া আৰু যদি তেওঁ নাহে—ময়ে তেওঁৰ ওচৰলৈ গৈ তেওঁক চাওঁগৈ।"

"তুমি ইমান উতলা হৈছা কিয়, নাগ?"

"মই সঁচাকৈ অস্থিৰ হৈ পৰিছোঁ নেকি, চোফি? সঁচাই, তুমি ঠিকেই কৈছা।"—নাগদত্তই নিজকে সংযত কৰিবলৈ যত্ন কৰিছে।

চোফিয়াৰ ভয় হ'ল—তেওঁ আৰু চকুৰ পানী সামৰি ৰাখিব নোৱাৰিব। গতিকে তেওঁ আনফালে মুখ ঘূৰাই ক'লে—

"তুমি তেওঁক চাব পাৰিবা। কিন্তু তুমি হ'লে এথেন্সৰ ডেকাই পিন্ধা এটি সাজ পিন্ধিব লাগিব। তোমাৰটোতকৈ তেওঁৰ সেইটো অলপ ভাল হব।"

"তুমি কালি কিনি অনা সেই সাজটো আৰু পাদুকাযোৰ আনি পিন্ধিম।"

"যোৱা তেনে পিন্ধি আহাগৈ। মই লদিয়াই গাঁথি থোৱা মালাধাৰ মোৰ প্ৰিয়জনৰ কাৰণে আনোগৈ।"

"বাৰু"—বুলি নাগদত্ত আনটো কোঠালৈ গ'ল। চোফিয়া ভিতৰ চ'ৰাৰ ডাঙৰ আৰ্চীখনৰ ওচৰত থিয় হ'লগৈ। গাৰ কানি-কাপোৰ, আ-অলঙ্কাৰ আৰু ফুলথিনি পৰিপাটিকৈ ল'লে। আৰ্চীখনৰ একাষত ধুনীয়া ফুলৰ মালা এধাৰ আৰি থ'লে আৰু দুৱাৰখনৰ কাষলৈ গৈ নাগক মাতিলে—

"নাগ, বেলি নকৰিবা। প্ৰিয়জন যাতে ক'লৈকো আমোদ বিচাৰি নেযায়, মই তাকেহে ভাবিছোঁ।"

"মই বৰ লৰালৰি কৰিছোঁ। পিছে এইটো কি চোলা আনিলাহে, চোফি? ইয়াৰ ভাঁজবোৰ ঠিকমতে নপৰে!"

"তেনে মই ঠিক কৰি দিওঁ, দিয়া।"

"অঁ—তোমাৰ দয়া হ'লে—"

ওলট-পালট হৈ থকা ভাঁজকিটা ঠিক কৰোঁতে চোফিয়াৰ সৰহ সময় নেলাগিল।

তাৰপাছত নাগদত্তই নতুন পাদুকাযোৰ পিন্ধিলে। নাগদত্তৰ ৰঙা পৰা মুখখন কেনেকুৱা হৈছে চাবলৈ কিন্তু চোফিয়াৰ সাহস নহ'ল। তেওঁৰ হাতত ধৰি চোফিয়াই ক'লে—

"প্ৰথমে আহা বাৰু—ন সাজেৰে তোমাক কেনে হৈছে চাই লোৱাহি।"

"তুমি দেখিছাইচোন, চোফিয়া? সেয়ে নহব জানো? সাজটোৱে মোক বেছ মানিছে বোধকৰোঁ?"

আৰ্চীখনৰ আগত তেওঁ নাগদত্তক থিয় কৰালেহি—নাগদত্তয়ো তেওঁৰ ন বেশটোলৈ চাইছে। চোফিয়াই মালাধাৰ উলিয়াই আনি ক'লে—

"মোৰ প্ৰিয়তমৰ কাৰণে যতনেৰে এইধাৰ মালা গাঁথিছোঁ।"

"মালধাৰ বৰ ধুনীয়া হৈছে, চোফি।"

"কিন্তু তেওঁৰ গাত কেনে দেখায়, মই কব নোৱাৰোঁ।"

"কেলৈ? বৰ ভাল দেখাব।"

"তেওঁৰ চুলিবোৰ সোণ-বৰণীয়া, কিন্তু মালাধাৰ হ'ল তেজী গোলাপৰ।"

"সুন্দৰ হব।"

"বাৰু, তোমাক এবাৰ পিন্ধাই দিওঁচোন, চাওঁ—কেনে হয়?"

"তুমি যদি ভাল পোৱা, পিন্ধোৱা—মোৰ চুলিবোৰো সোণ-বৰণীয়া।"

"সেইবাবেইতো চাব খুজিছোঁ"—এইবুলি তেওঁ নাগদত্তৰ ডিঙিত মালাধাৰ পিন্ধাই দি সমুখৰপৰা চাবলৈ লাগিল। তাৰপিছত নাগক আৰ্চীখনৰপৰা বিপৰীতে ঘূৰিবলৈ কৈ চোফিয়াই কবলৈ ধৰিলে—"তেনে আজি তুমি মোৰ প্ৰিয়তমক দেখিবলৈ পাবা। নাগ! এতিয়া বাৰু সৌফালে চোৱাচোন।"

নাগদত্তই মুখ ঘূৰাই চালে; চোফিয়াই তেওঁৰ প্ৰতিবিম্বটোলৈ আঙুলিয়াই চকুত আনন্দাশ্ৰু লৈ ফুচ্‌ফুচাই কোৱাদি ক'লে—

"মোৰ প্ৰিয়তম এয়ে।"—তাৰ পিছ-মুহূৰ্ত্ততে চোফিয়াই নাগদত্তক দুইহাতে আঁকোৱালি ধৰিলে আৰু তেওঁৰ ওঁঠ দুটা নাগৰ ওঁঠত গুজি ধৰিলে। নাগদত্ত নিমাত-নিতাল। চোফিয়াই ওঁঠ এৰুৱাই আনি নাগৰ গালত গাল লগাই ক'লে—

"মোৰ প্ৰিয়তম নাগ কিমান ধুনীয়া!"

"চোফি, মই কিন্তু নিজক তোমাৰ যোগ্য বুলিয়েই নেভাবোঁ।"

"মই জানো, নাগ মোৰ। মোক তোমাৰ কাৰণেই ঈশ্বৰে সৃজিছে। মৰণ পৰ্যন্ত আমি এৰা-এৰি নহওঁ।"

নাগদত্তয়ো চকুৰ পানী সামৰিব নোৱাৰিলে। তেৰেঁা কৈ পেলালে—

"মৰণ পৰ্যন্ত।"





চালেমি উপসাগৰ চাবলৈ নাগদত্তৰ বৰ হেপাহ আছিল—ইয়াতে গ্ৰীক নৌ বাহিনীয়ে পাৰ্শ্বৰসকলক যুঁজত ঘটুৱাই কঁকাল ভাঙি থৈছিল। চোফিয়া আৰু নাগদত্ত দুয়ো একেলগে এই ঠাই চাবলৈ বুলি ওলাইছে। নাগদত্তই নিজৰে এক নতুন অনুপ্ৰেৰণা লাভ কৰা যেন অনুভৱ কৰিছে—লগে লগে তক্ষশিলাৰ কথাও তেওঁৰ মনলৈ সঘনাই আহিছে। বাটৰ এজোপা গছৰ তলত জিৰাবলৈ ৰওঁতে চোফিয়াই ক'লে—

"তুমি বোধকৰোঁ শুনিছা নাগ—ৰজা ফিলিপ ঢুকাল। আলেকজেণ্ডাৰ মকৃদুনিয়াৰ ৰজা হৈছে। তেওঁ বোলে বৰ শক্তিশালী সৈন্য এদল গোটাইছে।"

"শুনিছোঁ। তেওঁ গোটেই ভূমধ্য সাগৰীয় অঞ্চলৰ এজিয়ান উপকূলৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈ বিচাৰিছে। কিন্তু ইয়াৰ পূব আৰু দক্ষিণ উপকূল পাৰ্শ্বৰ-সকলৰ হাতত।"

"তাৰ মানে তেওঁ পাৰশ্যৰ বিৰুদ্ধেই যুদ্ধ ঘোষণা কৰিবলৈ বিচাৰিছে?"

"আৰু তাৰবাবেই তেওঁৰ সাম্ৰাজ্যখন গঢ়িবৰ অৰ্থে গণতান্ত্ৰিক গ্ৰীচৰ সমৰ্থন লাভ কৰিবলৈ বিচাৰে—ইয়াকে কয় আইৰো বাৰ্তা, গঙ্গাৰো যাত্ৰা। চোফিয়া, তেওঁ এজিয়ান উপকূলৰপৰা বাদশাহক নিৰ্বাসন দিব খুজিছে—তেওঁক হয়তো পিছলৈ আৰু ঠেলি নিব নোৱাৰিব পাৰে; আনহাতে অভিমানী গণতান্ত্ৰিক গ্ৰীকসকলক ৰজাৰ শাসন চলাবৰ নিমিত্তে উচটনি দিছে।"

"তেওঁক এই পৰামৰ্শ এৰিষ্টটলে দিলে। এৰিষ্টটলেই তেওঁৰ এই আকাঙ্ক্ষাৰ অগনি জ্বলাই তুলিলে।"

"দাৰ্শনিক এৰিষ্টটলে?"

"হয়—তেওঁৰ গুৰু প্লেটোৱে এখন আদৰ্শ গণৰাজ্যৰ পৰিকল্পনা কৰিছিল। কিন্তু তেওঁ সৰ্বসাধাৰণ লোকক খেতিয়ক বা আন তেনে ধৰণৰ সাধাৰণ লোক হৈ থকাটোকে বিচাৰিছিল। এৰিষ্টটলে পূৰ্ণাঙ্গ গণৰাজ্য এখনৰ পৰিকল্পনা কৰা নাছিল—তেওঁৰ পৰিকল্পনা আছিল এজন আদৰ্শ ৰাজ-চক্ৰৱৰ্তী সম্ৰাটৰ। কোনে জানে এই গ্ৰীক বিশ্ব-বিজয়ীয়ে পাৰ্শৰ শ্বাহক কিমান দূৰ ঠেলি নিব পাৰে!"

"এবাৰ যাত্ৰা আৰম্ভ কৰিলে, তাক বন্ধ কৰা তেওঁৰ ক্ষমতাৰ বাহিৰ হৈ পৰিব, চোফিয়া। ইফালে সৌ সুদূৰ ভাৰতত মোৰ পুৰণি বন্ধু বিষ্ণুগুপ্ত চাণক্যই এজন ৰাজ-চক্ৰৱৰ্তী সম্ৰাটৰ সন্ধানত মগধলৈ গৈছে।"

"বোধহয় গ্ৰীক সম্ৰাট আৰু হিন্দু ৰাজ-চক্ৰৱৰ্তী দুয়ো সিন্ধুৰ পাৰত ভেটাভেটি হ'ব।"

"হ'ব—এই পুৰুষত নহ'লেও পিছৰ পুৰুষত হ'ব, চোফিয়া। তেতিয়া যে পৃথিৱীখন কিমান সৰু হৈ পৰিব!"

*   *   *

সাগৰৰ পাৰৰপৰা এখন নাৱত তেওঁলোক চালেমিলৈ বুলি নৌ-যাত্ৰা আৰম্ভ কৰিলে। প্ৰথমে সাগৰখন শান্তই আছিল, বা-বতাহ বলা নাছিল। চোফিয়া আৰু নাগদত্ত দুয়ো সাগৰৰ ঢৌবোৰলৈ ৰ লাগি চাইছে—সেই চাৱনি যেন কৃতজ্ঞতাপূৰ্ণ, কিয়নো দুই শতাব্দীৰ আগতে এই সাগৰৰ এই ঢৌবোৰেই পাৰ্শ্বসকলৰ নৌ-বাহিনী ধ্বংস কৰাত তেওঁলোকক সহায়তা কৰিছিল।

উপকূল এৰি বহুদূৰ আঁতৰি যোৱাৰ পিছত তেওঁলোকক ভয়ঙ্কৰ ধুমুহাই পালে। তেওঁলোকৰ এনেহে লাগিল যেন পাৰ্শ্বসকল বহুত দিনৰ আগতে যিজাক ধুমুহাৰ সন্মুখীন হৈছিল—এইজাক সেইজাক ধুমুহাই। লগে লগে নাৱিকসকলৰ মুখত আতঙ্কৰ ৰেখা জিলিকি উঠিল। তেওঁলোকে গম ধৰিব পাৰিলে পালখন উৰি গ'ল, নাওখন এঢলীয়া হৈ গ'ল। কি হ'ব বুজিবলৈ আৰু বাকী নাই। চোফিয়াই নাগদত্তক আঁকোৱালি ধৰি বুকুলৈ চপাই ল'লে আৰু "নমৰালৈকে আমি এৰা-এৰি নহওঁ"—এই বুলি ফুচফুচাই তেওঁৰ কাণে কাণে কওঁতে চোফিয়াৰ মুখত হাঁহি বিৰিঙিছিল।

"ওঁ, নমৰালৈকে"—বুলি নাগদত্তই চোফিয়াৰ ওঁঠত ওঁঠ লগাই দিলে আৰু দুয়ো দুয়োকো সাবটি ধৰি থাকিল।

পিছ-মুহূৰ্ততে নাওখন লুটি খাই পৰিল। বাস্তৱিকতে তেওঁলোক দুয়ো মৰণকালতো লগৰী হৈয়ে ৰ'ল।